PLEASE HANDLE THE BOOK CAREFULLY.

# প্ৰেচিডেণ্ট লিংকন জনছন

—বুথ মুনী—

অনুবাদক

ডঃ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, এম-এ., ডি-ফিল্.

॥ বাণী প্ৰকাশ মন্দিৰ ॥

পাঠশালা • গুৱাহাটী • কলিকতা



প্ৰকাশক :
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ মন্দিৰ
পাঠশালা
কামৰূপ

শাখা :
পাণবজাৰ
গুৱাহাটী

ছপা :
শ্ৰীপ্ৰফুল্লকুমাৰ বক্সী
নিউ প্ৰিণ্টাৰ্চ
২০৯চি, বিধান সৰণী,
কলিকতা-৬

বন্ধা :
ইষ্টাৰ্ণ বাইণ্ডাৰ্চ
কলিকতা-৯
প্ৰথম প্ৰকাশ :
১৯৬৪

বেচ :
তিনি টকা পঞ্চাশ পইচা

The Lyndon Johnson Story
by Booth Mooney

## নিবেদন

লিণ্ডন বেইনছ জনছন মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰেচিডেণ্ট। কেনেডীৰ মৃত্যুৰ পিছত মাৰ্কিন জনসাধাৰণে জনছনক তেওঁৰে প্ৰতিভূ স্বৰূপে গ্ৰহণ কৰিছে। সেই সময়ত জনছন আছিল মাৰ্কিন যুক্তৰাষ্ট্ৰৰ উপ-ৰাষ্ট্ৰপতি।

সম্প্ৰতি লিণ্ডন জনছনে প্ৰায় ১৫ নিযুত ভোটত ৰিপাব্লিকান পাৰ্টিৰ প্ৰাৰ্থী বেৰী গোল্ডৱাটাৰক পৰাজিত কৰি প্ৰেচিডেণ্ট নিৰ্বাচিত হৈছে। জনছন হ'ল ডেমোক্ৰেটিক পাৰ্টিৰদ্বাৰা মনোনীত প্ৰাৰ্থী। মুঠ ইলেক্টৰেল ভোট ৫৩৮ৰ ভিতৰত জনছনে লাভ কৰে ৪৮৬ টা ভোট। জনছনৰ এই জয় যথেষ্ট তাৎপৰ্যপূৰ্ণ। ইয়াৰ আগতে কোনো ৰাষ্ট্ৰপতিয়ে ইমান সংখ্যাগৰিষ্ঠ ভোটত প্ৰেচিডেণ্ট নিৰ্বাচিত হোৱা নাছিল। সেইপিনৰপৰা মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ইতিহাসত জনছনে এটা নতুন ৰেকৰ্ড প্ৰতিষ্ঠা কৰিলে বুলিলেও অত্যুক্তি কৰা নহব।

স্বৰ্গীয় কেনেডীৰ নীতিয়েই আছিল জনছনৰো নীতি। কেনেডীৰ পাছত ৰাষ্ট্ৰৰ শাসনভাৰ হাতত লৈ জনছনে "মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰেচিডেণ্টৰ কৰ্তব্য মই সাধ্যানুসৰি পালন কৰিম আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সংবিধান সমৰ্থন আৰু সংৰক্ষণ কৰিম" বুলি বাইবেল চুই যি শপত খাইছিল তাক আখৰে আখৰে পালন কৰিবলৈ চেষ্টা কৰিছিল। কেনেডীৰ জনপ্ৰিয়তাতকৈ জনছনৰ জনপ্ৰিয়তা কোনোগুণে কম নহয়। এইখিনিতে জনছনৰ-ৰাজনৈতিক বুদ্ধিমত্তা ফুটি ওলাইছে।

ক্ৰুশ্চেভৰ অপসাৰণ আৰু চীনৰ আণবিক বোমা বিস্ফোৰণৰ পটভূমিত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ নিৰ্বাচনৰ ফলাফলৰ প্ৰতি বিশ্বই বৰ আগ্ৰহেৰে বাট চাই আছিল। সৌভাগ্যৰ বিষয়, মাৰ্কিন জনসাধাৰণে জনছনকপ্ৰেচিডেণ্ট নিৰ্বাচিত কৰি বিশ্বশান্তি প্ৰতিষ্ঠাৰ প্ৰতি অধিকতৰ সমৰ্থন জনাইছে। যি সময়ত কেনেডীৰ নিচিনা শান্তিকামী, উদাৰপন্থী লোকৰ গাত আততায়ীৰ গুলি পৰিল ঠিক সেই সময়তে অৰ্থাৎ সেই পাৰিপাৰ্শ্বিকতাতে জনছনৰ এই জয়লাভ একাধিক কাৰণত গুৰুত্বপূৰ্ণ। মাৰ্কিন জনসাধাৰণৰ মতামতো জনছনৰে পৰিপন্থী; মাৰ্কিনীসকলে বিচাৰে—বিশ্বত শান্তি প্ৰতিষ্ঠা হ'ক,

বর্ণ-বৈষম্য দূৰ হ'ক আৰু সমগ্ৰ নাগৰিকৰ মঙ্গল বিধানার্থে অধিক অর্থ-ব্যয়ৰ ব্যৱস্থা হ'ক। জনছনৰ এই নীতিকে সমর্থন জনাই মাৰ্কিনী-সকলে ঐক্যৰ পৰিচয় দিয়াৰ উপৰিও 'নেহেৰু-কেনেডী-ক্ৰুশ্চেভ'ৰ অন্তর্ধানত বিচলিত নহৈ দৃঢ় পদক্ষেপেৰে বিশ্বত শান্তিপূর্ণ সহ-অৱস্থান আৰু ৰাজনৈতিক স্বাধীনতা সংৰক্ষণত দৃঢ় মনোভাবৰ চিনাকি দিছে।

জনছনৰ জীৱন কাহিনী যথেষ্ট বৈচিত্র্যময়। সমগ্ৰ জীৱনব্যাপি কেৱল সংগ্ৰাম। কৈশোৰত স্কুলীয়া শিক্ষা সাং কৰি আৰ্থিক দৈন্যৰ অজুহাতত পঢ়া-শুনা বাদ দি চাকৰি বিচাৰিব লগীয়া হয়। সেই কালছোৱা অতি দুঃখজনক আছিল; আনকি ৰেলত বিনা টিকটে ভ্ৰমণ কৰিবলৈকো তেওঁ বাধ্য হৈছিল অর্থ অনাটনৰ কাৰণে। তদুপৰি বহুসাজ ভাতো বাদ দিব লগীয়া হৈছিল। কেৱল তিমানে নাছিল—ৰাস্তাত শিলগুটি থুপুৰি কৰা বনুৱাৰ কাম কৰিবলৈকো বাধ্য হৈছিল, ট্ৰাকৰ ড্ৰাইভাৰী কৰিবলৈকো বাধ্য হৈছিল—ইমানবোৰ কাম কৰিব লগীয়া হৈছিল যদিও জনছনৰ মনত অকণো দুঃখ নাছিল। কিয়নো তেওঁ ভালদৰে বুজিব পাৰিছিল কাম কামেই—কামৰ কোনো সৰু বৰ নাই—কামে মানুহৰ মর্যাদা হানি নকৰে—বৰং জীৱনৰ পৰিপূর্ণতা সাধনত জীৱন কর্মময়, সংঘাতময় হোৱা দৰ্কাৰ। কিয়নো অভিজ্ঞাইহে জীৱনক পৰিপূর্ণতা দিয়ে।

জনছনৰ জীৱনী হিচাপে বুথমুনীৰ এই পুথিখনিয়েই বিশেষ প্রামাণ্য পুথি। পুথিখনি পাঢ আমাৰ ভাল লাগিছিল এই বুলিয়েই যে জনছন ধনীৰ দুলাল নাছিল, তেওঁ আছিল এজন দুখীয়া কৃষকসন্তান। সেই দৰিদ্ৰ-পৰিবেশত নানা সংঘাতৰ মাজেদি নিজকে কিভাবে প্রতিষ্ঠা কৰিলে তাৰেই জীৱন্ত কাহিনী। আমাৰ সর্বসাধাৰণৰ ধাৰণা আমেৰিকান মাত্ৰেই বিত্তশীল, তাৰ প্ৰেচিডেন্ট বুলিলেতো আৰু কথাই নাই। কিন্তু জনছন সম্পূর্ণ বিপৰীত। সেই কাৰণেই এই পুথিখনিৰ অনুবাদৰ কাম হাতত লোৱা হ'ল। তদুপৰি উল্লেখযোগ্য, অনুবাদৰ ক্ষেত্ৰত এয়ে আমাৰ প্ৰথম প্ৰয়াস। পাঠক-পাঠিকাৰপৰা সমাদৰ লাভ কৰিব পাৰিলেই শ্ৰমৰ সাৰ্থকতা হোৱা বুলিব পৰা যাব। এয়ে আমাৰ আবেদন। ইতি—

শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী

# ভূমিকা

মই আচৰিত হৈ ভাবোঁ যে 'ভূমিকা' লিখোঁতে কিদৰে মানুহে নিজৰ তৎপৰতাৰ কথা কয়। ভূমিকাৰ অস্তিত্বটো মোৰ বাবে ৰহস্যজনক। নিতান্ত বহিৰ্মুখী লোককো আত্মসচেতন কৰি তোলাৰ এটাই মাত্ৰ উপায় আছে আৰু সিয়েই হ'ল নিজৰ বিষয়ে লিখা পুথিৰ ভূমিকা প্ৰস্তুত কৰা।

ভালেমান ভূমিকা পঢ়াৰ পিছত জানিব পাৰিছোঁ যে বহুতেই কিছুমান বিষয়ত অস্বীকৃতি প্ৰকাশ কৰে। মই হলে এই ৰীতিৰ অমান্য কৰিছোঁ। মোৰ অস্বীকৃতিবোৰ বহুগুণে প্ৰচলিত, কিন্তু সি সঁচা।

এই পুথিখনক "অনুমোদিত জীৱনী" বুলিব পাৰি। এই ৪৭ বছৰ বয়সত মোৰ "ৰেকৰ্ড ঠিক কৰা"ৰ কোনো স্পৃহা অনুভৱ কৰা নাই। (শুনিছোঁ, প্ৰতিজন ৰাজনীতিবিদে সেই স্পৃহা অনুভৱ কৰে।) সঁচা কথা কবলৈ গলে সম্ভৱানুসৰি অনুকূলভাৱে জীৱনী ৰচনাৰ ক্ষেত্ৰত নিশ্চিত হোৱাটোকেই কামনা কৰি ৰাজনীতিবিদসকলে সেই স্পৃহা অনুভৱ কৰে। অতীতৰ ফালে চোৱা টেক্সানৰ অভ্যাস নহয়। সম্মুখৰ পিনে দৃষ্টি ৰখাই আমাৰ ঐতিহ্য—ক'ত আছিলোঁ, কোনে অনুসৰণ কৰিছে সেইবোৰ চোৱাৰ অৱসৰ আমাৰ নাই। আগুৱাই যাব পাৰিলে সেইবোৰ চোৱাৰ ঢেৰ সময় পোৱা যাব।

আচল মানৰ ভূমিকাবোৰত দ্বিতীয় প্ৰথাটোকো মই মানি লওঁ। জীৱনীৰ প্ৰতিপাদ্য "অনুমোদিত" নোহোৱা কথাৰ উল্লেখ কৰি ৰচনা কৰা জীৱনীৰ প্ৰতি কোনো আগ্ৰহ প্ৰকাশ নকৰি লিখকে সচেতনভাৱেই লিখা বুলিও কোৱা হয়।

কথাষাৰ মিছা নহয়। বুথ মুনীয়ে নানান কাৰ্যৰ মাজেদি নানা পৰিবেশত লিগুণ জনছনৰ লগত তিনিটা বছৰ কটাইছে। একালত তেওঁ আছিল মোৰ ৰাজনৈতিক শত্ৰু, কিন্তু বৰ্তমান বন্ধু। তাৰ বাবে মই গৰ্ববোধ কৰোঁ: প্ৰতিজন লোকেই এই গৰ্ববোধত আনন্দিত হব বুলি মোৰ বিশ্বাস। বুথে ৱাছিংটনত তিনিবছৰ কাল মোৰ ষ্টাফৰ ভিতৰত থাকি

কাম কৰি আছিছে। তদুপৰি তেওঁ এজন টেক্সীয়। ঐতিহ্যত তেওঁ উজ্জ্বল, লিখক হিচাপেও তেওঁৰ সেই দৃষ্টি আছে। সেই দৃষ্টি লৈয়ে 'লোণ ষ্টাৰ ষ্টেট'ৰ লোকসকল কৃষ্টি আৰু শক্তিৰ খাক্কৰ আৰু প্ৰতিক্ৰিয়া পৰ্যবেক্ষণত সক্ষম।

চমু কথাত, তেওঁ টেক্সাচক জানে, ৱাছিংটনকো জানে, আৰু জানে মুক্ত গণতান্ত্ৰিক চৰকাৰৰ জটিল আৰু চৰম আশ্চৰ্যজনক আবিষ্কাৰৰ কথা—মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটখনক—বৰ্তমান য'ত আমিয়েই সংখ্যাগৰিষ্ঠ দলৰ নেতৃত্ব দিবলগীয়া হৈছোঁ।

পঢ়ুৱৈসকলে পুথিখন ভাল পাব বুলি মোৰ বিশ্বাস। ইয়াৰে কিছুমান কথা আন ধৰণে কলোহেঁতেন, কিছুমান মোৰ স্বাৰ্থগত বুলি বাদ দিলোহেঁতেন আৰু কিছুমানৰ ওপৰত লিখকতকৈ অধিক গুৰুত্ব আৰোপ কৰিলোহেঁতেন। তথাপি পুথিখনি মোৰ ভাল লাগিছে। কাৰণ আগতেই জানি আছিছোঁ যে লিণ্ডণ জনছনৰ বিষয়ে তেওঁৰ নিজৰ মত সঁচা নহয়, সি অভিপ্ৰেতও নহয়। পুথিখনি যদি "আউট অব প্ৰছপেক্টিভ" যেন লাগে তেন্তে তাৰ মূলতে বুথমুনী। বন্ধুত্বৰ ক্ষেত্ৰত এই কথাটো স্বাভাবিক।

মই এতিয়াও দৃষ্টিৰ অন্তৰালত নহওঁ বাবে লিণ্ডণ জনছনৰ বিষয়ে এষাৰ কথা কব খুজিছোঁ। মই যে ডেমোক্ৰেট সেই কথাত কাৰো সন্দেহ নুপজিব। মই সদায়ে একেদৰেই থাকিম। পূৰ্বপুৰুষসকলৰপৰা উত্তৰাধিকাৰী সূত্ৰে মই মোৰ ঐতিহ্য লাভ কৰিছোঁ। স্মৰণাতীত কালৰপৰা জনছন পৰিয়াল আৰু বেইনচ পৰিয়ালৰ আটায়ে ডেমোক্ৰেট।

দৃঢ়বিশ্বাসেৰে মই কব পাৰোঁ: যিজনে এই পুথি পঢ়িব আৰু যিজনে মোক নাজানে তেওঁ এই কথা জনা দৰ্কাৰ যে কেৱল ভৌগোলিক, জন্মগত, টেক্সাচৰ ঐতিহ্যগত কাৰণতে মই ডেমোক্ৰেট নহওঁ। সঁচা কথা সৌভাগ্য লৈয়েই মোৰ জন্ম। এইটোৱো সঁচা কথা যে ডেমোক্ৰেট হিচাপে জন্মলাভ কৰাটো সৌভাগ্যৰ বিষয়। মোৰ ২৬ বছৰৰ ৰাজনৈতিক আৰু বুদ্ধিবৃত্তিপ্ৰদত্ত অভিজ্ঞতাৰপৰা সেই কথাকে উপলব্ধি কৰি আছিছোঁ।

সহজ কথাত কবলৈ হলে, সমগ্ৰ বিশ্বাস লৈয়েই মই ডেমোক্ৰেট। ভৱিষ্যৎ বংশধৰসকলৰ বাবে ডেমোক্ৰেটিক পাৰ্টীয়ে যি দান আগবঢ়াব

পাৰিব আন কোনো পাৰ্টিয়ে নোৱাৰে। এই পাৰ্টিৰ বিৰাট বজাভগলিত পতাকাৰ তলত বহু পৰ্যায়ৰ লোকেই সদায় সমবেত হৈছে আৰু ঐক্যবদ্ধ হৈছে আৰু আগলৈকো ঐক্যবদ্ধ হৈ থাকিব পাৰিব বুলি মোৰ দৃঢ়বিশ্বাস।

আন যিটো পাৰ্টি আছে সেইটো সদায়ে এটা বিশেষ কাৰ্যৰ অন্তৰ্ভুক্ত লোকৰ পাৰ্টিৰূপে পৰিগণিত হৈ আহিছে। এই বিশেষ স্বাৰ্থ অৰ্থাৎ ব্যৱসায়ৰ কথাকে মই কব খুজিছোঁ। স্বাৰ্থটো স্বাস্থ্য সন্দেহ নাই আৰু যুক্তৰাষ্ট্ৰৰ প্ৰগতিত ইয়াৰ যথেষ্ট অৱদানো আছে। জাতিৰ প্ৰতিনিধিত্ব কৰাৰ অধিকাৰ তেওঁলোকৰো আছে। ডেমোক্ৰেটিক পাৰ্টিতো তেওঁলোকৰ স্থান আছে, ভূমিকা আছে। অৱশ্যে ভালেমান স্বাৰ্থৰ বাবে সেইবোৰ আনৰূপে বিবেচিত হয়। সেই খিনিতে ইহঁতৰ অধিকাৰ, সা-সুবিধা, ইহঁতৰ দায়িত্ব কৃষক, পামৰ মালিক, শ্ৰমজীৱী আৰু দেশৰ বিভিন্ন শ্ৰেণীৰ অধিকাৰ আৰু আশা-আকাঙ্খাৰ লগত একে তুলাচনীৰে নিৰ্ধাৰিত হয়।

## মোৰ ৰাজনৈতিক আদৰ্শ

মই স্বাধীন, মই মাৰ্কিন, মই যুক্তৰাষ্ট্ৰৰ চিনেটৰ আৰু সেই হিচাপে ডেমোক্ৰেটিক পাৰ্টিৰ এজন সদস্যও।

একেযোগে মই উদাৰপন্থী ৰক্ষণশীল টেক্সীয় লোক। মই এজন কৰদাতা, পশুপালক, ব্যৱসায়ী, ক্ৰেতা, সন্তানৰ পিতৃ আৰু ভোটাৰ। আগৰদৰে ডেকা মই নহওঁ, সেইবুলি আগলৈ বুঢ়া হোৱাৰ যিমানখিনি সম্ভাৱনা আছে তিমান বুঢ়াও নহওঁ। সকলোবিলাক মোৰ গাত নিৰ্দিষ্ট সীমাৰ মাজত আছে। দ্বিতীয় দফাত মই এনেকুৱা কোনো শব্দৰ প্ৰয়োগ কৰা নাই যাৰ দ্বাৰা কোনো ৰকমৰ সংযোগ স্থাপন কৰি প্ৰথম দফাৰ কথাবোৰৰ সমৰ্থন বা সংশোধন কৰিব পাৰি। সেয়ে এটা বা দুটা শব্দৰদ্বাৰা মোৰ ৰাজনৈতিক নীতি বা আদৰ্শৰ বিষয়ে সংজ্ঞা দিবলৈ মই সক্ষম নহওঁ। ই যুগধৰ্মৰ পৰিপন্থী সঁচা; কিন্তু সি মোৰ স্বেচ্ছাকৃতও নহয়।

মই আন্তৰিকভাৱে আঞ্চলিক, অৰ্থনৈতিক, ব্যৱসায়ী, ধৰ্মসম্পৰ্কীয়, জাতিগত নাইবা আন কোনো উপায়ে মাৰ্কিনীবোৰৰ গাত শ্ৰেণীবদ্ধ নাইবা

সিইঁতৰ গাত কোনো মাৰ্কাৰ সৃষ্টি কৰাৰ পক্ষপাতী নহও'। কোনোৱে যদি সোধে, "আপোনাৰ ৰাজনৈতিক নীতি বা আদৰ্শ কি"—তেনেহলে শুৰিতেই তেওঁক বাধা দিম।

তেনেকুৱা প্ৰশ্নৰ মই নিন্দা কৰোঁ। এনে ভাবত নিন্দা নকৰোঁ যে প্ৰশ্নটো চতুৰালি বা ধূৰ্তালি, আচলতে তাৰ নিৰ্দোষতাৰ বাবেহে মই নিন্দা কৰোঁ। এই নিৰ্দোষতাই মতবাদৰ গোঁড়ামি আৰু দৰ্শনৰ মাজত এটা ভ্ৰান্তিমূলক ধাৰণাৰ সৃষ্টি কৰে আৰু প্ৰশ্নকৰ্তায়ো ভাবে যে এটা বা দুটা শব্দৰ যোগেদি তাৰ সমিধান পাব। মোৰ মতে আমাৰ ৰাজনৈতিক আদৰ্শ জীৱনত অভিজ্ঞতাৰ ফলহে। একেটামাত্ৰ বিশেষণৰদ্বাৰা সেই অভিজ্ঞতা প্ৰকাশৰ ক্ষমতা মানুহক ভগবানে দিয়া নাই। তথাপি বৰ্তমান অধ্যাপক, বিদ্যাৰ্থী, চৰকাৰী কৰ্মচাৰী, চাকৰিপ্ৰাৰ্থী, ব্যৱসায়ী, শ্ৰমিকনেতা আৰু আন ভালেমান লোকে তেওঁৰ বয়স, ওজন, উচ্চতা আৰু ৰাজনৈতিক আদৰ্শ সম্পৰ্কে নানা কথা সোধে—যেনিবা সিবিলাকে তেওঁৰ আদৰ্শবাদক এটা গুৰুত্বপূৰ্ণ পৰিসংখ্যাৰ মাজত সংক্ষিপ্তাকাৰে ধৰিহে ৰাখিব।

সংশ্লিষ্ট প্ৰসঙ্গত মানুহৰ আদৰ্শবাদৰ বিষয়ে সোধা কথাতো যুক্তি নাই।

মোৰ নিজৰ আদৰ্শবাদৰ অঙ্গ হিচাপে মই ৰাজনৈতিক আদৰ্শৰ স্বতন্ত্ৰতাক আমেৰিকান স্বাধীনতাৰ এটা মূল বিষয়ৰ নাইবা অধিক স্পষ্টতৰ ভাষাত আমাৰ দেশৰ মৌলিক বিধি অনুসৰি লাভ কৰা অধিকাৰক আৰু আমাৰ ৰীতি-নীতিক নিতান্ত প্ৰয়োজনীয় অংশ বুলি ভাবোঁ।

আমাৰ মৌলিক বিধি বিধান অৰ্থাৎ শাসনতন্ত্ৰত অৰ্থনৈতিক, সামাজিক নাইবা ধৰ্মসম্পৰ্কীয় কোনো জাতীয় গোঁড়ামিৰ স্থান নাই। সেইফালৰ পৰা আমাৰ দেশ বিশ্বৰ সকলো দেশ, আনকি পাশ্চাত্যৰ স্বাধীন ৰাষ্ট্ৰসমূহৰ ভিন্নপন্থী শাসনতন্ত্ৰৰ মাজতো বৈশিষ্ট্যপূৰ্ণ। উল্লেখ কৰিব পাৰি—ইয়াত অবাধ বৃত্তিৰ কোনো স্থান নাই। আমাৰ নানা দল উপদল বা দলগত পদ্ধতি আৰু কোনো আদৰ্শৰ প্ৰতি আনুগত্যৰো কোনো উল্লেখ নাই।

তথাপি কোৱা হয় যে চৰকাৰ হ'ল আদৰ্শবাদৰ মুক্ত প্ৰকাশ আৰু কোনো সচেতন চৰকাৰকো আদৰ্শবাদী তথা দাৰ্শনিকসকলে পথপ্ৰদৰ্শন কৰে। আমাৰ ৰীতি-নীতিৰ মাণ্ডেট অৰ্থাৎ মূল সূত্ৰ হ'ল: শাসনতন্ত্ৰ প্ৰদত্ত চৰকাৰৰ ক্ষমতাৰ সীমাবদ্ধতাৰ মাজত চৰকাৰক পথ-প্ৰদৰ্শনাৰ্থে মাৰ্কিন জনসাধাৰণ আচল দাৰ্শনিক হব লাগিব। এইটো এটা উচ্চস্তৰৰ

মতবাদ। তথাপি ভালেমান মহান আৰু সুন্দৰ বস্তুৰ দৰে ইয়াৰো দোষ-ত্রুটি আছে। এই দোষ-ত্রুটিৰ মূলোচ্ছেদ প্রয়োজন হৈ পৰিছে। আমি আমাৰ ৰাজনৈতিক বিশ্বাসৰ স্বাধীনতাক যেন বলি দিছোঁ। মাৰ্কিনীসকলৰ শ্রেণীবিভাগৰ এই পদ্ধতিৰ জৰিয়তে আমাৰ গতিপথ বাছি লোৱাৰ অধিকাৰ বিসর্জন দি যুক্তিবাদৰ সম্ভাৱনাক যেন পঙ্গু কৰি পেলাইছোঁ।

বহুতে হয়তো কব যে উক্ত পদ্ধতিৰ প্রতি মোৰ বিৰোধিতা আচলতে টেক্সীয় প্রাদেশিকতাৰ পৰিচায়ক; কিন্তু সেই কথা মই মানি নলওঁ। টেক্সীয়সকল স্বাধীন আৰু ব্যক্তিস্বাতন্ত্র্যৰ অধিকাৰী। সেইবুলি সকলো গুণৰ মালিকত্ব তেওঁলোকে দাবী নকৰে। তেওঁলোকৰ মূল গুণ হ'ল তেওঁলোক আমেৰিকান, আৰু আমাৰ সৌভাগ্য এয়ে যে এই গুণ কোনো বিশেষ আঞ্চলিকতাৰ মাজত সীমিত হৈ নাথাকি ব্যাপকভাৱে বিস্তৃতি লাভ কৰিছে। সেয়ে মোৰ বিশ্বাস টেক্সানতকৈ ডাঙৰ যিজন মাৰ্কিনীলোক আমাৰ মাজত আছে সেইজনে মতবাদৰ নামত মাৰ্কিনীসকলৰ ব্যক্তি-স্বাধীনতাক ব্যাপকতাৰ মাজত বলি দিয়াৰ ঘোৰ বিৰোধী।

মই চিনেট সদস্য আৰু মূলতঃ চিনেটৰ সংখ্যাগৰিষ্ঠ দলৰ নৱনিযুক্ত নেতা। উক্ত মন্তব্য দাঙি ধৰাৰ লগে লগে মই অনুমান কৰিব পাৰিছোঁ যে আন কিছুমানে চিনেটৰ কথা উল্লেখ কৰিব। তেওঁলোকে আৰু কব পাৰে যে চিনেটত দুটা দল আছে আৰু দুয়োটা আদর্শৰ পদ্ধতিয়েই মোৰ মন্তব্যৰ পৰিপন্থী। বিপৰীতটোৱো সেয়ে। আজি মই আদর্শৰ যি স্বাতন্ত্র্যবাদত আস্থাশীল, কংগ্রেছত কাম কৰাৰ সুযোগ নাপালে মই হয়তো কোনোদিনে সেইটো বিশ্বাসকে লৈ থাকিব নোৱাৰিলোহেঁতেন।

আমাৰ চৰকাৰী পদ্ধতিত কংগ্রেছৰ মূল কাম হ'ল ৩৭ কোটি মানুহৰ ৫৩১ জন প্রতিনিধিৰ জৰিয়তে জাতীয় সিদ্ধান্ত গ্রহণ কৰা আৰু দেশৰ পৰিচালনা-পদ্ধতি নির্ণয় কৰা। আমি যদি অলঙ্ঘনীয় কোনো আদর্শতে আবদ্ধ হৈ ৰলোহেঁতেন তেনেহলে ছোভিয়েট প্রেচিদিয়ামৰ বৈঠকত যি কাম হয় আমাৰ কংগ্রেছ অধিবেশনত তাতকৈ বেছি একো নহ'লহেঁতেন। আমি তেনেকুৱা বন্ধনৰ মাজত নাই। আমাৰ আদর্শৰ গুৰুত্বপূর্ণ বিষয় হ'ল এয়ে যে কংগ্রেছত আমি যদি দলীয় বিভক্তিৰ মাজেদি মূৰগণনাৰ সহায়ত কোনো সিদ্ধান্ত গ্রহণ কৰোঁ তেনেহলে সি সদায়

ব্যৰ্থব্যঞ্জক হব।

ইয়াৰপৰা মোৰ ব্যক্তিগত বিশ্বাস আৰু আদৰ্শবাদৰ নীতিসমূহ বুজিব পৰা যাব। সেইবোৰেই হ'ল : প্ৰথমতে, মই বিশ্বাস কৰোঁ, যে প্ৰতিজন মাৰ্কিনৰে এটা বক্তব্য আছে আৰু আমাৰ প্ৰচলিত ব্যৱস্থানুসৰি সেই কথা শুনাৰ অধিকাৰো আছে।

দ্বিতীয়তে, মোৰ বিশ্বাস প্ৰতিটো জাতীৰ সমস্যাৰ একোটা সমাধান থাকিবই আৰু সেই একেযোগে যে প্ৰতিটো সমস্যাৰে দুটা দিশ থাকিব লাগিব তাৰ কোনো অৰ্থ নাই।

তৃতীয়তে, মোৰ বিশ্বাস যে আমাৰ প্ৰয়োজনীয় অধিকাৰ ৰক্ষাৰ পিছতেই চৰকাৰৰ প্ৰথম কৰ্তব্য হ'ল আমাৰ জনসম্পদ, প্ৰাকৃতিক সম্পদ আদি প্ৰতিটো সম্পদৰ পূৰ্ণ সদ্ব্যৱহাৰ আৰু তাৰ বিকাশ।

চতুৰ্থতে, অপব্যয় আমাৰ চিৰশত্ৰু। জীৱন সম্পদ আৰু সা-সুবিধা— এই সকলোবোৰতে অপব্যয় বন্ধ কৰাটোৱেই হব আমাৰ চৰকাৰৰ অত্যন্ত গুৰুত্বপূৰ্ণ কৰ্তব্য।

মোৰ নীতিসমূহ অত্যন্ত সহজ আৰু সৰল। এইবোৰ মই আনৰপৰা লোৱা নাই। বিগত পঞ্চাশ বছৰৰো অধিক কালৰ নিজস্ব অভিজ্ঞতা প্ৰদত্ত এই নীতিৰাজিকে মই অনুসৰণ কৰিছোঁ।

মোৰ প্ৰথম নীতি অৰ্থাৎ প্ৰতিজন মাৰ্কিনীৰ কোৱাৰ আৰু শুনাৰ অধিকাৰকেই যথেষ্ট পৰিমাণে আদৰ্শভিত্তিক বুলি আজিকালি বহুতেই মত প্ৰকাশ কৰে। আদৰ্শ আৰু বাস্তৱ দৃষ্টিভঙ্গীত যি কোনো ফালৰপৰাই নহ'ক মই হলে সেইটো মানি নলওঁ।

ৱাছিংটনৰ কাম কৰাৰ সময়তো সদায়ে মই মোৰ আদি বাসস্থানৰ কথা ভাবোঁ। টেক্সাচৰ এখন গাঁৱত মোৰ জন্ম। এতিয়াও সি কিছু-পৰিমাণে সেই অৱস্থাতে আছে : মোৰ আত্মীয়স্বজন, বন্ধু-বান্ধৱ, জ্ঞাতি-কুটুম্বসকলে আত্মনিৰ্ভৰশীল নহলেও তাতেই তৃপ্তিৰে বসবাস কৰি আছে।

ভালেমান জাতীয় সমস্যাৰ লগতে তেওঁলোকৰ সম্পৰ্ক যথেষ্ট আঁতৰত। সেই পাৰ্থক্য আৰু কম, নাইবা সীমাবদ্ধ তথ্য-পাতি সত্বেও যিকোনো সমস্যা সম্পৰ্কে সেইবোৰ আন কোনোতকৈয়ো কম নহয়। জনছন চহৰ, ব্লাঙ্কো, ষ্টেনৱেল আৰু হে চহৰবাসীক মই ভালদৰে জানো আৰু সেয়ে কৈছোঁ যে ৱাছিংটনত চিনেট সদস্যৰ মাজত কোনো বিষয়ত মতৰ ঐক্য স্থাপনতকৈ

তাৰ লোকৰ মাজত মতৰ ঐক্য স্থাপন অত্যন্ত দুৰূহ। তথাপি এই ব্যক্তি স্বাতন্ত্র্যৰ কালবণৰা মোৰ চুবুৰীবাসী আৰু সামগ্রিকভাবে টেক্সাচৰ মোৰ নির্বাচনী এলাকাৰ অধিবাসীৰ লগত অন্যান্য আমেৰিকানৰ কোনো পার্থক্য নাই। সংখ্যাগুৰুৰ মতামতৰ বিজ্ঞতা যিদৰে আছে, সংখ্যালঘুৰ মতামতও তেনেভাবে গুৰুত্বপূর্ণ আৰু প্রয়োজনীয় বিষয় থাকিব পাৰে। সংখ্যাগুৰু-সকলক সন্তুষ্ট কৰি তৃপ্তি লাভ কৰাতকৈ সংখ্যালঘুবোৰৰ মতামতৰ মাজৰ পৰা ভালখিনি আহৰণ কৰাহে আমাৰ কর্তব্য। কিয়নো, সংখ্যাগুৰুৰ মতামতেই যে সদায় শ্রেষ্ঠ তাৰ যুক্তি নাই।

আজিকালি সাধাৰণতে আমি কৌশলৰদ্বাৰাহে সহিষ্ণুতা দেখুৱাই থাকোঁ। সোতৰ কোটি মাৰ্কিনীৰ মতামত শুনা অসম্ভৱ। সেয়ে নানা শ্রেণী বিভাগৰ প্রয়োজন। ফলত যি বক্তব্য আৰু অনুসন্ধান আমাৰ শুনা দৰ্কাৰ তাক বাদ দিবলগীয়া হৈছোঁ। সেয়ে আমি মাৰ্কিনী ৰাজ-নৈতিক আদর্শৰ দর্শনবাদৰ পৰিবর্তে ৰক্ষণশীল পদ্ধতিৰ অনুগামী হৈ পৰোঁ, ভুলসমীকৰণ প্রস্তুত কৰোঁ আৰু ফলত ভুল সিদ্ধান্তত উপনীত হৈ পৰোঁ।

এই সমীকৰণ পদ্ধতিটো আমাৰ পার্টি পদ্ধতিৰ এটা উল্লেখযোগ্য অঙ্গ আৰু তাৰ ফলতে এই কথাটোৰ সৃষ্টি হৈছে: "প্রতিটো সমস্যাতে বিচাৰৰ দুটা দিশ আছে।" দুটা পার্টি আছে সচাঁ; কিন্তু সি দুয়োটা দিশৰ অনুৰূপ নহয়। এই উভয় ফালৰ আদর্শৰ যোগে আমাৰ বিবেকক এই কথাকে বুজোৱা হয় যে দলগত সংখ্যাগৰিষ্ঠতা থাকিলে গৰিষ্ঠ নাইবা লঘিষ্ঠ দলৰ মতামত পুনর্বিচাৰ কৰি চোৱা নহয়। আমাৰ যুক্তিয়েই হ'ল— দুটাদিশৰ এটা গ্রহণযোগ্য হবই লাগিব। সেয়ে ৰাজনৈতিক শক্তিৰ সহায়ৰ যি সিদ্ধান্ত লোৱা হয় তাৰ'পুংখানুপুংখ বিচাৰৰ প্রয়োজনবোধ নহয়।

মোৰ মত হলে আন ধৰণৰ। জেফাৰছন আৰু মেডিছাক ভিত্তি কৰি যি মাৰ্কিন দর্শনৰ সৃষ্টি উল্লিখিত পদ্ধতিটো তাৰ বিপৰীত। কোনো সমস্যাৰ জাতীয় সমাধান আৰু যুক্তিবাদী লোকৰ সম্মতিসূচক সমাধান বিচাৰি নাপালে তাৰ কোনো সমাধানেই নহয়। তেনেকুৱা সমাধান নোপোৱালৈকে আমাৰ কর্তব্যৰ শেষ নহয়, তাৰ বাবে অধিক সময় লাগিলেও লাগক।

এইখিনিতে মোৰ তৃতীয় আৰু চতুর্থ নীতি প্রযোজ্য। মাৰ্কিন দেশ যদি শাসনতান্ত্রিক কনভেনছন আৰু ১৮শ শতিকাৰ দর্শনবাদৰ আৰু সেই শতিকাৰ সীমাবদ্ধতাবোৰৰ মাজত সীমিত হৈ থাকিলহেঁতেন তেনেহলে দেশৰ আজি

এই শ্ৰী নহ'লহেঁতেন। স্বাধীনতাৰ আৰম্ভণিৰেপৰা ১৮০ বছৰে আমাৰ ক্ৰমশঃ উন্নতি হৈ আহিছে আৰু আমি লাভ কৰি অহা অভিজ্ঞতাক স্বায়ত্ত শাসন পদ্ধতিত কাৰ্যত পৰিণত কৰিছোঁ। এক কথাত আমাৰ পথ সজাৰ বুলিয়েই আমাৰ উন্নতি হৈছে। গতিকে আমাৰ শাসনতন্ত্ৰত নিহিত ১৮শ শতিকাৰ আদৰ্শবাদ আমাৰ উন্নতিপথৰ সহায়ক হৈছে। এই আদৰ্শবাদ কুৰি শতিকাৰ বাবেও ভাল বুলিয়েই বিবেচিত হৈছে।

অন্যান্য জাতিৰ দৰে আমাৰো প্ৰাকৃতিক সম্পদ, পৰিবেশগত সম্পদ আৰু উন্নতমানৰ সম্পদ আছে। সাফল্য আৰু সমৃদ্ধি বিনে আমি সেই সম্পদ বৃদ্ধি কৰিব নোৱাৰোঁ। এই সম্পদৰাজিৰ জৰিয়তে আমি সকলো-বিলাক গঢ়ি তুলিব লাগিব। চৰম সম্পদলাভৰ আগতে যদি আমি সন্তুষ্ট হৈ পৰোঁ তেতিয়াহলে আমাৰ ঐতিহ্য আৰু কৰ্তব্যৰ প্ৰতি অৱহেলা দেখুৱা হব।

টেক্সাচৰ লোক বুলিহে এইবোৰ কথা মই বিশেষভাৱে চিন্তা কৰোঁ। ৰাজনৈতিক জীৱনত মই বহু কথাৰ বাবেই চেষ্টা কৰি আহিছোঁ। তাৰ ভিতৰত যোৱা চতুৰ্থ দশকৰপৰা পঞ্চম দশকৰ ভিতৰত কলোৰাডো নদীৰ উন্নয়ন পৰিকল্পনাৰ বাবে কৰা চেষ্টাৰ বাবে মই সৰ্বাধিক গৌৰৱান্বিত বোধ কৰোঁ। তাৰ জলৰাশিক কাজত লগোৱাৰ বাবেই নহয়, আচলতে সেই অঞ্চলৰ অপচয় বন্ধ কৰিবলৈ সক্ষম হোৱা বাবেহে মই গৌৰৱবোধ কৰিছোঁ।

মোৰ ডেকাকালত সেই অঞ্চলটো আছিল অতি নগন্য। একোৱেই নহৈছিল তাত। অথচ আজি সেইটো অঞ্চলেই আমাৰ জাতীয় অৰ্থনীতি আৰু সম্পদৰ ফালৰপৰা এটা গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে। আটাইতকৈ মজাৰ কথা হ'ল, সমগ্ৰ অঞ্চলটোৰ জনসম্পদৰ অপচয়ৰ আজি অৱসান ঘটিছে। গাঁৱলীয়া ৰাইজৰ ঘৰে ঘৰে বিজুলীবাতিৰ প্ৰচলন হোৱাত ডেকাবোৰৰ চকুত নতুন ভাবোদ্দীপনাৰ সৃষ্টি হৈছে। টেক্সাচৰ পাহাৰবোৰৰ অনুৰ্বৰ শিলাময় মাটিৰ বিৰক্তিদায়ক শ্ৰম আৰু খাটনিৰপৰা জনসাধাৰণ ৰক্ষা পৰিছে। এইবোৰৰ জৰিয়তে চৰকাৰে দায়িত্ব পালনত সামৰ্থ্য দেখুৱাইছে।

আনহাতে, এই শ্ৰেণীৰ অপচয়ৰ মূলোচ্ছেদৰ লগে লগে অন্যান্য বিষয়তো চৰকাৰৰ কিছুমান দায়িত্ব আহি পৰিছে। ব্যয়বাহুল্য কৰধাৰ্যৰদ্বাৰা জনগণৰ ভাগা নিৰ্ণয়ত চৰকাৰৰ অপচয়ৰ পথ চৰকাৰেই বোধ কৰিবলৈ সক্ষম হৈছে। মাৰ্কিন চৰকাৰৰ পক্ষে এইটো এটা সমস্যাসংকুল বিষয়।

তদুপৰি ইয়াৰ মান নিৰ্ধাৰণতো আমি প্ৰায়ে ভুল কৰোঁহক।

নিষ্ক্ৰিয়তাৰ দৰে অতিশয় উদ্যমৰ ক্ষেত্ৰতো চৰকাৰৰ অপচয় ঘটি থাকে। বিশ্বৰ অন্যান্য দেশৰ লগত শক্তিৰ তুলনাত চৰকাৰে হয়তো আত্মপ্ৰসাদ লাভ কৰিব পাৰে। কমিউনিজিমৰ লগত এক আন্তৰ্জাতিক অচলাৱস্থাৰ ফলত কোনো যুদ্ধ হোৱা নাই সঁচা, কিন্তু সি আমেৰিকাৰ স্বাধীনতা আৰু সম্পদৰ অপচয়ৰ এক বিৰাট কাৰণ বুলি ভাবিবৰ থল আছে। কোনো বৃহৎ চৰকাৰেই আভ্যন্তৰীণ বা বৈদেশিক ক্ষেত্ৰত যিকোনো বিষয়তে অচলাৱস্থাক স্বীকাৰ কৰি লবলৈ টান পায়। চৰকাৰে দৃঢ়প্ৰতিজ্ঞ হৈ সাহসেৰে সৈতে জাতীয় স্বাৰ্থৰক্ষাত চেষ্টা কৰিবই লাগিব।

এইবিলাকেই হ'ল মোৰ ৰাজনৈতিক আদৰ্শৰ বিভিন্ন নীতি। মোৰ মতে বিভিন্ন সমস্যা সমাধানৰপৰা আদৰ্শৰ জন্ম হোৱা নাই। সি জন্ম লাভ কৰিছে তাতোকৈ অধিক গুৰুত্বপূৰ্ণ সমস্যা সমাধানৰ প্ৰচেষ্টাৰ পৰাহে। মই যিবোৰ পথৰ কথা কৈছোঁ তাক অনুসৰণ কৰিলে ১৯৫৮ চন নাইবা ১৯৭০ চনৰ যিকোনো সমস্যাৰ সমাধান বিচাৰি পোৱা যাব। এয়ে মোৰ বিশ্বাস।

ব্যক্তিগতভাৱে মই এজন ডেমোক্ৰেট। কাৰণ এই পাৰ্টিৰপৰাই মই উত্তম ৰূপে মোৰ বিশ্বাস আৰু আদৰ্শবাজিৰ অনুসৰণ তথা প্ৰয়োগত সাফল্য লাভ কৰিছোঁ। আন কিহবাৰ বাবে মই কেনেভাৱে ব্যাখ্যা কৰিব লাগিব সেই বিষয়ে আনবোৰেহে জানে, তাত মোৰ নিজৰ কৰলগীয়া একো নাই।

আৰম্ভণিতে মই উল্লেখ কৰিছিলোঁ আৰু এতিয়াও কওঁ যে মই এজন স্বাধীন নাগৰিক, আমেৰিকান, মাৰ্কিন চিনেটৰ আৰু সেই হিচাপে ডেমোক্ৰেট সদস্যও। শ্ৰেণী পদ্ধতিৰ ফালৰপৰা মোৰ ক্ষেত্ৰত ইমানতেই ইতি ৰেখা পৰিব।

লিণ্ডন বি. জনছন



আমেৰিকাৰ ৩৬তম প্ৰেচিডেণ্ট লিণ্ডন বি. জনচন



১৯৬২ চনত ইৰাণ পৰিভ্ৰমণৰ সময়ত ইৰাণৰ শ্বাহৰ লগত ভাইচ-প্ৰেচিডেণ্ট জনছনে আলোচনা কৰিছে।



জামাইক'ৰ স্বাধীনতা উৎসৱত গ্ৰেট বৃটেনৰ প্ৰিন্সেচ মাৰ্গাৰেটৰ সৈতে ভাইচ-প্ৰেচিডেণ্ট জনছনে কৰমৰ্দন কৰিছে।

## এক

দুঃখ আৰু আকস্মিক আঘাতত বিষাদপূৰ্ণ মুখেৰে ওখ মানুহজনে গম্ভীৰভাৱে বাইবেলখনৰ ওপৰত হাতখন ৰাখিলে আৰু বুঢ়ী তিৰোতা গৰাকীয়ে কোৱা কথাষাৰকে কঁপা কঁপা মাতেৰে লাহে লাহে আওৰাই গ'ল।

"মই গভীৰ নিষ্ঠা সহকাৰে এইবুলি শপত গ্ৰহণ কৰিছোঁ যে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰেচিডেণ্টৰ কৰ্তব্য মই যথাসাধ্য পালন কৰিম আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সংবিধান সমৰ্থন আৰু সংৰক্ষণ কৰিম। ঈশ্বৰে মোক সহায় কৰক।"

একালৰ টেক্সাচৰ কৃষক-বালক আৰু যৌৱনত এক স্কুলৰ শিক্ষক লিণ্ডণ বেনচ্ জনচন আজি এক অনাড়ম্বৰ অনুষ্ঠানৰ মাজেদি মাৰ্কিন যুক্ত-ৰাষ্ট্ৰৰ প্ৰেচিডেণ্ট নিযুক্ত হ'ল।

সেই শুভ দিনটো আছিল ১৯৬৩ চনৰ ২২ নবেম্বৰ।

এই ঘটনাৰ মাত্ৰ দুঘণ্টা আগতে, সেই শুক্ৰবাৰে আবেলিপৰত এক বজাত জন ফিট্‌জেৰাল্ড কেনেডী দুৰ্বৃত্তৰ হাতত নিহত হ'ল। এইভাৱে মৃত্যু বৰণ কৰা মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰেচিডেণ্টসকলৰ ভিতৰত এওঁ হ'ল চতুৰ্থ গৰাকী। সিদিনাখন মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰধান কৰ্মকৰ্তা গৰাকী ৱাছিংটনৰপৰা অনা তেওঁৰ মটৰেৰে টেক্সাচৰ ডল্লাচ চহৰৰ ৰাজ-আলিৰে শোভাযাত্ৰা কৰি গৈ আছিল। ঠিক সেই সময়ত ৰাস্তাৰ দাঁতিত থকা গুদামঘৰৰ ওপৰ তলাৰ এখন খিৰিকীৰ আঁৰত লুকাই থাকি জনৈক ব্যক্তিয়ে দুবাৰ ৰাইফলৰ গুলি কৰি প্ৰেচিডেণ্টৰ মূৰ আৰু শৰীৰত আঘাত কৰিলে। প্ৰেচিডেণ্ট কেনেডীয়ে তাৰ পিছত আৰু জ্ঞান ফিৰাই নাপালে।

ইয়াৰ মাত্ৰ এমাহৰ আগতে প্ৰেচিডেণ্ট কেনেডীয়ে ১৯৬৪ চনৰ নিৰ্বাচনত জনচনৰ সলনি আন এজনক ভাইচ প্ৰেচিডেণ্ট হিচাপে মনোনয়ন পত্ৰ দিব খোজা স্বামী জনৰৱৰ প্ৰতিবাদ কৰিছিল। নানান সময়ত প্ৰেচিডেণ্টে

জোৰ দি কৈছিল যে ১৯৬০ চনৰ দৰে ১৯৬৪ চনতো তেওঁলোক দুজনেই প্ৰতিদ্বন্দ্বিতা কৰিব আৰু সাম্প্ৰতিক সাংবাদিক সন্মিলনত তেওঁক যেতিয়া সোধা হৈছিল যে জনছনক তেওঁ সঙ্গী হিচাপে কামনা কৰে নে নকৰে বা জনছনে মনোনয়ন পোৱা কথাটো তেওঁ ভাবে নে নাভাবে, তেতিয়াও তেওঁ জোৰ দিয়েই কৈছিল—"এৰা, এয়েই সঙ্গী হব।"

ডল্লাচৰ বিমানক্ষেত্ৰত লাভ ফিল্ডত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বিমান বাহিনীৰ অন্তৰ্গত প্ৰেচিডেণ্টৰ নিজা বিমানৰ এটা কেবিনত লিণ্ডণ জনছনে প্ৰেচিডেণ্ট হিচাপে শপত গ্ৰহণ কৰিলে। সেইখন বিমানেৰেই সিদিনাখন পুৱা প্ৰেচিডেণ্টৰ পৰিষদবৰ্গ ওচৰৰ ফোৰ্ট ৱাৰ্থৰপৰা আহিছিল, প্ৰেচিডেণ্ট আৰু ভাইচ প্ৰেচিডেণ্ট আগদিনাখন ৰাতি তাতেই আছিল।

প্ৰেচিডেণ্টৰ শপত গ্ৰহণ অনুষ্ঠান পৰিচালনা কৰিছিল জনছন পৰিয়ালৰ পুৰণি বন্ধু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জিলা জজ চাৰা টি. হিউজেচে। নিহত শ্বহীদ প্ৰেচিডেণ্ট কেনেডীয়ে মাত্ৰ দুবছৰ আগতে এই ভদ্ৰমহিলা গৰাকীক সেই পদত নিযুক্ত কৰিছিল।

সেই জেট বিমানৰ পাছৰ কেবিনত জনচনৰ সোঁফালে তেওঁৰ বৈণীয়েক থিয় হৈ আছিল। বাওঁফালে আছিল প্ৰিয়জন বিয়োগ-কাতৰা মিচেচ কেনেডী। তেওঁ নিজেই এই অনুষ্ঠানত উপস্থিত থাকিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। "ভগবানে মোক সাহায্য কৰক" বুলি কৈ নতুন প্ৰেচিডেণ্টে দুয়োগৰাকী মহিলাকে মৃদুভাৱে চুমা খাইছিল। তাৰ পিছত বিষন্ন মনেৰে তাত থকা মানুহবিলাকলৈ এবাৰ মূৰ তুলি চালে। সিবিলাকৰ ভিতৰত আছিল কেনেডী আৰু জনছনৰ দুদিনীয়া টেক্সাচ ভ্ৰমণত যোগদিবৰ কাৰণে ৱাছিংটনৰপৰা অহা কেইজনমান কংগ্ৰেচ সদস্য, পৰলোকগত প্ৰেচিডেণ্টৰ কৰ্মচাৰী আৰু কেইজনমান সংবাদদাতা।

তেওঁলোকৰ প্ৰতিজনেই লক্ষ্য কৰিছিল, নতুন প্ৰেচিডেণ্টে এটা দীঘল হুমুনিয়াহ কাঢ়িছিল। কোটৰ ক'লা কাপোৰৰ তলত তেওঁ নিজৰ কান্ধখন এবাৰ জোকাৰি দিছিল।

"বাৰু", তেওঁ কলে, "তেনেহলে, এতিয়া এইখন বিমানকে ৱাছিংটনলৈ নিয়া যাওক।"

কথাষাৰৰ মাজেদি যি মানসিকতা ব্যক্ত হ'ল সি যথেষ্ট তাৎপৰ্যপূৰ্ণ।

১৯৬০ চনত প্ৰেচিডেণ্ট পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ ডেমোক্ৰেটিক

পাৰ্টীৰ মনোনয়ন পাবলৈ যাৰ লগত তেওঁ প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হৈছিল, আৰু যোৱা তিনি বছৰে যাৰ লগত ঘনিষ্ঠভাৱে কাম কৰি যাৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু সুদৃঢ় ব্যক্তিগত প্ৰীতি অনুভৱ কৰিছিল সেই গৰাকী লোক শোচনীয়ভাৱে নিহত হোৱাত শোকাভিভূত লিণ্ডন জনছনৰ ওপৰত যি বিপুল দায়িত্ব ন্যস্ত হ'ল, তাৰ সন্মুখীন হবলৈ তেওঁ দৃঢ় প্ৰতিজ্ঞভাৱে অগ্ৰসৰ হ'ল। দুঃখকে নহয়, দুঃখৰ নিষ্ক্ৰিয়তাকেহে তেওঁ জোকাৰি পেলালে।

সম্প্ৰতি বা ভৱিষ্যতে যি কৰিব লাগিব তেওঁ সেই কৰ্তব্য সম্পাদন কৰিবই লাগিব। কাৰণ ই বিধিৰ বিধান।

চঞ্চল, উৎসাহী টেক্সাচৰ এই নাগৰিকজনে ইয়াৰ আগতেও ৫৮ বছৰ ৩ মাহ বয়সত নিয়তিৰ নিষ্ঠুৰ বিধান সহ্য কৰিছিল। ইয়াৰ ভিতৰতে নাই বুলিও তিনিবাৰ অদৃষ্টই তেওঁক আঘাত কৰিছিল; কিন্তু তথাপি তেওঁ নিৰুৎসাহ হোৱা নাছিল।

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটৰ সদস্য পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰি প্ৰথম বাৰেই তেওঁ পৰাজিত হৈছিল; কিন্তু তাৰ সাত বছৰ পিছত পুনৰ প্ৰতিদ্বন্দ্বিতা কৰি তেওঁ জয়লাভ কৰিছিল।

চিনেটক তেওঁ আচৰিত ধৰণে আপোন কৰি লৈছিল আৰু সভাগৃহত তেওঁৰ নিচিনা সৰ্বকণিষ্ঠ অথচ সফলতম নেতা ইয়াৰ আগতে চিনেটত কোনো দিনেই কোনো পাৰ্টীয়েই পোৱা নাছিল। চিনেটত তেওঁৰ প্ৰভাৱ যি সময়ত সৰ্বোচ্চ শিখৰত সেই সময়ত এবাৰ তেওঁ হৃদৰোগত এনেভাৱে শয্যাগত হৈ পৰিছিল যে বহুতেই তেওঁ ৰাজনীতিৰ মাজলৈ অহা কথাত সন্দেহ প্ৰকাশ কৰিছিল। এই বেমাৰেই সম্ভৱতঃ তেওঁক ৰাজনীতিৰপৰা আঁতৰাই ৰাখিব। কিন্তু তেওঁ সম্পূৰ্ণভাৱে আৰোগ্য লাভ কৰিলে।

১৯৬০ চনত প্ৰচুৰ আশা লৈ প্ৰেচিডেণ্ট পদৰ বাবে ডেমোক্ৰেটিক পাৰ্টীৰ প্ৰাৰ্থী হিচাপে মনোনয়ন পাবলৈ তেওঁ প্ৰতিদ্বন্দ্বিতা কৰে; কিন্তু প্ৰথম বেলটতে কেনেডীৰ জয়লাভ হয়। এই ঘটনাই যে জনছনৰ কি অৱস্থা কৰিব কোনোৱে চিন্তা কৰিব পৰা নাছিল। আকৌ তাৰ পিছত ঘোষিত হ'ল যে তেওঁ মনোনীত লোকৰ অনুৰোধ মতে তেওঁৰ সহযোগীৰূপে ভাইচ-প্ৰেচিডেণ্টৰ পদত প্ৰতিদ্বন্দ্বিতা কৰিব।

তাৰ তিনি বছৰ পিছত। শৰত কালৰ এটি দুপৰীয়া দুৰ্বৃত্তৰ ৰাইফলৰ গুলিয়ে তেওঁক এটা বৃহৎ—পৃথিৱীৰ বৃহত্তম—কামত নিযুক্ত কৰিলে।

জাতিৰ ইতিহাসত যি কোনো ভাইচ প্ৰেচিডেণ্টতকৈ এই পদৰ বাবে সৰ্বাধিক শিক্ষা লৈ তেওঁ প্ৰেচিডেণ্ট পদ লাভ কৰিলে।

ৰাজনীতিজ্ঞান তেওঁৰ গভীৰ আৰু সুনিশ্চিত। এজন কংগ্ৰেছ সদস্যৰ ছেক্ৰেটৰী হিচাপে কাম কৰিবলৈ শিক্ষকৰ পদ এৰি অহাৰ দিন ধৰি অৰ্থাৎ ১৯৩১ চনৰেপৰা তেওঁ ৰাজনীতিত লাগি আছে। আদিতে প্ৰতিনিধি সভাত আৰু পিছত চিনেটৰ সদস্য হিচাপে কংগ্ৰেছত তেওঁ প্ৰায় ২৪ বছৰ কাল কাম কৰি আহিছে। চিনেটত সহকৰ্মীসকলৰদ্বাৰা সংখ্যাগৰিষ্ঠ দলৰ নেতা নিৰ্বাচিত হোৱাৰ আগতে তেওঁ সংখ্যাগৰিষ্ঠ দলৰ হুইপ আৰু সভাত সংখ্যালঘু দলৰ নেতাৰূপে কাম কৰি আহিছে। ভাইচ প্ৰেচিডেণ্টৰূপে থকা যোৱা তিনি বছৰ কালত প্ৰতিটো গুৰুত্বপূৰ্ণ কামতে নীতি নিৰ্ধাৰণৰ ক্ষেত্ৰত তেওঁক গভীৰভাৱে মনোযোগ দিয়া দেখা গৈছে।

নতুন প্ৰেচিডেণ্ট এগৰাকী অতি বিচক্ষণ ৰাজনীতিবিশাৰদেই নহয়, তাতোকৈ অধিক।

কংগ্ৰেছত প্ৰথম নাগৰিক অধিকাৰ সংক্ৰান্ত আইন প্ৰণয়নৰ সময়ত চিনেটৰ সংখ্যাগৰিষ্ঠ দলৰ নেতা হিচাপে তেওঁৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। গৃহযুদ্ধৰ পিছৰ কালত পুনৰ্গঠনৰ ক্ষেত্ৰত এনেকুৱা ধৰণৰ আইন অনুমোদিত হোৱা নাই। তেওঁৰ কৰ্মকুশলতাৰ কাৰণেহে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মহাশূন্যত অভিযান চলোৱা সম্ভৱ হৈছে। সামৰিক দপ্তৰৰপৰা অপব্যয় আৰু অযোগ্যতা দূৰ কৰাতেই নহয় কংগ্ৰেছৰদ্বাৰা অপৰ্যাপ্ত পৰিমাণ অৰ্থ অনুমোদন কৰি জাতীয় শক্তি সংৰক্ষণৰ ক্ষেত্ৰতো কংগ্ৰেছত তেওঁৰ কাৰ্যকালৰ এটা বিৰাট অংশৰ অপচয় ঘটিছিল। বৃহত্তৰ পৃথিৱীত তেওঁ ব্যক্তিগত প্ৰভাৱ এনেভাৱে প্ৰয়োগ কৰিছে যাতে বিভিন্ন দেশৰ মাজত বেপাৰ-বাণিজ্যৰ সম্প্ৰসাৰণ হয় আৰু সাধাৰণ লোকৰ মাজত মিলা-প্ৰীতিৰ উত্তৰোত্তৰ উন্নতি হয়।

এইবোৰ ক্ষেত্ৰত তেওঁৰ চেষ্টা আৰু কৰ্মকুশলতাই তেওঁৰ প্ৰেচিডেণ্ট হোৱাৰ মূল পটভূমিকা।

বেপাৰ-বাণিজ্যৰ নানান সমস্যাৰ বিষয়ে তেওঁৰ বুদ্ধি আৰু শ্ৰমিক সমস্যা সম্বন্ধেও ব্যক্তিগত সহানুভূতি তেওঁ দেখুৱাই আহিছে। আজীৱন

তেওঁ মনেপ্ৰাণে ডেমোক্ৰেটিক পাৰ্টীৰ এজন সদস্য, তাৰ বন্ধু আৰু পৰামৰ্শদাতা। প্ৰতিনিধিসভাৰ অধ্যক্ষ চাম ৰেবাৰ্ণৰ দৰে তেওঁ আন্তৰিকভাৱে সৈতে বিশ্বাস কৰে যে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জনসাধাৰণ ৰিপাব্লিকান পাৰ্টীতকৈ ডেমোক্ৰেটিক পাৰ্টীৰদ্বাৰা পৰিচালিত চৰকাৰৰ অধীনত অধিকতৰ সুখে-স্বাচ্ছন্দ্যে থাকে। তথাপি কোনো কোনো ক্ষেত্ৰত, বিশেষকৈ বৈদেশিক আৰু সামৰিক ক্ষেত্ৰত তেওঁ উদ্দেশ্যমূলকভাৱে নিৰপেক্ষ থাকিব পাৰে। স্বদেশ নাইবা বিদেশ য'তেই নহ'ক অপব্যয়ক তেওঁ সততে শত্ৰু বুলি ভাবে। তেওঁৰ মতে অপব্যয়—সম্পত্তিৰ অপব্যয়, মানৱ জীৱনৰ অপব্যয়, সুযোগৰ অপব্যয়—দূৰ কৰা উচিত। তেওঁৰ ভাষাত কবলৈ হলে, "চৰকাৰৰ এয়ে সৰ্বশ্ৰেষ্ঠ সক্ৰিয় দায়িত্ব।"

সাম্প্ৰতিক কালৰ জটিলতম প্ৰকৃতিৰ মানুহ আৰু আটাইতকৈ স্পষ্টবাদী সকলৰ ভিতৰত অন্যতম নতুন প্ৰেচিডেণ্টৰ অন্তৰত নিহিত আছে ভ্ৰাম্যমান প্ৰকৃতি, প্ৰমাণ সম্ভৱ তথ্য আৰু বিশ্লেষণ—পৰীক্ষাত উত্তীৰ্ণ মতামতৰ বাবে অনুসন্ধিৎসা। নিজে যাতে প্ৰচুৰ কাম কৰিব পাৰে জাতিৰ হিতৰ কাৰণে, দিনে চৈধ্য, ষোল আনকি ওঠৰ ঘণ্টা ধৰি—সেইবাবে অবিশ্ৰান্তভাৱে তেওঁ আনৰ মনৰ প্ৰতি তীক্ষ্ণভাৱে অনুসন্ধিৎসু দৃষ্টি ৰাখে—জানোচা কেতিয়াবা তেওঁৰ কামৰ সহায়ক কোনো নতুন কল্পনাৰ সন্ধান পাই যায়। যিবিলাকৰ চিন্তা, কল্পনা তেওঁ আয়ত্তাধীনলৈ আনিলে সিবিলাক হয়তো ক্লান্ত হৈ পৰিল ; কিন্তু তেওঁ পুনৰুজ্জীৱিত হৈয়ে থাকিল।

দৈহিক শক্তিৰ লগত মানসিক কৰ্মকুশলতাৰ তাল মিলাই তেওঁ যি লক্ষ্যত উপনীত হৈছে আনৰ পক্ষে তাত উপনীত হোৱা সম্ভৱ নহয়। তেওঁৰ কৰ্মচাৰীবোৰৰ কোনো কোনোৱে কেতিয়াবা ভাবে, তেওঁলোকৰ গৰাকী যদি আৰু কিছু কম উচ্চাভিলাষী হ'লহেঁতেন। তেওঁলোকেও এওঁৰ দৰেই কঠোৰ শ্ৰম কৰে। তথাপি, কেতিয়াবা কিবা অনুযোগ কৰিলেও, সেই মহান ব্যক্তিৰ প্ৰতি তেওঁলোকৰ আনুগত্য প্ৰশ্নাতীত—সামান্য লক্ষ্য কৰিলেই দেখা যাব যে সেই আনুগত্য প্ৰচণ্ড—সেই গৰাকী লোকৰ প্ৰতিয়েই তেওঁলোকৰ আনুগত্য অধিক যি গৰাকী কৰ্মচাৰীবোৰৰ দৰে নিজেও প্ৰচুৰ কামৰ মাজত ব্যস্ত হৈ থাকে।

নতুন প্ৰেচিডেণ্টৰ বিপুল শক্তিৰ অন্যতম প্ৰকাশ কেৱল দুৰূহ বিষয়ৰ পুঙ্খানুপুঙ্খ ব্যৱস্থা কৰাই নহয়, জটিল সমস্যাৰ সমাধান কৰা আৰু

কূটনীতিবিদসকলৰ লগত যথাযথ আচৰণ কৰা। মূলতে এইটোৱেই হ'ল অপৰিহাৰ্য কাৰণসমূহৰ ভিতৰত অন্যতম ; ভূতপূৰ্ব ভাইচ প্ৰেচিডেণ্ট ৰিচাৰ্ড এম. নিক্সনৰ ভাষাত এই গুণটোৱেই তেওঁক "আমাৰ দিনৰ দক্ষতম ৰাজনীতিবিদসকলৰ অন্যতম" বুলি প্ৰতিপন্ন কৰিছে। ডেমোক্ৰেট পাৰ্টিৰ আন এগৰাকী চিনেটৰ সদস্যই এই বুলি ব্যাখ্যা কৰিছে,—"আচল ৰহস্য হ'ল এয়ে যে লিণ্ডনে দিবও জানে আৰু নিবও জানে। আপুনি যদি তেওঁৰ লগত যায়, তেওঁ কিছু নহয় কিছু দিবই। লিণ্ডনে কেতিয়াও নাপাহৰে।" আনৰ লগত আত্মীয়ভাৱে কাম কৰাৰ এই অভ্যাসটো তেওঁ নিখুঁতভাৱে আয়ত্ত কৰিছে। তেওঁ এজন নেতা আৰু একেযোগে নিশ্চিতভাৱে এজন দলীয় খেলুৱৈও।

তেওঁ এজন ক্ষিপ্ৰ কৰ্মক্ষম ব্যক্তি। তদুপৰি এনেকুৱা লোক যিজনে বিশ্বাস কৰে যে কৰ্তব্য কাম সম্পন্ন কৰিব লাগিবই আৰু তাৰ কাৰণে অনাৱশ্যক পলম কৰিলেও নচলিব। প্ৰকৃতিৰ ফালৰপৰাও তেওঁ আবেগপ্ৰৱণ লোক নহয়, বৰং আত্মসচেতন বুলিয়েই কব পাৰি। সঙ্কট মুহূৰ্ততো তেওঁ আতঙ্কগ্ৰস্ত নহয়। তেওঁ যথাৰ্থ বিবেচনা কৰি চায়, চিন্তা কৰি চায়। যুক্তি-তৰ্কৰদ্বাৰা বিশ্লেষণ কৰে। তেওঁ হ'ল প্ৰকৃত দায়িত্বজ্ঞান সম্পন্ন ব্যক্তি।

এয়েই লিণ্ডন জনছন, যিগৰাকীয়ে প্ৰেচিডেণ্ট হিচাপে তেওঁৰ প্ৰথম কেইঘণ্টামান কাল টেক্সাচৰ ডল্লাচ নগৰৰপৰা ৱাচিংটনলৈ আকাশ পথত কটাই দিলে। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বিমান-বাহিনীৰ বগা আৰু নগা ৰঙৰ প্ৰকাণ্ড জেট বিমানখন ৰাজধানীৰ ওমুৰত থকা এণ্ড্ৰুজ বিমানঘাটিত অৱতৰণ কৰিলে। তেতিয়া প্ৰেচিডেণ্ট জনছনে তেওঁৰ সমুখত সজাই ৰখা টেলিভিছন আৰু ৰেডিওৰ মাইক্ৰোফোনৰ আগত থিয় হৈ গুৰু গম্ভীৰস্বৰে ঘোষণা কৰিলে :

"সকলোৰে কাৰণে এইটো এটা গভীৰ দুঃখৰ সময়। আমি যিটো হেৰুৱালোঁ তাৰ পৰিমাপ কৰা নাযায়।

"মোৰ কাৰণে এইটো এটা অতিশয় গভীৰ ব্যক্তিগত শোকাৱহ ঘটনা। মই জানো, মিচেচ কেনেডী আৰু তেওঁৰ পৰিয়ালবৰ্গই যি দুঃখ পাইছে, পৃথিৱী তাৰ অংশভাগী।

"মই মোৰ সাধ্যানুসৰি চেষ্টা কৰিম। মই মাথোঁ তাকে কৰিব পাৰোঁ। মোক লাগে আপোনালোকৰ সহায়-সহযোগ আৰু পৰমেশ্বৰৰ কৰুণা।"

এইদৰে তেওঁ সেই চুটি, জৰুৰী আৰু আন্তৰিক বিবৃতিটো শেষ কৰিলে। তাৰ পিছত মিচেচ জনছনক লগত লৈ প্ৰেচিডেণ্টে বিষাদভৰা মুখেৰে তেওঁক হোৱাইট হাউচলৈ নিবৰ কাৰণে ওচৰতে বৈ থকা হেলিকোপ্টাৰখনৰ ফালে আগবাঢ়িল।

কেইটামান মুহূৰ্তৰ পিছত তেওঁ পুনৰায় যেতিয়া পৃথিৱীৰ বুকুলৈ নামি আহিল তেতিয়া তেওঁ আৰু অকল নিজৰেই নহয়,—তেওঁ সমগ্ৰ দেশৰ আৰু সমগ্ৰ জাতিৰ।

## দুই

১৯০৮ চন। ২৭ আগষ্ট, দেওবাৰ।

আবেলি পৰত টেক্সাচ নগৰৰ এখন কৃষিপামত এজন বৃদ্ধ ভদ্ৰলোক এটা ঘোঁৰাত উঠি বহিল। পামখন তেৱেঁই প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ নামেৰেই পামখন পৰিচিত। জিণৰ ওপৰত পোনভাৱে বহি তেওঁ ওচৰৰ গাঁওবাসীবোৰৰ লগত দেখা কৰিবলৈ গ'ল। তেওঁলোকৰ প্ৰতিজনকে তেওঁ একেটা শুভ বাতৰিকে দি গ'ল :

"আজি পুৱা মাৰ্কিন যুক্তৰাষ্ট্ৰৰ এজন চিনেট সদস্যৰ জন্ম হৈছে—মোৰ নাতি।"

টেক্সাচৰ জনছন চহৰবাসীসকলে ছেমুৱেল এলি জনছনক (বৰজনা) চিনি পাইছিল। তেওঁলোকে তেওঁৰ কথা শুনিছিল। ঘৰৰ এই নবাগত আলহীৰ নামকৰণৰ আগতেই সকলোৰে ওচৰত তাৰ ভাগ্য নিৰ্ধাৰিত হৈ গ'ল। পৰৱৰ্তী কেইবছৰমানৰ ভিতৰতে সিহঁতৰ বিশ্বাস ক্ৰমান্বয়ে দৃঢ়ৰপৰা দৃঢতৰ হৈ আহিবলৈ ধৰিলে। কিয়নো ককাদেউতাকে বাৰে বাৰে সেই ল'ৰাটোৰ তীক্ষ্ণ মেধা, বুদ্ধিদীপ্ত চকু, অকালপক্কতা, স্থিৰসংকল্প আৰু মনোহাৰিতাৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ কৰি নিজৰ বিচাৰ বুদ্ধিৰ কথা কৈছিল।

ৰাজনৈতিক পৰিবেশৰ মাজতে লিণ্ডণ জনছনৰ জন্ম। তেওঁৰ পিতাক টেক্সাচৰ আইন সভালৈ পাঁচবাৰ নিৰ্বাচিত হৈছিল। তেওঁৰ খুৰায়েকো আইনসভাৰ সদস্য, তদুপৰি টেক্সাচৰ ছেক্ৰেটৰী অব ষ্টেট হিচাপেও তেওঁ কাম কৰিছিল। তেওঁৰ আবুয়েক আছিল এগৰাকী প্ৰখ্যাত ব্যক্তিৰ ভাতৃদুহিতা, যিগৰাকী প্ৰখ্যাত লোকে মেক্সিকোৰপৰা আহি টেক্সাচৰ স্বাধীনতা পত্ৰত স্বাক্ষৰ দিছিল, চান জাচিনটোনৰ মুক্তি সংগ্ৰামত যোগদান কৰিছিল আৰু টেক্সাচ সাধাৰণতন্ত্ৰৰ প্ৰথম কংগ্ৰেছৰ সদস্য নিৰ্বাচিত হৈছিল। তেওঁৰ সেই আবুয়েকৰ খুৰাক আছিল কেণ্টাকীৰ গৱৰ্ণৰ। তেওঁৰ উপৰিপুৰুষসকলো পূৰ্বৰ দেশলৈ উভতি গৈ কেবা পুৰুষো ধৰি স্কটিছ পাৰ্লিয়ামেণ্টত নিজ জিলাৰ প্ৰতিনিধিত্ব কৰিছিল

লিগুণৰ পিতাক হেমুৱেল এলি জনছন (সকজনা) আছিল শিক্ষক, কৃষিজীৱী আৰু আইনসভাৰ সদস্য। ১৯০৪ চনত মাত্র সাতাইছ বছৰ বয়সতে তেওঁ প্রথম আইনসভাৰ সদস্য নির্বাচিত হৈছিল। তেতিয়া দুবাৰ, পিছত দুবছৰকৈ আৰু তিনিবাৰ তেওঁ আইন সভাৰ সদস্য হিচাপে কাম কৰিছিল। তেওঁৰ এই কার্যকালৰ শেষ চোৱাত এবাৰ প্রথম মহাসমৰৰ সময়ত প্রতিনিধি সভাত সহনশীলতাৰ বিষয়ে বক্তৃতা দি তেওঁ সমগ্র টেক্সাচত বিশেষভাৱে পৰিচিত হৈ পৰিছিল। সেই বক্তৃতাটি আছিল—দেশব্যাপী যুদ্ধকালীন উপযোগী যি দেশপ্রেম জাগি উঠিছে তাৰ লগত সাধাৰণ জ্ঞান আৰু বিচাৰবুদ্ধিৰ প্রয়োগ আৰু সংযোগ স্থাপনৰ কাৰণে এটা সনির্বন্ধ আবেদন।

আইন সভাৰ সদস্য হিচাপে ছাম জনছন ভালেমান গঠনমূলক কামৰ ৰচয়িতা আছিল। প্রথমবাৰ আইনসভাৰ সদস্যৰূপে নির্বাচিত হৈয়ে টেক্সাচৰ মুক্তি সংগ্রামৰ পবিত্র বেদী ছান এণ্টনিওত অৱস্থিত আলামো কিনিবৰ বাবে সভাৰদ্বাৰা অর্থ মঞ্জুৰ কৰি নিয়ে। কনফেদাৰেছনৰ বিখ্যাত ব্যক্তিবোৰৰ বিধৱাবোৰৰ বাসস্থান নির্মাণৰ বাবেও তেওঁ এখন আইনৰ খচৰা প্রস্তুত কৰিছিল। অনাবৃষ্টি পীড়িত অঞ্চলৰ জনসাধাৰণক অর্থ সাহায্য দিয়া বিষয়তো তেওঁ এজন আগৰণুৱা আছিল।

আইন সভাৰ সদস্য নির্বাচিত হোৱাৰ পিছত প্রথম ছোৱাত তেওঁ যি কেইটা ভোট দিছিল তাৰ ভিতৰত এটা আছিল টেক্সাচৰ উত্তৰাঞ্চলৰ শেষ প্রান্তৰপৰা নির্বাচিত টেক্সাচৰ আইন সভাৰ অধ্যক্ষ পদৰ বাবে প্রার্থী জনৈক যুৱকৰ সপক্ষে। সেই যুৱকেই সেই পদ লাভ কৰিছিল। তেৱেঁই আছিল ছাম ৰেবার্ণ।

১৯০৭ চনৰ আগষ্টত ছাম জনছনে ৰেবেকা জনছনৰ পাণি গ্রহণ কৰে। ৰাজ্যৰ আইন সভাত জনছনৰ আগৰ প্রতিনিধি জোচেফ ডব্লু বেনেছৰ কন্যা হ'ল এই ৰেবেকা। কনফেডাৰেছনৰ প্রধান কর্মকর্তাসকলৰ পুনৰমিলন সভাত চিনেটৰ সদস্য জো বেলী আৰু চার্লি কালবার্ছণ আৰু গবর্ণৰ টম কেম্পবেলৰ বক্তৃতা শুনাবলৈ নিয়া সময়ত ছাম ৰেবেকাৰ লগত প্রণয় সূত্রত আবদ্ধ হয়। এবাৰ আইনসভাৰ এই ডেকা সদস্যজনে ৰেবেকাক আইন সভালৈ উইলিয়াম জেনিংচ ব্রায়ানৰ তেজী বক্তৃতা শুনিবৰ কাৰণে আমন্ত্রণ জনাইছিল।

"শঁচাকৈয়ে ৰাজনীতি ভালপোৱা এজনী ছোৱালী চকুত পৰাত তেওঁ মুগ্ধ হৈ পৰিছিল"—তেওঁৰ ভৈণীয়েকে তাৰ ভালেমান বছৰ পিছত এবাৰ কৈছিল।

পিতাকৰ আৰ্থিক অনাটনৰ মাজত দৃঢ়মনা, স্থিৰ সংকল্পৰ যুৱতী ৰেবেকাই বেলৰ কলেজত ক্লাচ কৰোঁতে গিলেস্পী কাউন্টিৰ সদৰ ফ্রেডাৰিক্সবাৰ্গত "বাক্য-ৰীতি" শিকাইছিল। বিয়াৰ পিছত ন দৰা-কইনা পেডাৰ্নেল্চ নৈৰ পাৰত থকা জনছনৰ ঘৰলৈ আহে। তাতে এবছৰ পিছত বৃদ্ধ ককাক জনছনৰ ঘোষণামুসৰি ভৱিষ্যত চিনেট-সদস্য, তেওঁলোকৰ প্ৰথম সন্তানৰ জন্ম হয়।

লিণ্ডণ জনছনৰ উপৰিপুৰুষবিলাকৰ ভিতৰত কোনোজন আছিল চৰকাৰী চাকৰিয়াল, মন্ত্ৰী, ঘৰচীয়া পশু-ৰক্ষক, আকৌ কোনোজন আছিল সাংবাদিক, কৃষিজীৱী, স্কুলীয়া শিক্ষক, কলেজ-সভাপতি, মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বিপ্লৱ-কন্যাৰ সহ-প্ৰতিষ্ঠাত্ৰী।

জেমী জনছন আৰু লুচী ৱেব বাৰ্ণেট জনছনৰ দশম সন্তান লিণ্ডণৰ ককাক ছেমুৱেল এলী জনচনে ( বৰজনা ) আলাবামাত জন্মগ্ৰহণ কৰে ১৮৩৮ চনত। ছেমুৱেল এলীৰ মাক-পিতাকে জীৱনৰ সৰহভাগ দিনেই জৰ্জিয়াত কটোৱাৰ পিছত ১৮৪৬ চনত টেক্সাচলৈ গুচি আহে। তাৰ দহ বছৰ পিছত পিতাকৰ পৰলোক হোৱাত ডেকা ছামে তেওঁৰ ভায়েক টমৰে সৈতে পশুৰ ব্যৱসায়ত মন দিয়ে। তেওঁলোকে কেনছাচৰ বজাৰত পশু বিক্ৰী কৰাৰ আগতে গিলেস্পী গাঁৱৰ দাঁতিত পশু চৰাইছিল। পঞ্চাশ দশকৰ শেষৰ ফালে দুয়ো ভাই ককাই মিলি জনছন চহৰ নিৰ্মাণৰ সূচনা কৰে। এই অঞ্চলত ইয়েই প্ৰথম বসতি স্থাপন।

ছেমুৱেল এলী জনছনে গৃহযুদ্ধত যোগ দিছিল। ১৮৬৭ চনত ৰবাৰ্ট হোমচ বেণ্টন আৰু জেনী মেকিন্টচ বেণ্টনৰ কন্যা এলিজা বেণ্টনক তেওঁ বিয়া কৰায়। এলিজা বেণ্টন আছিল টেক্সাচৰ স্বাধীনতা ঘোষণাপত্ৰ আৰু টেক্সাচ সাধাৰণতন্ত্ৰৰ শাসনতন্ত্ৰত স্বাক্ষৰকাৰী জন হুইলাৰ বেণ্টনৰ ভ্ৰাতুষ্পুত্ৰী। সাধাৰণতন্ত্ৰৰ প্ৰথম কংগ্ৰেছতেই তেওঁ প্ৰতিনিধিত্ব কৰিছিল। এলিজাৰ জনৈকা সম্পৰ্কীয় ভনীয়েক মেৰী ডেছা আছিল মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বিপ্লৱ-কন্যা নামৰ অনুষ্ঠানৰ সহ-প্ৰতিষ্ঠাত্ৰী।

১৮৫০ চনৰ মাজভাগত ৰেবেকা বেনেছৰ পিতাক জোছেপ উইলিয়ামে

লুইচিয়ানাত জন্ম গ্ৰহণ কৰিছিল। কিন্তু তেওঁ শিক্ষা-দীক্ষা লাভ কৰিছিল টেক্সাচত। তেৰেঁা গৃহযুদ্ধত লিপ্ত হৈছিল। তেওঁ আছিল আকৌ স্কুলীয়া শিক্ষক, আইনজীৱী আৰু মেকিকিনীৰপৰা প্ৰকাশিত এখন সাপ্তাহিক পত্ৰিকাৰ প্ৰতিষ্ঠাতা। পিছলৈ তেওঁ ছেক্ৰেটেৰী অব্ ষ্টেট আৰু আইন সভাৰ সদস্য হৈছিলগৈ।

তেওঁৰ পিতাক জৰ্জ ডব্লু বেনেচ আৰ্কানৃছাচ লুইচিয়ানা আৰু শেষত টেক্সাচৰ ধৰ্মযাজক হৈছিল। তেৰেঁা আৰ্কানৃছাচৰ আইনসভাৰ সদস্য আছিল। টেক্সাচৰপৰা প্ৰকাশিত প্ৰথম ধৰ্মমূলক পত্ৰিকাখনৰ তেৰেঁই সম্পাদক। ১৮৬১ চনত তেওঁ বেলৰ বিশ্ববিদ্যালয়ৰ সম্প্ৰদায়গত কলেজৰ সভাপতি হৈছিল; কিন্তু এবছৰ পিছতেই শাৰীৰিক অসুস্থতাৰ বাবে তেওঁ সেই পদ এৰি দিয়ে। জৰ্জ বেনেচ বিচিত্ৰ চৰিত্ৰৰ লোক ছাম হাৰ্ডচ্‌টনৰ আছিল অন্তৰঙ্গ বন্ধু।

এই পূৰ্বপুৰুষ সকলৰপৰা লিণ্ডণ জনচনে উত্তৰাধিকাৰী সূত্ৰে আন যিয়েই নাপাওক বিপুল দৈহিক শক্তি যে লাভ কৰিছিল সেই বিষয়ত লেশমানো সন্দেহ নাই। মাক বা আন যিবিলাকে সৰুৰেপৰা তেওঁক দেখি আহিছিল সিবিলাকৰ মানত সৰুতেই তেওঁ আছিল এটি ডায়নামো সদৃশ।

স্বাস্থ্যবান তজবজীয়া কামিলা ল'ৰা। পামৰ ঘৰত কৰিব লগীয়া কাম ঢেৰ। লিণ্ডণে সেই কাম প্ৰচুৰ পৰিমাণে কৰিছিল। মাক-পিতাকৰ দায়িত্বৰ প্ৰতি সচেতনশীলা মাকৰ কঢ়া নজৰ, আৰু গৰ্বিত, বুদ্ধিমান বাপেকৰ সযত্ন পৰিচালনাত পাহকুৰা এন্দুৰৰ দৰে লিণ্ডণে দিনে দিনে শ্ৰীবৃদ্ধি লাভ কৰিবলৈ ধৰিলে।

মন আৰু শৰীৰ দুয়োফালৰেপৰা আছিল তেওঁ সক্ৰিয়। মাকে শৈশৱকালৰেপৰা তেওঁক বাইবেল, বুৰঞ্জী আৰু প্ৰাচীন আখ্যান-কাহিনীৰ সাধু কৈছিল। সঁচা ঘটনাবোৰে লিণ্ডণক বেছি আনন্দ দিছিল। "এয়া জানো সঁচা?"—লিণ্ডণে বহু সময়ত মাকক সুধিছিল, "সঁচাকৈয়ে এনেকুৱা হৈছিল নে?"

দুবছৰ পূৰ নোহওঁতেই মাক ৰেবেকাই পুতেকক এ-বি-চি শিকাইছিল। তিনি বছৰ বয়সত তেওঁ লংফেলো আৰু টেনিছনৰ কবিতা আবৃত্তি কৰিব পাৰিছিল। চাৰি বছৰ বয়সত তেওঁ নিজে নিজেই পুথি পঢ়িব পাৰিছিল।

পাঁচ বছৰ বয়সত তেওঁ স্কুললৈ যোৱাৰ লগে লগে পঢ়া-শুনাৰ মাজত

বুৰ মাৰিছিল। পঢ়া-শুনাৰ বাহিৰেও আৰু ভালেমান কৰিব লগীয়া কাম আছিল আৰু সঁচা কথা কবলৈ হলে সেইবোৰেই যেন আছিল তেওঁৰ অধিক আকৰ্ষণীয়।

পূৰ্বাপৰ বৰ্ণনাৰপৰা জনা যায় যে তেওঁ স্কুলত সাধাৰণতে ভাল নম্বৰেই পাইছিল, কেৱল "আচৰণ" বিধিত তেওঁ সদায় 'বি'-ৰ বেছি নাপাইছিল। নম্বৰ পোৱাৰ বিষয়ত তেওঁৰ নিজৰ আগ্ৰহতকৈ মাকৰ জেদহে অধিক কাৰ্যকৰী আছিল। তেওঁ জানিছিল যে তেওঁৰ ল'ৰাও জেদী, কিন্তু নিজৰ সংকল্পও কম নাছিল। পঢা-শুনাত লিওণে কোনো ফাঁকি দিয়াৰ চেষ্টা কৰিলে মাকেও আন কৌশল অৱলম্বণ কৰি তেওঁক পঢ়ুৱাবৰ কাৰণে নতুন চাতুৰীৰ সহায় লৈছিল।

তেওঁ কৈছিল, "বহু সময়ত স্কুললৈ যোৱাৰ সময়ত পুৱা টেবিলৰ আগত নবহালৈকে মই কবকে নোৱাৰিছিলোঁ যে সি পাঠ পঢা নাছিল। তেতিয়া মই কাগজ-পুথি লৈ আহি পিতাকৰ আগত টেবিলত বহুৱাই পুৱাৰ চা-জলপান খোৱাৰ লগে লগে তেওঁৰে স'তে লিওণৰ আগদিনা নিশা যি যি পঢা উচিত আছিল সেই বিষয়ে আলোচনা কৰিছিলোঁ।"

"লিওণক মই এনেভাৱে শিকাইছিলোঁ যাতে ডাঙৰৰ কথাৰ ওপৰত সি কোনোদিন কথা নকয়। গতিকে সি আমাৰ কথা শুনিবলৈ বাধ্য হৈছিল আৰু সেই হিচাপে তাৰ পাঠ আদিও পঢ়িছিল। এইদৰে সদায় পুৱা তাক ঘৰৰ মূল দুৱাৰলৈকে আগবঢাই দিয়া পৰ্যন্ত মই বুৰঞ্জী, ভূগোল আৰু বীজগণিতৰ কথা কোৱাৰ চলতে চকু ৰাখিছিলোঁ—তাৰ সিদিনাৰ পঢা পাঠ সাজু হৈছিল নে নাই।"

বাধ্য-বাধকতাৰ মাজেদি পঢোৱাৰ প্ৰয়োজন হোৱা সত্বেও ল'ৰাক ক্ৰমশঃ প্ৰায়বোৰ কথাতে উৎসাহিত দেখা গৈছিল আৰু নতুন নতুন উপায় উদ্ভাৱনত সি নিপুণ হৈ উঠিছিল। মাক-পিতাকে সেই কথাত ভালেই পাইছিল। তেওঁ নিজৰ টাটু ঘোঁৰাত উঠি কেইমাইলমান দূৰত থকা স্কুললৈ গৈছিল। তেওঁৰ কেবাজনো বন্ধু আছিল। সিহঁত তেওঁতকৈ আছিল বয়সত ডাঙৰ আৰু প্ৰায়ে তেওঁ একোজনকৈ ৰাতি ঘৰত ৰখাৰ কাৰণে লগত লৈ আহিছিল। ঘৰৰ আন পাঁচটা ল'ৰা-ছোৱালীৰ ভিতৰত তেৱেঁই যে ডাঙৰ আছিল সেই কথাত তেওঁ নিজেও বেচ সচেতন।

১৯২৪ চনৰ বসন্ত কালত জনছন ছহৰৰ উচ্চ বিদ্যালয়ৰপৰা স্নাতক

ছাত্ৰৰূপে পৰিগণিত হ'ল। শ্ৰেণীৰ সাতজন ছাত্ৰৰ ভিতৰত তেৱেঁই আছিল সভাপতি। সেই বছৰতে তেওঁ আৰু আন এজন বন্ধুৱে কাউন্টিৰ আন্তঃ তৰ্ক প্ৰতিযোগিতাত জয়লাভ কৰে।

উচ্চ বিদ্যালয়ৰপৰা স্নাতকৰূপে ওলাই অহাৰ অৰ্থ তেওঁৰ কাৰণে বিৰক্তিকৰ খাটনিৰপৰা হাত সৰা। কলেজৰ কথা তেওঁ ভবাই নাছিল। কিতাপৰ লগত তেওঁৰ সম্পৰ্ক শেষ হ'ল। তেওঁ এতিয়া বৃহত্তৰ পৃথিৱীত বিচৰণ কৰিবলৈহে ইচ্ছুক। তেওঁ অনুভৱ কৰিছিল তেওঁ এজন পুৰুষ মানুহ—অন্ততঃ উচ্চতাৰ ফালৰপৰা তেওঁ পুৰুষেই আছিল। টেলিফোনৰ খুটাৰ দৰে তেওঁৰ খীণ দেহাটো আছিল ছফুট ওখ।

মাক-পিতাকৰ ভীষণ আগ্ৰহ আছিল পুতেকে কলেজত পঢ়ক। তেওঁ নিজে কিন্তু তেওঁলোকৰ আকাঙ্খাৰ অংশীদাৰ নাছিল। এই বিষয়ে কোনো কথা-বতৰা হোৱাৰ সুযোগ নিদিয়াৰ কাৰণেই তেওঁ পাঁচজনমান বন্ধুৰে সৈতে কালিফোৰ্ণিয়ালৈ গুচি যায়। এই যাত্ৰাক তেওঁৰ পলায়ন বুলিও কব পাৰি।

কালিফোৰ্ণিয়াত কেইমাহমানৰ ভিতৰতে তেওঁ ভালেমান কথা শিকি পেলালে। খুব কম দিনৰ ভিতৰতে তেওঁলোকৰ টকা-কড়ি ঢুকাই আহিল। তেতিয়া তেওঁলোকে টকাৰ কাৰণে ব্যস্ত হৈ পৰিল আৰু আটায়ে চাকৰি বিচাৰি ওলাই আহিল।

সেই সময়ৰ কথা কওঁতে তেওঁ কৈছিল—"সেই সময়তে প্ৰথম মই লঘোণে থাকিব লগীয়া হৈছিলোঁ। মোৰ খাদ্যতালিকাৰ প্ৰধান সামগ্ৰী আছিল খাবলৈ একো নোহোৱাটোহে। উপকূলৰ ইমূৰৰপৰা সিমূৰলৈ অনাই বনাই ঘূৰি ফুৰিছিলোঁ, হোটেলত বাচন ধুইছিলোঁ, ৰেঁস্তোৰাত 'বয়'ৰ কাম কৰিছিলোঁ আৰু যেতিয়া পাইছিলোঁ গুদাম ঘৰৰ কাম কৰিছিলোঁ আৰু লাহে লাহে বেমাৰী হৈ পৰিছিলোঁ।—সেইবাবে ঘৰৰ কাৰণে ব্যস্ত হৈ উঠিছিলোঁ।

অৱশ্যে তাৰ সমাধানো এটা আছিল। সিয়েই হ'ল কাম কৰা আৰু চলন্ত ৰেল গাৰীত জঁপিয়াই উঠি ক্ৰমান্বয়ে টেক্সাচৰ জনছন চহৰলৈ উভতি অহা। শেষপৰ্যন্ত সেই খীণ-লম্বা ল'ৰাটোৱে তাকেই কৰিলে। ঘৰলৈ উলটি আহিবলৈ পাই তেওঁ বৰ আনন্দিত হ'ল; কিন্তু তেতিয়াও কলেজলৈ যোৱা কথা তেওঁ চিন্তা কৰা নাছিল।

জনছন নগৰৰ ওচৰত তেওঁ ৰাস্তাৰ এজন বনুৱাৰ কাম হাতত ললে। তাত তেওঁ চাৰলেৰে শিলগুটি তুলিছিল, লৰী চলাইছিল আৰু মাল কঢ়িয়াবৰ কাৰণে এটা চকাৰ ঠেলা গাড়ী চলাইছিল। হাতত কচ ফুটিল আৰু স্বাভাৱিক পৰিণতি হিচাপে প্ৰতি শনিবাৰে ৰাতি ৰাতি জুৱা খেলিবলৈ ধৰিলে।

মাকে কিন্তু সামান্য সুবিধা পালেই তেওঁক নানাভাৱে জোৰ-জুলুমকৈ বুজাবলৈ চেষ্টা কৰিছিল যে কোনো কামেই ক্ষুদ্ৰ নহয়, সকলো কামেই সম্মানজনক—সেই কাম হাতেৰেই কৰক বা মূৰেৰেই কৰক। "কিন্তু শিক্ষাই সকলোৰে হুৱাৰ মুকলি কৰি দিয়ে"—তেওঁ সেই প্ৰসঙ্গতে কৈছিল।

ছাম জনছনে ল'ৰাৰ লগত তেওঁৰ কাজ-কামৰ কথা কৈছিল। "সাধাৰণ বস্তুতে সন্তুষ্ট থকাটো বৰ ভাল। যি লোকে বনুৱাৰ কাম কৰি তুষ্ট থাকিব পাৰে তাৰ মনলৈ আন উচ্চাকাঙ্খাৰ কথা কেতিয়াও নাহে। কিন্তু যি লোকে তাৰ গোটেই জীৱন কেৱল ৰাস্তাৰ কাম কৰিয়েই কটাব খোজে তাক বৰ বেছি একো নালাগে।"

এনেকুৱা কথা-বতৰাৰ সুফল ফলিল। ডেকাজনে যিবোৰ কাম কৰিছিল তাৰ মাজতো এটা আমনিদায়ক ভাৱৰ সঞ্চাৰ হ'ল।

শীতকালৰ এটি হাড-কঁপোৱা সন্ধিয়া। গোটেই দিনটোৰ কঠোৰ পৰিশ্ৰমৰ পিছত ঘৰলৈ আহি লিণ্ডণে ঘোষণা কৰিলে—"কেৱল হাতেৰে কাম কৰিয়েই মই ক্লান্ত। নাজানো বুদ্ধিৰদ্বাৰা মই কোনো কাম কৰিব পাৰিম নে নোৱাৰোঁ; কিন্তু চেষ্টা কৰি চাবলৈ মই সাজু। মা, আপোনা-লোকে যদি মোক কলেজত নাম লগাই দিয়ে তেতিয়া হলে যিমান সোনকালে পাৰোঁ মই তালৈকে যাম।"

মাকে লগে লগে টেলিফোনটোৰ ওচৰলৈ গ'ল আৰু বিছিভাৰটো তুলি লৈ ষ্টেটৰ ৰাজধানী অষ্টিনৰপৰা চল্লিছ মাইল দূৰত অৱস্থিত ছান মাৰ্কচ নগৰৰ দক্ষিণ-পশ্চিমাঞ্চলৰ টেক্সাচ স্টেট শিক্ষক কলেজৰ কৰ্মচাৰী জনৈক পাৰিবাৰিক বন্ধুক মাতিলে। তেখেতে তেওঁৰ ল'ৰাই যাতে পিছৰ বছৰৰপৰাই কলেজত যোগ দিব পাৰে তাৰ সকলো ব্যৱস্থা কৰি দিলে। সেয়া হ'ল ১৯২৭ চনৰ ফেব্ৰুৱাৰীৰ কথা।

টকা-পইচা একেবাৰে নাই। পঢ়াৰ উদ্দেশ্যে যাত্ৰা কৰাৰ মনেৰে লিণ্ডণে বেঙ্কৰপৰা পঁসত্তৰ ডলাৰ ধাৰ ললে। তাতে তেওঁ কলেজত

দাৰোৱানৰ কাম কৰিবলৈ ললে। কামটো মনৰ জোখাৰে নোহোৱাত যিমান কম সময় পাৰি তিমান কম সময়ৰ বাবেহে সেই কাম কৰিছিল। চাৰি বছৰ এইভাৱে কটাই ডিগ্ৰী লাভ কৰাৰ তেওঁৰ সমূলি ইচ্ছা নাছিল। সময় অপব্যয় কৰিবলৈকো তেওঁ একেবাৰে প্ৰস্তুত নাছিল।

কেইদিনমানৰ আগলৈকে যিজন ডেকাই উচ্চ শিক্ষাৰ কথা শুনিলেই ভয় খাইছিল, সেইজন ডেকায়েই এতিয়া উন্মত্তৰ দৰে জ্ঞান আহৰণত আত্মনিয়োগ কৰিলে। আনবিলাক ছাত্ৰ শুচি যোৱাৰ পিছত তেওঁ অকলে চিয়ঁৰি চিয়ঁৰি নিজৰ পাঠ পঢ়িবলৈ লাগি গ'ল। যি ঘৰ তেওঁ সাৰি পুচি ঠিককৈ ৰাখিছিল সেই মজিয়াতে থিয় হৈ তেওঁ বক্তৃতা দিবলৈ অভ্যাস কৰিলে। দাৰোৱানৰ কাম তেওঁ যিমান কম সময়ৰ ভিতৰত সমাধা কৰিব পাৰিছিল তাৰ আগতে কোনোৱে নোৱাৰিছিল। সময় উলিয়াই কলেজ প্ৰেচিডেণ্টৰ ছেক্ৰেটাৰীৰ কামো তেৱেঁই কৰিবলৈ ললে। একেযোগে পঢ়-শুনাতো মন দিবলৈ ধৰিলে।

তথাপি তেওঁৰ সমস্ত শক্তি ক্ষয় হোৱা নাছিল। তেওঁৰ বয়সৰ সৰহভাগ ডেকাই খেলা-ধূলাৰ প্ৰতি অনুৰাগী হয়; তেওঁৰ কিন্তু মন গ'ল তৰ্ক-বিতৰ্কৰ ফালে আৰু কলেজৰ ৰাজনীতিৰ প্ৰতি। অতি কম দিনৰ ভিতৰত তেওঁ কলেজৰ প্ৰথম শ্ৰেণীৰ প্ৰথম নম্বৰ তাৰ্কিকৰূপে খ্যাতি লাভ কৰিলে। যেতিয়া "শুভ্ৰ নক্ষত্ৰ" নামে এটা পাৰ্টি গঠন কৰি খেলুৱৈৰদ্বাৰা নিয়ন্ত্ৰিত "কৃষ্ণ নক্ষত্ৰ" পাৰ্টিৰ হাতৰপৰা কলেজীয়া ৰাজনীতিৰ আধিপত্য তেওঁৰ হাতলৈ আনিলে তেতিয়াই তেওঁ ৰাজনীতি ক্ষেত্ৰত প্ৰথম কৃতকাৰ্যতা লাভ কৰে।

তেৱেঁই কলেজ আলোচনীৰ সম্পাদনাৰ কাম কৰে আৰু পাঠ্যক্ৰমৰ বাহিৰৰো ভালেমান কামত নেতৃত্ব দিয়ে। মাকৰ সংগ্ৰহৰ মাজত পাৰিবাৰিক এলবামত তেওঁৰ সেই সময়ৰ এখন ছবি আছে। তাত তেওঁক তৰ্কৰ সহযোগী আৰু শিক্ষকৰ লগত দেখিবলৈ পোৱা যায়। সেই অস্পষ্ট ছবিখনত দীঘল ভৰিৰ এজন ডেকাক তাৰ সৰু মুখখন টেবিলৰ নিচেই কাষলৈ নমাই একান্ত মনেৰে সম্ভৱতঃ কোনোবা তৰ্ক-প্ৰতি-যোগিতাৰ টোকা লিখাত ব্যস্ত থকা যেন লাগে। ছবিখনত তেওঁক ভীষণ ভাৱগম্ভীৰ যেন দেখি।

কলেজত তেওঁ সুন্দৰ নম্বৰ পাইছিল। তাত তেওঁ ভালেমান ছাত্ৰৰ

লগত বন্ধুত্ব পাতিছিল আৰু সিবিলাকৰ বহুতেই বছৰৰ পিছত বছৰ ধৰি তেওঁৰ লগত আছিল।

১৯৩০ চনৰ আগইত লিণ্ডনে বাইছ বছৰ বয়সত দক্ষিণ-পশ্চিম টেক্সাচ স্টেট শিক্ষক-শিক্ষণ কলেজৰপৰা ডিগ্ৰী লাভ কৰে। সেয়া হ'ল তাত তেওঁ নাম লগোৱাৰ চাৰে তিনি বছৰ পিছৰ কথা। এই কালছোৱাৰ ভিতৰতে তেওঁ তিনি মাহ প্ৰাক্-কলেজৰ আৰু চাৰি বছৰতে কলেজৰ কাম শেষ কৰিছিল। তদুপৰি দক্ষিণ টেক্সাচৰ এখন সৰু চহৰৰ এখন স্কুলত এবছৰ শিক্ষকতা কৰি আৱশ্যকীয় টকা উপাৰ্জন কৰিছিল।

কলেজৰপৰা স্নাতকৰূপে হাউচটনৰ এখন স্কুলত তেওঁ বক্তৃতা আৰু তৰ্ক-প্ৰতিযোগিতাৰ শিক্ষকতাৰ কামতো যোগ দিছিল। তাত লেটিন আমেৰিকাৰ ভালেমান ছাত্ৰ আছিল। সিহঁতৰ আৰু ইংৰাজ ছাত্ৰবোৰৰ মাজত প্ৰায়ে ভীষণ কাজিয়াৰ সৃষ্টি হৈছিল। এই পাৰ্থক্য দূৰীকৰণাৰ্থে এই ডেকা শিক্ষক গৰাকীয়ে তেওঁৰ সমগ্ৰ শক্তি প্ৰয়োগ কৰিছিল যাতে সিহঁতৰ মাজত পৰস্পৰ সদ্ভাৱ অটুট ৰাখি চলিব পাৰে।

শিক্ষকতা তেওঁৰ ভাল লাগিছিল আৰু সেই কাম তেওঁ সুন্দৰভাৱেই কৰিছিল। তেওঁ গাঁঢ় তোলা তৰ্ক-প্ৰতিযোগিতাৰ দলটোৱে ষ্টেট প্ৰতিযোগিতাসমূহত জয়লাভ কৰিছিল। ছাত্ৰ আৰু অন্যান্য শিক্ষকসকলৰ মাজত তেওঁ অতি সৰবৰহী হৈ পৰিছিল।

অৱশ্যে ৰাজনীতি সম্পৰ্কে নিজৰ পৰিয়ালৰ ঐতিহ্যৰ কথা সদায়ে তেওঁৰ মনত আছিল। ১৯৩১ চনৰ শেষভাগত যেতিয়া তেওঁ টেক্সাচৰ সদস্যৰ ছেক্ৰেটাৰী হিচাপে ৱাছিংটনলৈ যোৱাৰ সুযোগ পালে, তেতিয়া সেই সুবিধা তেওঁ সানন্দে গ্ৰহণ কৰিলে। তাৰ পিছৰেপৰা একেভাৱে নাইবা আন উপায়ে সদায়ে তেওঁ ৰাজনীতিৰ লগত বিশেষভাৱে জড়িত হৈ আছে।

# তিনি

টেক্সাচৰ এখন বিৰাট বাথানৰ মালিক কংগ্ৰেছ সদস্য ৰিচাৰ্ড এম. ক্লেবাৰ্গৰ অভিভাৱকত্বত লিণ্ডন জনছন ৱাছিংটনলৈ আহে। টেক্সাচৰ ঐতিহ্য অনুসৰি চহকী আৰু সংৰক্ষণশীল বুলিয়েই ক্লেবাৰ্গ ১৯৩১ চনৰ নবেম্বৰ মাহৰ এক বিশেষ নিৰ্বাচনত প্ৰতিনিধি সভালৈ নিৰ্বাচিত হয়। ক্লেবাৰ্গৰ নিৰ্বাচনী প্ৰচাৰ কাৰ্যত জনছনে বক্তৃতা দিয়ে আৰু ভোটদাতা-সকলৰ লগত ব্যক্তিগত যোগাযোগ স্থাপন কৰাত অংশ লয়। ক্লেবাৰ্গ এই উৎসাহী ডেকাজনৰ প্ৰতি বিশেষভাবে আকৃষ্ট হয়।

ৰাজধানীত সেই সময়ত সাল-সলনিৰ ধুম পৰিছে। যি কোনো এজন ডেকা, বুদ্ধিমান, ৰাজনীতি কৰিবলৈ ইচ্ছুক ব্যক্তিৰ কাৰণে ৱাছিংটনত থকাৰ গুৰুত্বপূৰ্ণ সময়। বিশেষকৈ তেওঁ যদি ডেমোক্ৰেটিক পাৰ্টীৰ সদস্য হয় তেনেহলে কথাই নাই।

হাৰ্বাৰ্ট হুভাৰ তেতিয়াও হোৱাইট হাউচত আৰু চিনেটত ৰিপাব্লিকান পাৰ্টীৰে আধিপত্য ; কিন্তু প্ৰতিনিধি সভাত ডেমোক্ৰেটিক পাৰ্টীৰ সামান্য সংখ্যাগৰিষ্ঠতা। ৰাজনৈতিক পৰ্যবেক্ষকসকল প্ৰায় খাটাং আছিল যে ১৯৩২ চনৰ সাধাৰণ নিৰ্বাচনত হুভাৰ চৰকাৰৰ সম্পূৰ্ণ পতন ঘটিব। চৰকাৰ পৰিচালনাৰ ভাৰ হাতত লৈ কি কৰ্মসূচী কৰিব তাৰ বিৰাট কল্পনাত ডেমোক্ৰেটিক পাৰ্টী ব্যস্ত। যি বিপদজনক আৰ্থিক বিপৰ্যয়ে দেশক গিলি পেলাবৰ উপক্ৰম কৰিছিল তাক দূৰ কৰাৰ কাৰণে তেতিয়া দেশত ভালেমান ফেডাৰেল অনুষ্ঠান গঢ়ি উঠিছিল।

উত্তেজক ধ্যান ধাৰণা আৰু উত্তেজিত লোকৰ সমন্বয় জনছনৰ কাৰণে বাঞ্চনীয় আছিল। তেওঁ বুজি পাইছিল যে ৱাছিংটনেই তেওঁৰ উপযুক্ত ঠাই আৰু সেইখন চহৰকে নিজৰ কৰি লবলৈ তেওঁ উঠিপৰি লাগিল।

ৱাছিংটনৰ পুৰণি অধিবাসী টেক্সাচৰ চিনেট-সদস্য টম কোণালীৰ ছেক্ৰেটৰী আৰ্থাৰ পেৰী সেই সময়ত কেপিটল হিলৰ চলন ফুৰণৰ বিষয়ে

বেছ সুদক্ষ হৈ পৰিছিল। সেইদিনৰ নৱাগত ডেকাজনৰ বিষয়ে কবলৈ গৈ এইবুলি মন্তব্য দিছিল যে কংগ্ৰেছ সদস্যসকলৰ অভিজ্ঞ কাৰ্যক্ষম ছেক্ৰেটৰীবোৰৰ ভিতৰত তেওঁ যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল।

"মোৰ ভালদৰে মনত আছে প্ৰথম দিনাখন ভিক ক্লেবাগে লিণ্ডণক আমাৰ অফিচলৈ লৈ আহি মোক কৈছিল যে মই তেওঁৰ এই নতুন ছেক্ৰেটৰীজনক সকলো কথা শিকাই বুজাই দিব লাগে আৰু ৱাছিংটনত নিজৰ পথ কিভাবে নিজে চাব লাগে সেই কথাও বুজাই দিব লাগে।" পেৰীয়ে কৈছিল, "মোৰ নাম জনাৰ লগে লগে লিণ্ডণে মোক প্ৰশ্ন কৰিবলৈ আৰম্ভ কৰি দিলে। যাৰ লগতেই দেখা হয় তাকেই তেওঁ সেইদৰে প্ৰশ্ন কৰা আৰম্ভ কৰি দিলে। যিমান সোনকালে যিমানখিনি পাৰে শিকি লোৱাতেই যেন তেওঁ দৃঢসঙ্কল্প।"

সঁচাকৈয়ে তেওঁ কম সময়ৰ ভিতৰতে সকলো শিকি পেলালে।

"তেওঁক এটা কথা কেতিয়াও দ্বিতীয়বাৰ শিকাব লগা হোৱা নাছিল। কেৱল মাত্ৰ অগ্নিচৰ্মসাৰ এই ডেকাজন ইমান বেছি অনভিজ্ঞ আছিল অথচ কেইমাহমানৰ ভিতৰতে ৱাছিংটনত কেনেভাৱে চলা-ফুৰা কৰিব লাগে সেইবোৰ কথা তেওঁ এনে সুন্দৰভাৱে আয়ত্ত কৰি লৈছিল যে কুৰি বছৰ ধৰি তাত থকা লোকেও তিমানখিনি কথা শিকিব পৰা নাছিল।"—এয়ে আছিল পেৰীৰ কথা।

কেপিটল হিলৰ ডজ হোটেলত জনচন, পেৰী আৰু কংগ্ৰেছ সদস্যসকলৰ আন আন ডেকা ছেক্ৰেটৰীবোৰ একেলগে আছিল। শৰীৰ বা মনৰ ফালৰপৰা তেওঁলোক পৰস্পৰৰপৰা অধিক দূৰবৰ্তী নাছিল। কাজ কাম নকৰা সময়তো তেওঁলোকে সেই বিষয়ে চিন্তা কৰিছিল নাইবা আলাপ-আলোচনা চলাইছিল।

ওপৰৱালাসকলৰ দৰেই তেওঁলোকৰো মতামত, ধাৰণা ভিন্নমুখী আছিল। তেওঁলোকৰ মন আছিল চঞ্চল আৰু গ্ৰহণক্ষম। ডিনাৰ টেবিলতো তেওঁলোকে ৰাজনৈতিক তৰ্কৰ ধুমুহাৰ সৃষ্টি কৰিছিল। অফিচৰ পৰা হোটেললৈ উভতি অহাৰ সময়ত বাটতো নাইবা হোটেলত কোনো এজনৰ কোঠাত বহি দোভাগ ৰাতিলৈকে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চৰকাৰৰ নীতিৰ বিষয়ে উচ্চস্বৰে নিজৰ নিজৰ সমৰ্থন বা নিন্দা প্ৰকাশ কৰিছিল।

তাত প্ৰত্যেকেই উন্মাদৰ দৰে হাত ভৰি জোকাৰি চিঞৰ-বাখৰ কৰি

কথা কৈছিল। লিগুণ জনছনক সাধাৰণতে এই দলৰ মাজতে পোৱা গৈছিল। সেই আলোচনাত তেওঁ বিশেষভাৱে যোগ দিছিল। আনবোৰৰ আলোচনা শুনিয়েই তেওঁ ক্ষান্ত নাছিল।

আৰ্থাৰ পেৰীয়ে সেই সময়ৰ অভিজ্ঞতাৰ বিষয়ে বৰ্ণাবলৈ গৈ কৈছিল, "আমাৰ দলৰে কেজনমানে খাবলৈ যোৱা সময়ত লিগুণ জনছন সদায়ে আগত আছিল। তেওঁ কাঠৰ ট্ৰে এখন টানি আনি নিজৰ পছন্দমতে খোৱা বস্তু তুলি লৈ কোনো এখন টেবিলত বহি খৰখেদাকৈ খাই পেলাইছিল। আমি খোৱা বস্তু লৈ টেবিল পাওঁমানে তেওঁৰ প্ৰায় খোৱা শেষেই হৈছিল।

"ফলত আমাৰ খোৱা সময়ত তেওঁ আপোনমনে আমাৰ প্ৰতি প্ৰশ্নবান নিক্ষেপ কৰিব পাৰিছিল। আমাৰ উত্তৰ তেওঁৰ মনত নালাগিলে আকৌ তৰ্ক আৰম্ভ কৰিছিল। তেৱেঁই আছিল আমাৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ তাৰ্কিক। নিজৰ যুক্তিৰ বিমানখিনি সম্ভাব্য প্ৰত্যুত্তৰ আদায় কৰি লবৰ কাৰণেই যে তেওঁ সেই তৰ্কৰ সূচনা কৰিছিল সেই কথাষাৰ বুজি লবলৈ মোৰ বহুদিন লাগিছিল। তেওঁ যে সকলো ৰকমৰ উত্তৰেই জানে সেই বিষয়ে নিশ্চিন্ত হোৱাই আছিল তেওঁৰ অভিপ্ৰায়।"

জনছনে বহুতৰ লগতেই বন্ধুত্ব পাতি লৈছিল। তেওঁ ধুনীয়া আৰু সঙ্গপ্ৰিয়। তৰ্কৰ সময়ত তেওঁ বিৰুদ্ধ যুক্তি অস্তিত্ববিহীন কৰি পেলাইছিল। বন্ধুত্বপূৰ্ণ কথোপকথনৰ সময়ত তেওঁৰ জয় অনিবাৰ্য যেন আছিল।

কংগ্ৰেছৰ ছেক্ৰেটৰীবোৰৰ মাজতো এটা সংগঠন আছিল। তাৰ নাম আছিল "লিটিল কংগ্ৰেছ"। ৱাছিংটনলৈ যোৱাৰ এবছৰৰ পিছতেই কোনো এজনে কথাৰ ছলেৰে তেওঁক লিটিল কংগ্ৰেছৰ অধ্যক্ষ পদৰ প্ৰাৰ্থী হবলৈ কয়। কথাষাৰ কিন্তু আচলতে আন্তৰিকতাপূৰ্ণ নাছিল। কিয়নো কংগ্ৰেছৰ সেই সৰু সংস্কৰণটোৱে আচল কংগ্ৰেছৰ দৰেই কড়া নীতি-নিয়মৰ মাজেৰে পৰিচালিত হ'ল। আচল কংগ্ৰেছৰ নৱ নিৰ্বাচিত সদস্যৰ দৰে ইয়াতো নৱাগতবোৰে শুনিব আৰু শিকিব বুলি ধৰি লোৱা হৈছিল।

টেক্সাচৰপৰা অহা এই নতুন ছেক্ৰেটৰীৰ কাৰণে সেই কথাষাৰ ঠাট্টা নাছিল। তেওঁ সেই পদৰ বাবে নিৰ্বাচনীত প্ৰতিদ্বন্দ্বিতা কৰিলে আৰু সাফল্য লাভো কৰিলে। যিবিলাক বন্ধুৱে এই লিটিল কংগ্ৰেছৰ বিষয়ে আগতে কোনো চিন্তা কৰা নাছিল সেইবিলাকক তেওঁ তাৰ সভ্য কৰি

ললে আৰু এই সৰল পথেৰেই তেওঁ জয়লাভ কৰিলে। স্বাভাৱিকতে এই নতুন সভ্যসকলে স্পীকাৰ পদৰ বাবে লিণ্ডণ জনছনকে সমৰ্থন কৰিছিল। প্ৰাচীন প্ৰহৰীবোৰৰ প্ৰতিবোধ তেওঁলোকে উটুৱাই দিলে।

নয়া-নীতিৰ ( New deal ) কাম তেতিয়া পূৰ্ণোদ্যমে চলিব লাগিছে। ৱাছিংটনত চৰকাৰ পৰিচালনা সম্পৰ্কে নতুন নতুন ধাৰণা লৈ এটাৰ পাছত এটাকৈ নানাৰকম পৰীক্ষা নিৰীক্ষা চলাৰ এই উত্তেজনাপূৰ্ণ পৰিৱেশটো জনছনৰ বৰ ভাল লাগিছিল। ভালেমান এমেৰিকাবাসীৰ দৰে টেক্সাচৰ এই ডেকাজনেও ফ্ৰেঙ্কলিন ডেলানো ৰুজভেল্টৰ গাত এজন নতুন নায়কৰ সন্ধান পালে। সেই সময়ত তেওঁৰ দাঁতি-কাষৰত থকা লোকবোৰে প্ৰতিদিনে পুৰাৰেপৰা নানাভাৱে আড্ডা দিছিল। সেইবোৰৰ প্ৰতি তেওঁৰ তেতিয়াই তাচ্ছিল্যৰ ভাব ব্যক্ত হৈছিল যে সেইবোৰ "এলেহুৱা আৰু ভয়াতুৰ"। অকৰ্মন্যবোৰে অসন্তুষ্ট বুলি মন্তব্য কৰা ভালেমান কাম হোৱা তেওঁ দেখি আহিছে।

সঁচা কথা কবলৈ হলে সেই সকলো ঘটনাতে তেওঁৰ ভূমিকাটো এক কংগ্ৰেছী চৌহদৰ মাজত আৱদ্ধ আছিল। কিন্তু তেওঁ ডিক ক্লেবাৰ্গৰ অফিচলৈ খৰখেদাকৈ গৈছিল আৰু উভতিছিল পলমকৈ। এজন কংগ্ৰেছ সদস্যৰ অফিচটো কেনেভাৱে চলে সেই বিষয়ে তাতেই তেওঁৰ নানাবিধৰ স্পষ্ট ধাৰণা হৈছিল: ঘৰলৈ উভটি যোৱা লোকবোৰৰ প্ৰতি কেনেভাৱে কাম কৰি ৰাখিব লাগে; চৰকাৰৰ বিভিন্ন দপ্তৰবোৰৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিলে উদ্দেশ্য সফল হয়; নিজৰ নিৰ্বাচনকেন্দ্ৰৰ জনসাধাৰণৰ প্ৰতি কেনেভাৱে কাম কৰা দৰ্কাৰ আৰু সিবিলাকৰ প্ৰতি বিশেষ একো কাম কৰিব নোৱাৰিলেও যাতে কংগ্ৰেছলৈ পঠোৱা প্ৰতিনিধিৰ প্ৰতি বিৰূপ ধাৰণা নলয় বৰং বন্ধুত্বপূৰ্ণ সম্পৰ্ক এটা অটুট থাকে তাৰ যথাবিহিত ব্যৱস্থা কৰা আদি কামবোৰ।

তেওঁ আকৌ বুজি ললে—কোন ক্ষমতাশালী, আৰু কিভাৱে তেওঁৰ কংগ্ৰেছত অধিক প্ৰভাৱ আৰু কেনেকৈ তেওঁ সেই স্থান লাভ কৰিলে। কংগ্ৰেছৰ সদস্য হিচাপে প্ৰাচীনত্বৰ মূল্য কিমান তেওঁ প্ৰথমতেই বুজি ললে। জ্ঞানী আৰু অভিজ্ঞ ছাম ৰেবাৰ্ণৰ ওচৰত তেওঁ নানাবিষয়ে জ্ঞান আহৰণ কৰিছিল। সকলো ক্ষেত্ৰতে সকলো সময়তে তেওঁ প্ৰশ্ন কৰিছিল।

কেতিয়াবা কেতিয়াবা তেওঁ টেক্সাচলৈকো আহিছিল। ১৯৩৪ চনৰ

চেপ্তেম্বৰ মাহত তেওঁ এবাৰ অষ্টিনলৈ গৈছিল। তাত অনেকা ছোৱালীক দেখি তেওঁৰ বিয়াকৰাবলৈ মন গ'ল। সেই ছোৱালীজনীৰ নাম হ'ল ক্লডিয়া টেলৰ; কিন্তু সকতে তেওঁৰ ধাইজনীয়ে নাম ৰাখিছিল "লেডী বাৰ্ড" আৰু সেই নামেই বেছিৰকমে প্ৰচলিত হৈ পৰিছিল। তেওঁ আছিল পূব টেক্সাচৰ এজন সম্ৰান্ত ধনী জমিদাৰ আৰু কাৰবাৰী লোকৰ উজ্জ্বলবৰ্ণা মনোহাৰিণী অপূৰ্ব সুন্দৰী কন্যা।

তেওঁলোকৰ প্ৰথম সাক্ষাতৰ কেই মিনিটমানৰ পিছতেই জনছনে তেওঁক এদিন দেখা কৰিবলৈ আমন্ত্ৰণ জনালে। তেওঁ একপ্ৰকাৰ খাটাং কৰিয়েই পেলাইছিল! মিছাতে সময় নষ্ট কৰাৰ তেওঁ কোনো প্ৰয়োজন নেদেখিলে। কিন্তু কুমাৰী টেলৰ সেই দিনাখনেই ৰাতি নিজৰ ঘৰ মাছাললৈ গুচি আহিছিল কাৰণে জনছনৰ আমন্ত্ৰণ প্ৰত্যাখ্যান কৰিব লগীয়া হৈছিল।

ৱাছিংটনলৈ উভতি অহাৰ পিছত তেওঁ সোপাসোপে টেলিগ্ৰাম, ট্ৰাঙ্ককল আৰু চিঠি পঠাবলৈ ধৰিলে। এয়া হ'ল তেওঁ টেক্সাচলৈ অহাৰ দুমাহৰ আগৰ কথা। শেষত তেওঁ লেডী বাৰ্ডৰ লগত দেখা কৰাৰ সুযোগ পালে আৰু তেওঁক বিয়া কৰাৰ প্ৰস্তাৱ কৰিলে।

কেইবছৰমানৰ পিছত অতীত ৰোমন্থন কৰি তেওঁৰ ঘৈণীয়েকে কৈছিল "কেতিয়াবা কেতিয়াবা লিণ্ডণে আপোনাক উশাহ লবলৈকো সময় নিদিয়ে।"

১৯৩৪ চনৰ ১৭ নবেম্বৰৰ দিনাখন তেওঁলোকৰ বিয়া হয়। তাৰ পিছত মধুচন্দ্ৰিমা যাপন কৰিবলৈ তেওঁলোক মেক্সিকোলৈ যাত্ৰা কৰে। ৱাছিংটনলৈ ঘূৰি আহি নতুন সংসাৰ পতাৰ লগে লগে টেক্সাচৰ এই তৰ্কপ্ৰিয় ডেকাজনে বুজিব পাৰিলে যে তেওঁ একেলগে দুটা বাজীত জয়লাভ কৰিলে। তেওঁ যে কেৱল লিণ্ডণ জনছনৰ সুযোগ্যা পৰিবাৰ হোৱাৰ ছোৱালী এজনীকে পালে এনে নহয়, এজন দিনে দিনে নাম কৰি অহা ৰাজনীতিবিদৰ আদৰ্শ সঙ্গিনীও লাভ কৰিলে।

ৱাছিংটনত ভালদৰে স্থায়ী হোৱাৰ আগতেই আকৌ এই ন দৰা-কইনা হালৰ টালিটোপোলা বন্ধাৰ সময় আহিল। তেওঁৰ সাতাইছ বছৰ পূৰ হোৱাৰ কেদিনমানৰ আগতে ১৯৩৫ চনৰ আগষ্ট মাহত জনছন জাতীয় যুবক প্ৰশাসনৰ টেক্সাচ ৰাজ্যৰ পৰিচালক নিযুক্ত হ'ল।

জাতীয় যুবক প্ৰশাসন আছিল নয়া-নীতিৰ ৰাজমুকুটৰ এটা উজ্জ্বল বস্তু।

ইয়াৰ উদ্দেশ্য যেনেকুৱা সহজ আৰু সৰল আছিল তেনেকুৱা প্ৰশংসনীয়ও আছিল। তেওঁ আলিব কাষৰপৰা বা চাবি আলিবপৰা মাৰ্কিন ল'ৰাবোৰক ধৰি আনি সিহঁতক কোনো স্কুল বা চাকৰিত সোমাই দিছিল। সেই দুৰ্যোগৰ দিনত হাজাৰ হাজাৰ কৰ্মঠ ডেকা এনেহৰাৰ দৰে নিৰাশ হৈ ঘুৰি ফুৰিছিল। সিহঁতৰ বহুতকে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ভৱিষ্যতৰ আশা নহৈ বিপদৰ কাৰণ বুলিহে গণ্য কৰা হৈছিল।

ৱাছিংটনলৈ অহাৰ পিছৰেপৰা জনছনে তেওঁৰ কলেজীয়া দিনৰ বন্ধু আৰু প্ৰাক্তন ছাত্ৰবোৰক সহায় কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। সিবোৰৰ বহুতকে তেওঁ ৰাজধানীত কিবা নহয় কিবা এটা কাম যোগাৰ কৰি লোৱাত সহায় কৰিছিল। সিহঁতৰ বহুতকেই তেওঁ এনেকুৱা কামত সোমাই দিছিল যাতে সিহঁতে চাকৰি কৰি টেক্সাচৰ কলেজত পঢ়া-শুনা কৰিব পাৰিছিল। ডেকাসকলৰ মাজত তেওঁ আছিল স্বভাৱসিদ্ধ নেতা।

জনছন আছিল সমগ্ৰ দেশৰে জাতীয় যুবক প্ৰশাসনৰ সৰ্বকনিষ্ঠ ৰাজ্য কাৰ্যনিৰ্বাহক। সিহঁতৰ মাজত সৰ্বশ্ৰেষ্ঠ হোৱাৰ কাৰণে তেওঁ দৃঢ় সঙ্কল্প হ'ল। নতুন কাৰ্যভাৰ গ্ৰহণ কৰিবলৈ আহি তেওঁ অষ্টিন চহৰত বিমানৰপৰা নামি আহি সাংবাদিকসকলক কৈছিল—"মই ভাবোঁ যে কাজটো শেষ কৰি তাৰপৰা অব্যাহতি পোৱাটোহে মোৰ কাম।"

তেওঁৰ নেৰানেপেৰা চেষ্টাই তেওঁক জাতীয় যশস্যাৰ প্ৰথম সোৱাদ দিলে। টেক্সাচত যি সংগঠনৰ কামত তেওঁ হাত দিছিল সিয়েই অন্যান্য ভালেমান ৰাজ্যৰ বাবে আদৰ্শ হৈ পৰিল। তেওঁ হাজাৰ হাজাৰ ডেকাক খেল-পথাৰ, ডাঙৰ ৰাস্তাৰ কাষৰ পাৰ্ক নিৰ্মাণ আৰু সাৰ সংৰক্ষণ প্ৰভৃতি ভালেমান পৰিকল্পনাৰ কামত লগাই দিছিল। বেচৰকাৰী নিয়োগকৰ্তা-সকলৰ ওচৰত তেওঁ তেওঁৰ ডেকা-ডেকেৰীবোৰক প্ৰশংসা কৰিছিল। তেওঁ কলেজ কৰ্তৃপক্ষক সনিৰ্বন্ধভাৱে অনুৰোধ কৰিছিল যাতে তেওঁলোকে—তেওঁৰ ডেকা-গাভৰুবোৰৰ প্ৰতি স্নেহপূৰ্ণ দৃষ্টি ৰাখে; কিয়নো তেতিয়াহে উপযুক্ত আৰু নিঃস্ব ছাত্ৰবোৰে তেওঁলোকৰ পঢ়া-শুনা শেষ কৰাৰ একোটা সুযোগ পাব।

টেক্সাচত জাতীয় যুবক প্ৰশাসনেই প্ৰায় ত্ৰিশ হাজাৰ ডেকা-গাভৰুৰ জীৱনত প্ৰতিষ্ঠা লাভৰ প্ৰধান সুযোগ দিছিল। সিবিলাকৰ ভিতৰত প্ৰায় ওঠৰ হাজাৰ ডেকা-গাভৰুৱে স্কুল-কলেজত পঢ়া-শুনা কৰাত সাহায্য

লাভ কৰিছিল আৰু বাকী বাৰ হাজাৰে যুৱক কাৰ্য প্ৰশাসনৰ সহায়ত চাকৰি পাইছিল।

"সেইবোৰ দিনো গৈছে"—জনছনে কৈছিল "আমি এই সংগঠন প্ৰতিষ্ঠা কৰাৰ পিছত নিঃস্ব ল'ৰা-ছোৱালীবোৰে ভাগ্য আৰু পৰিবেশক নানাভাৱে গঞ্জনা দি বা অৰ্থনৈতিক অৱস্থাৰ বাবে বেকাৰ হৈ থাকি নাইবা চাকৰিৰ সংস্থানৰ আশাত হতাশভাৱে ইয়াত যোগ দিছিলহি।

"কাম আৰম্ভ কৰাৰ পিছত মই ঠিক কৰিলোঁ যে প্ৰতিদিন পুৱা ময়েই প্ৰথমে কামত হাত দিম; কিন্তু দেখিলোঁ যে এটা প্ৰতিদ্বন্দ্বিতাৰহে সৃষ্টি কৰিলোঁ। সিবিলাকো মোৰ দৰে সেই লক্ষ্যত উপনীত হবলৈ আগ্ৰহশীল। তেওঁলোকে ব্যগ্ৰতাৰে সৈতে মোক বুজাই দিবলৈ চেষ্টা কৰিলে যে তেওঁলোক কেৱল সা-সুবিধাৰপৰাহে বঞ্চিত। ময়ো তাকেই কামনা কৰিছিলোঁ।

"অভ্যাসৰ ফলত দক্ষতা বাঢ়িল। সিহঁতৰ সেই দক্ষতাৰ পূৰ্ণ পৰিণতিৰ লগে লগে সুযোগ আহিল। কজভেল্ট চৰকাৰে যদি আৰু একোকেই নকৰিলেও এই প্ৰতিষ্ঠানৰ জৰিয়তে যৌৱনক যে ধ্বংসৰ হাতৰপৰা ৰক্ষা কৰিছে তাৰ বাবেই তেওঁ স্মৰণীয় হৈ থাকিব।"

ব্যক্তিগত কাম-কাজৰ প্ৰতি এই মনোভাৱেই জাতীয় যুৱক প্ৰশাসন পৰিচালকৰপৰা তেওঁক এই প্ৰশংসাৰ যোগ্যতা দিছিল যে টেক্সাচৰ সেই ডেকাজন যি কোনো ৰাজ্যৰ কাৰ্যনিৰ্বাহকতকৈ অনেকগুণে শ্ৰেষ্ঠ।

বাস্তৱিকে জনছনে এই কামৰপৰা অপৰিমেয় ব্যক্তিগত তৃপ্তিলাভ কৰিলে। তেওঁ স্কুলৰ শিক্ষক হিচাপে কৰ্মজীৱনৰ পাতনি মেলাৰেপৰা তেওঁৰ মনত এটাই কামনা আছিল যে টেক্সাচৰ ডেকাসকলৰ বাবে তেওঁ কিবা এটা কৰিবই। তেওঁ এনেকুৱা মানুহ যাৰ নিজৰ কামৰ ওপৰত থাকে অদম্য বিশ্বাস।

জাতীয় যুৱক প্ৰশাসনৰ কাম কৰি তেওঁ বৰ্ণনাতীত প্ৰতিষ্ঠা লাভ কৰিছিল। তাত কাম কৰিয়েই তেওঁ নিজৰ কাৰণে এক গভীৰ আৰু স্থায়ী ৰাজনৈতিক শক্তিৰ ভেটি ৰচনা কৰিছিল।

ইয়াৰ বাহিৰে আন একো কৰাৰ উপায় নাছিল। ৰাজ্য কাৰ্যনিৰ্বাহকৰ পদ গ্ৰহণ কৰাৰ এবছৰৰ ভিতৰতে টেক্সাচৰ হাজাৰ হাজাৰ ল'ৰা-ছোৱালীয়ে তেওঁক "লিন" (Lyn) আখ্যা দিছিল আৰু সিহঁতৰ অৰ্থনৈতিক মুক্তিৰ

কাৰণে ব্যক্তিগতভাৱে তেওঁকেই মূল বুলি ভাবিছিল। যিজনে সচেতন-ভাৱে এটা ৰাজনৈতিক সুযোগৰ সন্ধানত আছিল তাৰ পক্ষে এইটো কম ডাঙৰ কথা নহয়।

১৯৩৭ চনৰ আদিছোৱাত প্ৰথম সুবিধা আহিল। জনছনৰ মধ্য টেক্সাচ কংগ্ৰেছী জিলাৰ প্ৰতিনিধি জেমচ পি. বুকাননৰ মৃত্যু হ'ল। ফলত সেই খালী ঠাই পূৰাবৰ কাৰণে এক বিশেষ নিৰ্বাচনৰ ব্যৱস্থা হ'ল। সেয়া হ'ল "আকস্মিক মৃত্যু-জনিত" নিৰ্বাচন। এনেকুৱা নিৰ্বাচনীত যি কোনো সংখ্যক প্ৰাৰ্থী থিয় হব পাৰে। যিজনে সৰ্বাধিক ভোট পাব তেৱেঁই জয়ী হব; যিমান ভোট গ্ৰহণ হব তাৰ সংখ্যাগৰিষ্ঠ ভোট পাব লাগিব বুলিও কোনো নিয়ম নাই।

এই নিৰ্বাচনৰ প্ৰাৰ্থী হবৰ কাৰণে জনছনে তেওঁৰ চাকৰি এৰি দিলে। সেই নিৰ্বাচনত আৰু নজন প্ৰাৰ্থী আছিল। সিবিলাকৰ ভিতৰত কেজনমান আকৌ জনছনতকৈয়ো অধিক পৰিচিত। নিৰ্বাচনী প্ৰচাৰ কাৰ্যৰ কাৰণে টকাৰ বলো আছিল তেওঁলোকৰ বেছি। নয়া-নীতিৰ অসমৰ্থনকাৰী ৰাজনৈতিক ৰক্ষণশীলসকলেও সিবিলাককে বেছি সমৰ্থন কৰিছিল। জনছনৰ প্ৰাৰ্থীত্ব ঘোষিত হোৱাৰ পিছত বাতৰি কাকতৰ মতামত পঢ়িলে ধাৰণা হৈছিল যে তেওঁলোকে জনছনক প্ৰতিদ্বন্দ্বী হিচাপে কেৰেপকে কৰা নাছিল।

ডেকা প্ৰাৰ্থীজনৰ নিৰ্বাচনী ইস্তাহাৰ অত্যন্ত সাধাৰণ ভাষাত প্ৰকাশ কৰা হ'ল। তেওঁ কৈছিল যে প্ৰতিজন মাৰ্কিন নাগৰিকৰ "সন্তোষজনক ভাৱে জীৱন নিৰ্বাহ" কৰাৰ সুযোগৰ কাৰণেহে তেওঁ নিৰ্বাচনত প্ৰাৰ্থী হৈছে। তেওঁ এনেকুৱা নীতি কামনা কৰে য'ত ৰায়ত আৰু মাটিৰ মালিক উভয়েই অন্যান্য বৃত্তিধাৰীবোৰৰ লগত একেলগে "আৰোগ্য আৰু উন্নতি" লাভ কৰিব পাৰে। তেওঁ ঘোষণা কৰিলে যে তেওঁ বিচাৰে "কামৰ বাবে শ্ৰমৰ অধিকাৰ" আৰু "ব্যৱসায়ৰ সমৰ্থন আৰু উন্নতিৰ হকে বলিষ্ঠ জাতীয় পৰিকল্পনা।"

আগছোৱাত এইবোৰ কথাই ভাল ফলেই দিছিল। জনছনে বুজি পালে সে ইয়াৰদ্বাৰা নিৰ্বাচনত জয়লাভ সম্ভৱ নহয়। তেওঁ বুজিছিল যে নাটকীয়ভাৱে এনে এটা কৰিব লাগিব যাতে জনসাধাৰণে তেওঁৰ বিষয়ে আলোচনা কৰে।

তাৰ কেই দিনমানৰ আগতে কজভেণ্টে তেওঁৰ চুপ্ৰীমকোৰ্ট "ৰৰখাস্ত" কৰাৰ কথা ঘোষণা কৰিলে। এই প্ৰস্তাৱটোৱে দেশজুৰি বাদানুবাদৰ খলকণি লগালে। টেক্সাচৰ ভালেমান লোক আৰু জনমত প্ৰকাশকাৰী বিভিন্ন যন্ত্ৰই ইয়াৰ তীব্ৰ বিৰোধিতা কৰিছিল। নয়া-নীতিৰ লগতে কজভেণ্টৰ এই পৰিকল্পনাৰ প্ৰতি জনচনে সমৰ্থন জনালে।

কলেজীয়া দিনবোৰ য'ত অতিবাহিত কৰিছিল সেই চানমাৰ্কচত তেওঁৰ উদ্বোধনী বক্তৃতাত জনচনে প্ৰতিদ্বন্দ্বিতাৰ কথা ঘোষণা কৰিলে:

"এই জিলাৰ জনসাধাৰণে যদি সাধাৰণ মানুহৰ উত্তৰোত্তৰ উন্নতি কামনা কৰে, এই জিলাৰ অধিবাসীয়ে যদি বিচাৰে যে এজন ধনী বিত্তশীল লোকে তেওঁলোকৰ হকে চৰকাৰ পৰিচালনা কৰিব নালাগে, তেওঁলোকে নিজেই তেওঁলোকৰ চৰকাৰক পৰিচালনা কৰিব, যদি এই জিলাৰ জনগণে কজভেণ্টক তেওঁৰ এই আটাইতকৈ ডাঙৰ সমস্যাত সমৰ্থন জনাবলৈ বিচাৰে তেনেহলে মই কংগ্ৰেছৰ সেই জনাসাধাৰণৰ প্ৰতিনিধিত্ব কৰিবলৈ প্ৰস্তুত আছোঁ।

"কিন্তু এই জিলাবাসীয়ে যদি কজভেণ্টক মানি লবলৈ অনিচ্ছুক, তেনেহলে মই বৰং যি কোনো এজন উকীল নাইবা ৰাজনীতিক ব্যৱসায় হিচাপে লোৱা যি কোনো এজন লোকক এই জিলাৰ প্ৰতিনিধিত্ব কৰাৰ সুযোগ দিবলৈ ৰাজী আছোঁ।"

তেওঁ কৌশলৰদ্বাৰা জিলাৰ সমগ্ৰ ভোটাৰকে স্পষ্টভাৱে জনাই দিলে যে তেওঁলোক আজি আছে জাতীয় প্ৰসিদ্ধিৰ মাজত, সমগ্ৰ জাতিৰ দৃষ্টি আজি তেওঁলোকৰ ওপৰত। তেওঁলোকক যি সিদ্ধান্ত গ্ৰহণৰ সুযোগ দিয়া হৈছে সি যিমান পবিত্ৰ, তাৰ ফলো তিমানে সুদূৰপ্ৰসাৰী।

এই কথাৰে তেওঁ মনোযোগ আকৰ্ষণ কৰিলে,—"এয়া হৈছে এখন গণতান্ত্ৰিক দেশৰ ভিতৰত কংগ্ৰেছৰ এজন সদস্য নিৰ্বাচনৰ বাবে স্থানীয় নিৰ্বাচনী প্ৰচাৰকাৰ্য; কিন্তু ইয়াৰ বিস্তৃতি আৰু গুৰুত্ব ইমান বেছি যে সমগ্ৰ জাতিয়ে আজি এইপিনে আগ্ৰহেৰে চাই আছে। এই জাতীয় সমস্যাৰ ওপৰত আপোনালোকে যি ভোট দিবলৈ গৈছে, তাৰ প্ৰতি সমগ্ৰ দেশৰ মনোযোগ আকৃষ্ট হৈছে।"

ইয়াৰ যি ফল হ'ল, জনচনে সেই বিষয়ে আগতেই ঠিক কৰি ৰাখিছিল। অন্যান্য প্ৰাৰ্থীবোৰৰ যিবোৰে বিচাৰালয় পৰিকল্পনাৰ বিৰোধিতা কৰিছিল

তেওঁলোকে জনছনৰ ওপৰত আক্ৰমণ আৰম্ভ কৰি দিলে। তেওঁলোকৰ প্ৰত্যেকেই জনছনৰ বিষয়ে কবলৈ আৰম্ভ কৰাত জনছনেই আনবোৰ প্ৰাৰ্থীতকৈ অধিক প্ৰচাৰ লাভ কৰিলে। তেওঁলোকৰ প্ৰত্যেকে চোকা মন্তব্যেৰে নিজৰ নিজৰ ৰক্ষণশীলতাৰ কথা ঘোষণা কৰিব ধৰিলে। ফলত নয়া-নীতি পৰিকল্পনাৰ সমৰ্থনকাৰীসকলৰ আটাইবোৰ ভোট জনছনৰ ফালে গুচি আহিল।

এইবোৰ সুবিধাৰ উপৰিও তেওঁ আনবোৰ প্ৰাৰ্থীতকৈ বহুপৰিমাণে বেছি পৰিশ্ৰম কৰিবলৈ ধৰিলে। তেওঁৰ পৰ্যটক মনটোৱে তেওঁক দহ নম্বৰ কংগ্ৰেছ জিলাৰ দহখন চহৰতেই সকলো ৰকমৰ লোকৰ মাজত ঘূৰি ফুৰাৰ সযোগ দিলে। দিনে-ৰাতি সমানে তেওঁ নিজৰ নিৰ্বাচনী প্ৰচাৰকাৰ্য চলাই যাবলৈ ধৰিলে। লেডী বাৰ্ডো বহি নাথাকিল। সেই একেভাৱেই ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁৰ জাতীয় যুব প্ৰশাসনৰ কাম কৰাৰ সময়ত তেওঁ যিবোৰ পৰিশ্ৰমী আৰু উৎসাহী বন্ধুক লগ পাইছিল সেইবিলাকৰ উপৰিও নিজৰ পৰিয়ালৰ প্ৰতিজন লোক আৰু পাৰিবাৰিক বন্ধুবৰ্গও তেওঁৰ এই প্ৰচাৰকাৰ্যত লগৰীয়া হ'ল।

সমগ্ৰ জিলাব্যাপি প্ৰচাৰকাৰ্য কৰি যাবলৈ ধৰিলে যাতে এই ডেকা কৰ্মী-জনক কংগ্ৰেছলৈ নিৰ্বাচিত কৰিব পৰা যায়। কাৰণ তেওঁলোকে এওঁকেই জানে আৰু এৱেঁই চিঠি-পত্ৰ লিখি তেওঁলোকক নানাভাৱে সহায় কৰি আহিছে। সমৰ্থনৰ এই প্ৰাচুৰ্যই জনছনক তেওঁৰ জীৱনৰ প্ৰতিটো ৰাজনৈতিক খেলতেই বিজয়ৰ জয়মাল্য দি আহিছে।

নিৰ্বাচনৰ মাত্ৰ দুদিনৰ আগতে এপেণ্ডিচাইটিছৰ অস্ত্ৰোপচাৰৰ বাবে এই প্ৰাৰ্থীজনক অষ্টিনৰ হাস্পাতালত ভৰ্তি কৰা হয়। ১৯৩৭ চনৰ ১০ এপ্ৰিলৰ দিনাখন যেতিয়া তেওঁৰ বিজয় ঘোষণা কৰা হয় তেতিয়াও তেওঁ হাস্পাতালৰ ৰোগশয্যাত।

তেওঁ দ্বিতীয় সংখ্যাগৰিষ্ঠ ভোট লাভ কৰা প্ৰাৰ্থীজনতকৈ দুগুণ ভোট লাভ কৰিছিল। নিৰ্বাচনৰ পাছদিনাখন এটা বিবৃতিৰ প্ৰসঙ্গত জনছনে কৈছিল—"মই সুস্থ হৈ উঠাৰ পিছতেই প্ৰথমবাৰ কংগ্ৰেছত প্ৰচুৰ বক্তৃতাৰ মহলা মেমেলোঁৱে। মই মানি নলওঁ যে পৃথিৱীত জুই জলাই দি মাৰ্কিন যুক্তৰাষ্ট্ৰক মই পৃৰামাত্ৰাই সংস্কাৰ কৰিব পাৰিম।"

## চাৰি

এই নবাগতজনে কংগ্ৰেছত তেওঁৰ কাম আৰম্ভ কৰি দিলে ফ্ৰাঙ্কলিন ডি. ৰুজভেল্টৰ ব্যক্তিগত শুভেচ্ছাৰ উষ্ণতা লৈ।

জনছনে নিৰ্বাচনত জয়লাভ কৰা সময়ত প্ৰেচিডেণ্ট টেক্সাচৰ উপকূলৰ সিকাষে মেক্সিকো উপসাগৰত তেওঁৰ প্ৰমোদ ভ্ৰমণত ব্যস্ত। তেওঁ আভাস দিয়ে যে এই ডেকাজনৰ লগত এবাৰ তেওঁ আলাপ কৰিবলৈ ইচ্ছা কৰে। কিয়নো তেওঁ নয়া-নীতি পৰিকল্পনাৰ একচ্ছত্ৰীতাতেই এনেকুৱা সাফল্যেৰে নিৰ্বাচনীত জয়লাভ কৰিছে—সিয়ো আকৌ এনে এখন দেশৰপৰা যিখন দেশতেই ডেমোক্ৰেটিক পাৰ্টিৰ সদস্যসকলৰ মাজত এই পৰিকল্পনাৰ বাবে ভীষণ অসন্তোষে দেখা দিছিল।

প্ৰেচিডেণ্টৰ জাহাজে যেতিয়া গেলভেষ্টণত লঙ্গৰ পেলায় তেতিয়া তেওঁৰ ঘনিষ্ঠ বন্ধু টেক্সাচৰ গভৰ্ণৰ জেমচ ভি. অলৰেডে জনছনক জাহাজৰ ওপৰলৈ লগত লৈ গৈ প্ৰেচিডেণ্টৰ লগত আলাপ পৰিচয় কৰি দিয়ে। কোনো এটা অজ্ঞাত কাৰণত জনচন আৰু অলৰেড উভয়ে তেওঁলোকৰ কোটৰ বুকুৰ ওপৰত দেশীয় অৰ্কিড ফুল ৰাখিছিল। ৰুজভেল্টে জনছনক টেক্সাচৰ ভিতৰেদি প্ৰেচিডেণ্টৰ বিশেষ ট্ৰেইনত তেওঁৰ লগত ভ্ৰমণ কৰিবলৈ মাতিলে। সেই ভ্ৰমণৰ সময়ত জনচনে প্ৰেচিডেণ্টক তেওঁৰ নিৰ্বাচনী প্ৰচাৰকাৰ্যৰ সকলো কথা নিখুঁতভাৱে জনালে। তাৰ লগতে তেওঁ ছেগ বুজি তেওঁৰ জিলাত দুটা প্ৰকাণ্ড অসমাপ্ত অৱস্থাত থকা বান্ধ পৰিকল্পনা শেষ কৰাৰ গুৰুত্বৰ কথা কৈ পেলালে।

টেক্সাচৰ এই ডেকাজনে ৰুজভেল্টৰ বিশিষ্ট ব্যক্তিত্বৰ ওচৰত বশীভূত হোৱাৰ বিৰুদ্ধে কোনো চেষ্টাই নকৰিলে।

"তেখেত এগৰাকী বিৰাট পুৰুষ আৰু তেখেতৰ লগত তোমাৰ প্ৰথম সাক্ষাতৰ পাঁচ মিনিট পিছতেই তুমি সেই কথা জানিবা"—জনছনে তেওঁৰ এজন বন্ধুক পিছত এইদৰে কৈছিল। "তেখেতে তোমাৰদ্বাৰা যি

কৰিবলৈ ইচ্ছা কৰে তাকে তুমিও কৰিবলৈ যেন মন কৰিছা, এই অনুভূতিকে তেখেতে তোমাৰ মাজত সোমাই দিব। আকৌ, তেখেতৰ নিচিনা ইমান কম সময়ৰ ভিতৰতে চিন্তা কৰিব পৰা লোক মই আন এজনো পোৱা নাই। কথা-বতৰাতো তেখেতক চেৰ পেলোৱা ভীষণ কঠিন। তেখেত সদায়ে কিছু আগবাঢ়ি থাকে।"

জনছনে তেওঁৰ নিজা ধাৰণা এটা কৰি থৈছিল। ট্ৰেইনৰপৰা নামি যোৱাৰ আগতে কজভেল্টে তেওঁক এবাৰ কৈছিল—"নৌবিভাগীয় বিষয়ত তেওঁ এজন ভাল সহায়কাৰী" হব পাৰে। নৌবিভাগটো আছিল আকৌ প্ৰেচিডেন্টৰ সৰ্বাধিক প্ৰিয় আৰু সদায়ে সুবিধা বিচাৰিছিল কি উপায়ে ইয়াৰ বাবে সমৰ্থনকাৰী বন্ধু সংগ্ৰহ আৰু কংগ্ৰেছ সদস্যসকলক প্ৰভাৱান্বিত কৰিব পৰা যায়।

নৱ-নিৰ্বাচিত ডেকা কংগ্ৰেছ সদস্যজনক প্ৰেচিডেন্টে তেওঁলোকৰ এই ট্ৰেইন যাত্ৰাৰ শেষ মুহূৰ্তত কৈছিল—"এই টেলিফোন নম্বৰটো ৰাখি থোৱা। ৱাচিংটনলৈ গলে এই নম্বৰত টমক মাতিবা। আমাৰ মাজত হোৱা কথা-বতৰাবোৰ তেওঁক ভাঙিপাতি কবা।"

এই 'টম' হ'ল আকৌ টম কৰ্কোৰাণ, নামজাদা আৰু উৎসাহদীপ্ত "টমি দি কৰ্ক"—এৱেঁই নয়া-নীতিৰ প্ৰথম কালচোৱাত এজন শক্তিশালী সমৰ্থক আছিল। ৱাচিংটন পোৱাৰ লগে লগে এক মুহূৰ্ত সময়ো নষ্ট নকৰি জনছনে টমৰ লগত যোগাযোগ স্থাপন কৰে।

১৯৩৭ চনৰ ১৪ মেৰ দিনাখন জনছনে সভাৰ অধ্যক্ষ উইলিয়াম বি. বাঙ্কহেডৰ ওচৰত কংগ্ৰেছৰ সদস্য হিচাপে শপত গ্ৰহণ কৰিলে। তাৰ কেইদিনমানৰ পিছতেই জনছনে যেতিয়া সভাগৃহৰ ফালে থিয় হৈছিল তেতিয়া প্ৰতিনিধি সভাৰ অন্যতম প্ৰভাৱশালী সদস্য, নৌবিভাগীয় কমিটিৰ সভাপতি জৰ্জিয়াৰ কাৰ্ল ভিন্সন তেওঁৰ ওচৰ চাপি আহিছিল।

জৰ্জিয়াৰ এই ভদ্ৰলোকজনে ঘেঁহাই ঘেঁহাই কলে—"ডেকা, এটা সুন্দৰ নৈশভোজ আৰু তাতোকৈ সুন্দৰ আলাপ-আলোচনাৰ বাবেই মই তোমাৰ ওচৰত ঋণী।"

জনছনে আচৰিতভাৱে তেওঁৰ পিনে চালে। ভিন্সনে কলে—"নৈশভোজৰ বাবে সিদিনাখন হোৱাইট হাউচত মোৰ নিমন্ত্ৰণ আছিল আৰু নিমন্ত্ৰণকাৰী হিচাপে প্ৰেচিডেন্ট সদায়ে চমৎকাৰ লোক। মই মনে

মনে চিন্তা কৰিছিলোঁ। মোৰপৰা তেওঁ কি বিচাৰে। মই জানিছিলোঁ। তাৰ মাজত নিশ্চয় কিবা এটা কথা আছে। অৱশেষত কথাপ্ৰসঙ্গত তেওঁ কলে—এৰা, যথেষ্ট উদ্দেশ্যহীনভাৱেই কলে, 'কাৰ্ল প্ৰতিনিধি সভালৈ এটা বৰ দেখনিয়াৰ নতুন ডেকা আহিছে আৰু মোৰ ধাৰণা নৌবিভাগীয় বিষয়ত সি আমাৰ বিৰাট সহায় হব।' তুমি নিশ্চয় বুজিব পাৰিছা এতিয়া যে তেওঁ কমিটিৰ কথাৰেই ইঙ্গিত দিছিল।"

তেওঁলোক দুয়ো তাতেই থিয় হৈ আছিল। "দেখনিয়াৰ ডেকাজনে তেতিয়াও সকলো কথা বুজিব পৰা নাছিল। সেই মুহূৰ্ত্ততে প্ৰতিনিধি সভাৰ কেৰাণীয়ে গম্ভীৰ মাতেৰে টেক্সাচৰ প্ৰতিনিধি জনছনৰ নামটো নৌবিভাগীয় কমিটিৰ সদস্য হিচাপে ঘোষণা কৰিলে। এনেকুৱা কাম সাধাৰণতে কোনো নতুন সদস্যকে দিয়া নহয়। হোৱাইট হাউচত জনছনৰ বন্ধুবৰ্দ্ধাৰা তেওঁৰ বাবে অনেক ভাল কাম কৰাৰ ভিতৰত এইটোৱে প্ৰথম।

প্ৰেচিডেণ্টৰ মৰম-স্নেহৰ কাৰণে তেও কৃতজ্ঞ আৰু ৰুজভেল্ট যে এগৰাকী মহান পুৰুষ এই ধাৰণা তেওঁৰ আৰু বদ্ধমূল হোৱা সত্বেও, নতুন কংগ্ৰেছসদস্যজনে কমদিনৰ ভিতৰতে দেখুৱাই দিলে যে, শাসক-গোষ্ঠীৰ প্ৰস্তাৱত ৰবাৰ-ষ্টাম্পৰ দৰে কেৱল স্বীকৃতিৰ ছাপ দিয়াত তেওঁৰ কোনো ইচ্ছাই নাই। তেওঁৰ নিজৰো এটা মন আছে। যিমানে শক্তি-শালী নহওক ব্যক্তিগত মাধুৰ্যই তেওঁৰ দৃঢ় বিশ্বাসক দূৰ কৰি দিব পাৰে, এনে সহজ লোক তেওঁ নাছিল।

সদস্য হিচাপে তেওঁৰ শপত গ্ৰহণ কৰাৰ কেই সপ্তাহমানৰ পিছৰ কথা। যুক্তৰাষ্ট্ৰ কৃষি পামৰ কৃষি-ঋণৰ সুদৰ কম হাৰৰ মেয়াদ আৰু এবছৰ বঢ়াই দিয়াৰ বাবে প্ৰেচিডেণ্টৰদ্বাৰা ভেটো দিয়াৰ এখন বিলৰ বিষয়ে আলোচনা কৰিবলৈ প্ৰতিনিধি সভা বহিল। ছাম ৰেবাৰ্ণ অৰ্থাৎ প্ৰতিনিধি সভাৰ সংখ্যাগৰিষ্ঠ দলৰ মনোনীত নেতা গৰাকীয়ে অধিবেশনৰ আৰম্ভণিতে প্ৰেচিডেণ্টৰ ভেটো অনুমোদন কৰিবলৈ সভাক অনুৰোধ জনালে। জনছনে কিন্তু তাৰ বিপক্ষেহে ভোট দিলে।

প্ৰেচিডেণ্ট আৰু ছাম ৰেবাৰ্ণৰ ইচ্ছাৰ বিপক্ষে যোৱাটো এটা নগণ্য কথা নহয়। ছাম ৰেবাৰ্ণ আছিল তেওঁৰ ঘনিষ্ঠ বন্ধু আৰু ৰাজনীতি ক্ষেত্ৰত তেওঁৰ ধৰ্মপিতৃ। কিন্তু জনছনৰ বক্তব্যও আছিল যথেষ্ট যুক্তিসম্মত।

তেওঁৰ বিশ্বাস আছিল যে কম হাৰৰ সুদ সাধাৰণতে খেতিয়কবোৰৰ বাবে খুব প্ৰয়োজনীয়।

টেক্সাচত কংগ্ৰেছৰ দহ নম্বৰ জিলাখনেই তেওঁৰ চিন্তাত প্ৰথমে স্থান পাইছিল। তেওঁ নিজকে তাৰ এজন ভৃত্য যেন গণ্য কৰিছিল, যিজন ভৃত্যই প্ৰতিনিধি সভাত তাৰ স্বাৰ্থ ৰক্ষাৰ বাবে কাম কৰিছিল। তদুপৰি বাস্তৱ ৰাজনীতিৰ ফালৰপৰাও তেওঁৰ নিজৰ জিলাখনৰ বাবে যিমানদূৰ সম্ভৱ কাম কৰাটো বুদ্ধিমত্তাৰ পৰিচায়ক।

পৰিবেশ পৰিবৰ্ত্তিত হোৱাৰ লগে লগে তেওঁ ভালেমান কামকেই কৰিব পাৰিব। প্ৰথম দুবছৰ সদস্যৰূপে থকা কালছোৱাত জনছনেই বোধহয় অন্যান্য যি কোনো সদস্যতকৈ তেওঁৰ নিজৰ জিলাখনৰ বাবে বিভিন্ন কেন্দ্ৰীয় পৰিকল্পনা আটাইতকৈ বেছি ৰকমে গ্ৰহণ কৰাবলৈ সক্ষম হৈছিল।

তেওঁৰ প্ৰথম চেষ্টা আছিল গডকাপ্তানি বিভাগীয় কৰিকল্পনা হিচাপে টেক্সাচৰ কেবা লাখ ডলাৰৰ নিম্ন-কলোৰাডো-নদী কৰ্তৃপক্ষৰ বাবে কেন্দ্ৰৰ পৰা আৰ্থিক সাহায্য সংগ্ৰহ কৰাটো। কলোৰাডো নদীৰ বানপানী প্ৰতিৰোধ আৰু বানবিধ্বস্ত কৃষি অঞ্চলটো খেতিৰ বাবে উদ্ধাৰ কৰাৰ লগে লগে জনসাধাৰণে যাতে সস্তা দৰত বৈদ্যুতিক শক্তি ব্যৱহাৰ কৰিব পাৰে সেই বিষয়ত তেওঁ স্থিৰ প্ৰতিজ্ঞ আছিল।

নয়া-নীতি পৰিকল্পনাৰ অন্যতম প্ৰিয় লক্ষ্যবস্তু আছিল "বৈদ্যুতিক শক্তিৰ হ্ৰাস"। জনছনে ইয়াৰ বিৰুদ্ধে আপ্ৰাণ চেষ্টা কৰিছিল। অধুনা প্ৰতিষ্ঠিত গ্ৰাম্য বৈদ্যুতিক কৰ্মসূচীৰ তেওঁ হ'ল এজন ব্যগ্ৰ সমৰ্থক।

"খেতিয়কৰ আয় নিচেই তাকৰ। যি কোনো প্ৰকাৰে সিহঁতক স্বাভাৱিক আৰু যুক্তিসঙ্গত স্তৰলৈ অনাৰ ব্যৱস্থা কৰিবই লাগিব"—তেওঁ যুক্তি দৰ্শাইছিল। "সেইটোৱে আমাৰ লক্ষ্য যেতিয়া, খেতিয়কবিলাকে এতিয়া কি কাৰণত যে সস্তা দৰত বৈদ্যুতিক শক্তি নাপায় তাৰ কোনো যুক্তি নাই। তাৰ কামত সহায় কৰাৰ বাবে বিদ্যুৎ প্ৰয়োজন; ইয়াৰদ্বাৰা তাৰ ঘৰ-দুৱাৰ ভাল আৰু বসবাসৰ কাৰণে বেছ আৰামদায়ক কৰিব পৰা যাব; তদুপৰি চহৰীয়া লোকে যিবোৰ সা-সুবিধা স্বাচ্ছন্দ্য ভোগ কৰিছে সিহঁতকো সেইবোৰ দিয়া যাব।"

পামৰ গুদাম ঘৰত তেওঁৰ ল'ৰাকালৰ তাহানিৰ দিনবোৰৰ কথা জনছনে পাহৰি যোৱা নাই, য'ত পোহৰৰ বাবে তেওঁলোকে কেৰাচিন

তেল ব্যৱহাৰ কৰিছিল, দন্তাৰ বাল্‌টিৰে কাপোৰ ধুইছিল, তদুপৰি তেও ভায়েকৰে সৈতে হাতেৰে পাম্প কৰি পানী তুলিছিল। "বৈদ্যুতিক শক্তি ব্যৱহাৰৰ সুযোগ সুবিধাৰ কথা কবলৈ হলে পামৰ ঘৰত বসবাস কৰা আমাৰ আতাইতৰ দিনতকৈ আমি কিঞ্চিৎ পৰিমিত সুবিধাও পোৱা নাই।"

নিম্ন-কলোৰাডো-নদী কর্তৃপক্ষৰদ্বাৰা ষোলখন কাউণ্টিৰ অঞ্চল বিস্তৃত বেচৰকাৰী কোম্পানীৰ সম্পত্তি কিনাৰ এটা চুক্তি সম্পাদিত হোৱাৰ লগে লগে চৰকাৰী বৈদ্যুতিক শক্তি সৰবৰাহ সংস্থা চেণ্ট্ৰেল টেক্সাচ এম্পায়াৰে বাস্তৱৰূপ ললে বুলি ১৯৩৯ চনৰ জানুৱাৰী মাহত ঘোষণা কৰা হয়। ইয়াৰ অধিকাঞ্চল ঠায়েই জনচনৰ জিলাৰ অন্তৰ্গত।

প্ৰতি খোজতে ইয়াৰ বাবে যুঁজ কৰিব লগীয়া হৈছে। এবাৰ নিম্ন-কলোৰাডো-নদী কর্তৃপক্ষৰ ডাইৰেক্টৰসকল আৰু এটা ব্যক্তিগত মালিকৰ বিদ্যুৎ সৰবৰাহ প্ৰতিষ্ঠানৰ অফিচাৰবিলাকৰ মাজত হোৱা এখন আলোচনা সভাত এই কংগ্ৰেছ সদস্য জনছনে খঙত জলি পকি চৰকাৰী বিদ্যুৎ কোম্পানীৰ সভাপতিক "জহান্নামে যোৱা" বুলি গালি পাৰিছিল। আলোচনাৰো তিমানতেই অন্ত পৰিছিল।

তাৰ পিছত নিম্ন-কলোৰাডো-নদী কর্তৃপক্ষৰ পৰামৰ্শদাতা আৰু জনছনৰ বিশ্বাসী আৰু শ্ৰদ্ধাভাজন বন্ধু এলভিন জে. উইৰ্টজে এই খঙাল ডেকাজনক তেওঁৰ অফিচলৈ মাতি পঠালে। জনছনে ভাবিছিল যে কোম্পানীৰ আনবোৰ ডাইৰেক্টৰৰ দৰে উইৰ্টজেও তেওঁৰ লগত কৰমৰ্দন কৰি তেওঁৰ জেদী মনোভাৱৰ কাৰণে তেওঁক অভিনন্দন জনাব, কিন্তু এই বৃদ্ধজনৰ সেই উদ্দেশ্য নাছিল।

"শুনা, লিণ্ডণ" চুয়ো তেওঁৰ অফিচত লগালগি হোৱাত তেওঁ কৈছিল, "মই বহুদিন ধৰি এই ব্যৱসায়কে কৰিলোঁ। মই জানো যে এটা শক্তিশালী বিদ্যুৎ সৰবৰাহ প্ৰতিষ্ঠানৰ প্ৰেচিডেণ্টক জহান্নামে যাবলৈ পৰামৰ্শ দিয়াত মানুহে যেতিয়া তোমাক এজন বিৰাট লোক ৰূপে অভিহিত কৰে তেতিয়া আমাৰ ভাল লাগে। কিন্তু তুমি জানা তাৰ ফলতেই আলোচনাৰ অন্ত পৰিল। যিবিলাক বিষয়ৰ আলোচনা কৰিবলৈ আমি সভাখন মাতিছিলোঁ। আমি এতিয়াও সেইবোৰ বিষয়ে এটা সিদ্ধান্ত লবই লাগিব। বহুদিনৰ আগতে মই এটা কথা শিকি আহিছোঁ লিণ্ডণ, এজনক তুমি ৰসাতললৈ যাবলৈ কলেই তেওঁ ৰসাতললৈ যাব লগীয়া নহয়।"

জনছন আৰু উইৰ্টজ কোনোজনেই সেই শিক্ষা পাইবা নাছিল। ১৯৪০ চনৰ প্ৰথম ছোৱাত মূলতঃ তেওঁৰ চেষ্টাতেই উইৰ্টজে আভ্যন্তৰীণ বিভাগৰ আণ্ডাৰ চেক্ৰেটৰী পদ লাভ কৰিছিল আৰু এই কাজ ইমান নিয়াৰিকৈ তেওঁ চলাই আহিছিল যে তাৰ ফলতেই তেওঁ প্ৰখ্যাত হৈ পৰিছিল।

মধ্য টেক্সাচৰ খেতিয়ক আৰু অন্যান্য অধিবাসীবিলাকৰ কাৰণে সস্তা দৰৰ বিদ্যুৎ সৰবৰাহ কৰাৰ পৰিকল্পনা তেওঁ যেতিয়া প্ৰথমে ৰূপায়িত কৰাৰ চেষ্টা চলাইছিল তেতিয়া ৱাছিংটনত গ্ৰাম্য বিদ্যুৎ সৰবৰাহ কাৰ্য নিৰ্বাহৰ উচ্চপদস্থ জনৈক কৰ্মচাৰীয়ে তেওঁকেই কৈছিল যে, তেওঁৰ পৰিকল্পনাটো খুবেই আড়ম্বৰপূৰ্ণ। সিইঁতে তেওঁক কৈছিল, "আপোনাক সকলোখিনিয়েই লাগে আৰু আমি সম্ভৱপৰ যিখিনি কৰিব পাৰোঁ সেয়া হ'ল আপোনাক কিছু দিয়াৰ বিষয়ে চিন্তা কৰাটোহে।"

যি লোকে কিছু কৰিবলৈ উপায় বিচাৰে তাক কিবা কৰিবলৈ সুযোগ নিদিয়াৰ উপায় বিচৰাৰ এনেকুৱা কথাবোৰ আছিল একোটাইঁত যুদ্ধং দেহি মনোবৃত্তিৰ আহ্বান। তেওঁ আগবাঢ়ি গ'ল।

গাঁৱলীয়া অঞ্চলত বিদ্যুৎ সৰবৰাহ কৰাৰ কাৰণে সূচনা কৰা তেওঁৰ সেই সংগ্ৰামৰ ফলত নিজৰ জিলাত বিশ্বৰ সৰ্ববৃহৎ গ্ৰাম্য বিদ্যুৎ সৰবৰাহ কেন্দ্ৰটো স্থাপিত হ'ল। বিদ্যুৎ শক্তিৰ ব্যৱহাৰৰ বাবে খেতিয়কবোৰে শতকৰা পঁচিশ ভাগ কম টকা দিব লগীয়া হ'ল। সিইঁতৰ মাজত বিদ্যুৎ শক্তিৰ ব্যৱহাৰ ভীষণভাৱে বাঢ়ি যাবলৈ ধৰিলে। ফলত যিবোৰ সা-সুবিধা হবলৈ ধৰিলে সেইবোৰো স্পষ্ট হৈ পৰিল।

জনছনে যেতিয়া গাঁৱত বিদ্যুৎ সৰবৰাহ কৰাৰ বাবে প্ৰথম সংগ্ৰাম আৰম্ভ কৰিছিল সেই সময়ৰ নিজৰ কেইজনমান বন্ধুৱে৷ তেওঁক এইবুলি সাৱধান কৰি দিছিল যে খেতিয়কবোৰক কোনোদিনেই বিদ্যুৎ শক্তিৰ ব্যৱহাৰ কৰিবলৈ আৰু তাৰ বাবে টকা দিবলৈ ৰাজী কৰা সম্ভৱ নহব।

কংগ্ৰেছ সদস্যজনে তাৰ উত্তৰত টেক্সাচৰ সামাজিক পদমৰ্যাদাৰ প্ৰতীক স্বৰূপ ষ্টেটছন টুপীৰ বাজী ৰাখিলে। তেওঁ কলে যে যি গাঁৱত বিদ্যুৎ সৰবৰাহৰ ব্যৱস্থা হৈছে অথচ তাৰ কোনোবা খেতিয়কে ঘৰলৈ বিদ্যুৎ সৰবৰাহৰ সুযোগ নিব নোখোজে এনেকুৱা উদাহৰণ দেখুৱাব পাৰিলে তেওঁ তাকেই টুপী উপহাৰ দিব।

"মই এই বাজীত এটা টুপিও হেৰুৱা নাছিলোঁ।" এয়ে আছিল তেওঁৰ গৰ্ব।

এই বিষয়ে কৰ্মতৎপৰতাৰ লগতে আৰু এটা সুফল ফলিল। কল্ভেন্টে গ্ৰাম্য বিদ্যুৎ সৰবৰাহ কাৰ্যনিৰ্বাহৰ প্ৰধান কাৰ্যনিৰ্বাহকৰ পদৰ কাৰণে তেওঁক আমন্ত্ৰণ জনাইছিল। টেক্সাচৰ এই ডেকাজনৰ গুণৰাজিৰ যোগ্যতা সম্পৰ্কে প্ৰেচিডেন্ট সম্পূৰ্ণ সচেতন আছিল। জনছনে ধন্যবাদেৰে সৈতে সেই আমন্ত্ৰণ এই বুলি প্ৰত্যাখ্যান কৰিছিল যে জিলাৰ অধিবাসীবোৰৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি কংগ্ৰেছত প্ৰতিনিধিত্ব কৰিবলৈ তেওঁ অঙ্গীকাৰবদ্ধ আৰু সেই চুক্তি পালন কৰাই তেওঁৰ লক্ষ্য। অৱশ্যে এই আমন্ত্ৰণৰদ্বাৰা তেওঁৰ ক্ৰমবৰ্ধমান মৰ্যাদা ক্ষুণ্ণ কৰাৰ কোনো অভিসন্ধি নাছিল।

দহ নম্বৰ জিলাৰ জনসাধাৰণৰ বাবে তেওঁ আছিল প্ৰকৃত "কামৰ মানুহ"। বিভিন্ন নগৰত ডাকঘৰ নিৰ্মাণৰ বাবে সামাজিক পৰ্যায়ত পৰিচালিত এক তহবিল সংগ্ৰহ অভিযানত জনছনে সৰ্বশক্তি প্ৰয়োগ কৰিছিল। তদুপৰি তেওঁৰ নিজৰ জিলাতেই কেন্দ্ৰীয় ভূমি সংৰক্ষণ পৰিকল্পনাৰ প্ৰৱৰ্তনত তেওঁ সক্ৰিয় অংশ লৈছিল। কৃষি-ঋণ ব্যৱস্থা সম্প্ৰসাৰণৰ প্ৰতি তেওঁ অধিক সমৰ্থন জনাইছিল আৰু দক্ষিণ-পশ্চিমাঞ্চলৰ মালৰ ভাৰা হ্ৰাসকৰণৰ বাবে যুঁজ কৰি আহিছিল। জাতীয় যুৱক সংঘৰ কাৰ্যনিৰ্বাহৰ নিচিনা যুৱকসকলৰ কল্যাণকৰ সংস্থাবোৰ আৰু অসামৰিক ৰক্ষণ বাহিনীক তেওঁ সমৰ্থন জনাইছিল।

এবাৰ বৰদিনৰ সময়ত তেওঁৰ জনৈক বন্ধুৱে জনছনক টেক্সাচ ৰাজ্যৰ ৰাজধানী অষ্টিনৰ বস্তী অঞ্চলত ফুৰিবলৈ লৈ গৈছিল। তাৰ অধিবাসীবোৰৰ ভিতৰত সৰহভাগেই আছিল নিগ্ৰো আৰু মেক্সীকান; সিবিলাকৰ দুৰৱস্থা দেখি তেওঁ মৰ্মাহত হৈ পৰিছিল। সিহঁতৰ মঙ্গলৰ কাৰণে কিবা কৰাৰ সংকল্প লৈ তেওঁ ৱাছিংটনলৈ যাত্ৰা কৰিছিল আৰু শেষ পৰ্যন্ত সৰ্বসাধাৰণৰ কাৰণে গৃহনিৰ্মাণ পৰিকল্পনাত কংগ্ৰেছৰদ্বাৰা তেওঁ প্ৰায় পোন্ধৰ লাখ টকা মঞ্জুৰ কৰাইছিল।

তেওঁ লক্ষ্য কৰিছিল যে নয়া-নীতিৰ পৰিকল্পনাত কৃষিৰ উন্নতি সাধনাৰ্থে যিবিলাক প্ৰচেষ্টা চলোৱা হৈছিল তাত নিগ্ৰো খেতিয়কবোৰৰ কথা কোনোৱে চিন্তা কৰি চোৱা নাছিল। তেওঁ এই ব্যৱস্থাৰ সংশোধনাৰ্থে উঠি পৰি লাগিল। যোৱতী শতিকাৰ চতুৰ্থ দশকৰ শেষৰ ফালে কৃষি-নিৰাপত্তা কাৰ্যনিৰ্বাহৰ সহকাৰী কাৰ্যনিৰ্বাহক মিলো পাৰ্কিন্সে জনছনৰ বিষয়ে এইবুলি মন্তব্য দিছিল—"দক্ষিণাঞ্চলৰপৰা নিগ্ৰো কৃষকবোৰৰ কথা

চিন্তা কৰোঁতা হিচাপে জনছনেই প্ৰথম কংগ্ৰেছ সদস্য।"

তেওঁৰ নিৰ্বাচনী কেন্দ্ৰৰ যি কোনো লোকৰ এনে কোনো অনুৰোধ নাছিল যিহৰ প্ৰতি তেওঁ ব্যক্তিগত দৃষ্টি আকৰ্ষিত নহৈছিল। প্ৰতিখন চিঠিৰেই উত্তৰ পোৱাৰ চব্বিছ ঘণ্টাৰ ভিতৰতে দিব লাগিব বুলি তেওঁ কৰ্মচাৰীবোৰক জনাই দিছিল। তেওঁৰ কাজ-কামৰ সুবিধাৰ বাবে অফিচ ষ্টাফৰ লোকেৰে যথেষ্ট নহলে বাহিৰৰ অতিৰিক্ত লোকক কামত মকৰল কৰি নিজৰ পকেটৰপৰা সিবিলাকক দৰমহা দিছিল। তেওঁ আৰু তেওঁৰ তলৰ কৰ্মচাৰীবোৰে দিনে দহ, বাৰ, পোন্ধৰ ঘণ্টা পৰ্যন্ত কাম কৰিছিল।

সকৰেপৰা জনছনক দেখি অহা জনৈক বন্ধুৱে মত প্ৰকাশ কৰি কৈছিল—"লিণ্ডণ আছিল বাস্তৱিকে এজন উদ্যোগী ডেকা। আগতে তেওঁ কিছু খঙাল প্ৰকৃতিৰ আৰু কৰ্কশ আছিল আৰু কেতিয়াবা কোনো লোকক বিতুষ্ট কৰি তুলিছিল। তেওঁৰ জীৱনলৈ সৌম্য-শান্ত ভাব আহিছিল তাৰ বহু পিছত; কিন্তু কি উপায়ে কাজ আদায় কৰি নিব লাগে সেই কথা সৌ তাহানিতেই তেওঁ ভালদৰে জানিছিল।"

যিসকলে লিণ্ডণক সেই কালতে ভালদৰে জানিছিল সিবিলাকে পৰৱৰ্তী জীৱনত তেওঁৰ সাফল্যত বিন্দুমাত্ৰও আচৰিত হোৱা নাই। ৰাজনীতি ক্ষেত্ৰত যদি সঁচাকৈয়ে কোনোবা আদৰ্শ পুৰুষ আছে তেনেহলে সেইজনেই কংগ্ৰেছ জীৱনৰ প্ৰথম কেইবছৰৰ জনছন।"

কংগ্ৰেছ সদস্যৰ ছেক্ৰেটাৰী হিচাপে থকা কালত ৱাছিংটনত কাজ-কাম কৰাৰ যি কল-কৌশল আয়ত্ত কৰিছিল পৰৱৰ্তী জীৱনত তাকেই প্ৰয়োগ কৰিছে মাত্ৰ। অৱশ্যে এই ক্ষেত্ৰত তেওঁৰ আন কিছুমান অসাধাৰণ সা-সুবিধাও আছিল।

হোৱাইট হাউচত তেওঁৰ আছিল অবাধ গতি। প্ৰেচিডেণ্টে তেওঁক বৰ ভাল পাইছিল। ৰুজভেল্টৰ ব্যক্তিগত ছেক্ৰেটাৰী গ্ৰেছটুলীয়ে তেওঁক ভীষণ ভাল পাইছিল। ফলত যি কোনো কথাকে প্ৰেচিডেণ্টৰ কৰ্ণগোচৰ কৰাটো জনছনৰ পক্ষে খুব সহজ আছিল। তদুপৰি আৱশ্যক হলেই তেওঁ ৰেবাৰ্ণৰপৰাও সহায় পাইছিল। টেক্সাচৰ আৰু এগৰাকী প্ৰবীণ কংগ্ৰেছ সদস্য ৰাইট পেটমেনো জনছনৰ বিশেষ সহায় আছিল। তেওঁ আছিল জনছনৰ পিতাকৰ লগত টেক্সাছ ৰাজ্য পৰিষদৰ সদস্য। তদুপৰি নৌ-

বিভাগীয় বিষয় কমিটিৰ সভাপতি কাৰ্ল ভিলণযো তেওঁ প্ৰিয়তম শিষ্যৰূপে পৰিগণিত হৈছিল।

য়ুৰোপৰ আকাশ যুদ্ধৰ ক'লা ধোৱাই আবৰি পেলোৱাৰ উপক্ৰম কৰিলে আৰু যুক্তৰাষ্ট্ৰই তেতিয়া নিজস্ব প্ৰতিৰক্ষাৰ কাৰণে গভীৰভাৱে মনোনিবেশ কৰিবলৈ ধৰিলে। ইফালে নৌবিভাগীয় কমিটিত জনছনৰ ভূমিকাও আৰু বেছি গুৰুত্বপূৰ্ণ হৈ পৰিল আৰু ব্যক্তিগত প্ৰতিপত্তিও আগতকৈ বাঢ়ি আহিবলৈ ধৰিলে। টেক্সাচৰ কৰ্পাছ ক্ৰিষ্টীত নৌবিভাগৰ বিৰাট ট্ৰেইনিং ঘাটি স্থাপনত জনছনে আন যি কোনো লোকতকৈ অধিকতৰ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। টেক্সাচৰ হাউচটন আৰু অৰেঞ্জ নগৰত জাহাজ নিৰ্মাণ কাৰখানা প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো চৰকাৰক অনুপ্ৰাণিত কৰাত তেওঁৰ অৱদান আছিল। টেক্সাচ বিশ্ববিদ্যালয়ত এটা নৌশিক্ষা কেন্দ্ৰ আৰু ডল্লাচ নগৰত যুদ্ধৰ সময়ত সহায় কৰাৰ বাবে নৌবাহিনীৰ কেন্দ্ৰ স্থাপনত তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

প্ৰতিৰক্ষা পৰিকল্পনাবোৰৰ প্ৰতিষ্ঠাৰ স্থানবোৰ জনছনৰ জিলাৰ অন্তৰ্গত নাছিল। তথাপি তেওঁ উল্লিখিত ঠাইবোৰকে সংশ্লিষ্ট পৰিকল্পনাবোৰৰ বাবে উপযুক্ত ঠাই বুলি ভাবিছিল।

জনছনে এই সিদ্ধান্তত উপনীত হৈছিল যে মাৰ্কিন যুক্তৰাষ্ট্ৰই বিশ্বগ্ৰাসী যুদ্ধৰপৰা আঁতৰি থাকিব নোৱাৰে। যুক্তৰাষ্ট্ৰ যে যুদ্ধৰ প্ৰস্তুতিৰপৰা আঁতৰি আছে সেই কথাও বুজিব পাৰিছিল আৰু সেয়ে দেশক সাজু কৰি তোলাৰ বাবে তেওঁ যথাসাধ্য শক্তি প্ৰয়োগ কৰাৰ কথা স্থিৰ কৰিলে। নিজৰ ৰাজ্যত যাতে যথাসাধ্য সাহায্যদান কৰে তাৰ প্ৰতি তেওঁ সচেষ্ট হৈ উঠিল। অদূৰ ভৱিষ্যতৰ কথা চিন্তা কৰি তেৱোঁ অন্যান্য বহুতৰ দৰে সিদ্ধান্ত ললে যে ৰুজভেল্টকে তৃতীয়বাৰৰ কাৰণে প্ৰেচিডেণ্ট পদত মনোনয়ন দিয়া দৰকাৰ।

টেক্সাচৰ সকলো অধিবাসীয়ে কিন্তু তেওঁৰ মতত সঁহাৰি নিদিলে। মূলতঃ টেক্সাচৰ অধিবাসীসকলে নিজৰ লোক ৰক্ষণশীল জমিদাৰ জন নান্স গাৰ্ণাৰক প্ৰেচিডেণ্ট পদৰ বাবে মনোনয়ন দিয়াৰ পক্ষপাতী আছিল। জন গাৰ্ণাৰ প্ৰথম দুবাৰ ৰুজভেল্টৰ লগত ভাইচ-প্ৰেচিডেণ্ট হিচাপে আছিল। গাৰ্ণাৰৰ স্বপক্ষীয় আন্দোলনত টেক্সাচৰ ডেমোক্ৰেটিক পাৰ্টিৰ ঐক্যত ভাঙণ ধৰাৰ উপক্ৰম হ'ল।

জনছনে ভাইচ প্রেচিডেন্টক যথেষ্ট শ্রদ্ধা আৰু সন্মান দেখুৱাইছিল। তেওঁৰ নিজৰে ভালেমান বন্ধু আছিল গাৰ্ণাৰৰ মনোনয়নৰ পক্ষপাতী। কিন্তু দহ নম্বৰ জিলাৰ কংগ্রেছ সদস্যজনে বুজি পাইছিল যে ১৯৪৯ চনৰ নিচিনা দুৰ্যোগপূৰ্ণ সময় হয়তো জাতিৰ ইতিহাসত আৰু নাই ; এনেকুৱা সময়ত ডেমোক্রেটিক পাৰ্টিৰ মাজত অনৈক্যই দেখা দিয়াটো গভীৰ দুঃখৰ কথা।

তেওঁ ৰেবাৰ্ণৰ লগত কেবাবাৰো আলোচনা কৰাৰ পিছত কুজভেল্টৰ লগত পৰামৰ্শ কৰে। তেওঁৰ অনুমোদনক্রমে তেওঁলোকে টেক্সাচৰ পতিনিধিবোৰৰ লগত চুক্তি কৰিলে যে সম্মিলনীত টেক্সাচ ৰাজ্যৰ প্ৰতিনিধি দলে গাৰ্ণাৰকে প্ৰেচিডেন্ট পদত মনোনয়নৰ পক্ষে ভোট দিব কিন্তু তেওঁলোকে কুজভেল্টৰ বিপক্ষে কোনো আন্দোলনত যোগ দিব নোৱাৰিব।

এই চুক্তিৰ ফলত দুয়ো দলৰ মাজত বিৰোধিতা কিছু লাঘৱ হ'ল, কিন্তু উভয় পাৰ্টীৰ লগতে জনছনৰ সম্পৰ্ক আগৰ দৰেই অটুট থাকিল। দেশৰ যি মুষ্টিমেয় সংখ্যক লোক গাৰ্ণাৰ সমৰ্থকসকলৰ বিশ্বাস ভাজন আছিল তাৰ ভিতৰত জনছনো আছিল এজন।

১৯৪০ চনত কংগ্রেছৰ নিৰ্বাচনী প্ৰচাৰ কাৰ্যত টেক্সাচৰ এই ভদ্ৰলোকজনে নিজৰ কামৰ সন্ধান পালে। প্ৰতিনিধি সভাত সংখ্যা গৰিষ্ঠতা লাভ কৰিবলৈ ৰিপাব্লিকান পাৰ্টিৰ মাত্ৰ আঠচল্লিশখন আসন লাভ কৰাৰ আৱশ্যক আছিল। নিৰ্বাচনৰ কেই সপ্তাহমানৰ আগতে প্ৰতীয়মান হ'ল যে তেওঁলোকে সেই কেইখন আসনতো জয়লাভ কৰিবই আনকি কেইখনমান বেছি আসনহে পাব পাৰে।

ডেমোক্রেটিক পাৰ্টিৰ কংগ্রেছ নিৰ্বাচনী প্ৰচাৰ-অভিযান কমিটি প্ৰায় পতনমুখী হ'ল। সিহঁতৰ কৰ্মতৎপৰতা ইমানে টুটি আহিল যে প্ৰতিদ্বন্দ্বিতাত সন্মুখীন প্ৰাৰ্থীবোৰে কমিটিৰ সহায় বিচৰাৰো কোনো উৎসাহ বোধ নকৰা হৈ পৰিল।

বাস্তৱবাদী আৰু সুচতুৰ চিন্তাশীল ব্যক্তি ছাম ৰেবাৰ্ণ উইলিয়াম বেস্কহেডৰ মৃত্যুৰ পিছত সেই বছৰৰ চেপ্তেম্বৰ মাহত সিজনা প্ৰতিনিধি পৰিষদৰ স্পীকাৰ হৈছিল। আৰু ডেমোক্রেটিক পাৰ্টীৰ নেতা মেছাচুচেটছৰ জন এম. মেককৰামেক কুজভেল্টৰ ওচৰলৈ গ'ল আৰু তেওঁক স্পষ্টভাৱে জনাই দিলে যে অবিলম্বে কিবা এটা কৰা দৰকাৰ। প্ৰেচিডেন্টে তেওঁলোকক প্ৰস্তাৱ

উত্থাপন কৰিবলৈ কলে। তেওঁৰ উপদেষ্টাসকলে এটা প্ৰস্তাৱ আগবেপৰা ৰচনা কৰি ৰাখিছিল। সেইটোৱেই হ'ল লিণ্ডণ জনছনৰ ওপৰত প্ৰচাৰকাৰ্যৰ সমস্ত দায়িত্ব অৰ্পণ কৰা।

পিছদিনাখন জনছনৰ ওপৰত সেই দায়িত্ব এৰি দিয়া হ'ল। তেওঁৰ এটা বেলেগ অফিচ আছিল যদিও তেওঁৰ পদৰ কোনো নাম নাছিল। তেওঁৰ প্ৰতি মাত্ৰ একেটাই নিৰ্দেশ আছিল যে ডেমোক্ৰেটিক পাৰ্টীৰ আটাইবোৰ সদস্যকে নিৰ্বাচিত কৰিব লাগিব। তেওঁ নিজৰ উৎসাহ আৰু জৰুৰী প্ৰয়োজনীয়তাৰ ভাব তেওঁৰ কৰ্মচাৰীবোৰৰ মাজত সঞ্চাৰিত কৰিলে। তেওঁ কৰ্মচাৰীবোৰেৰে সৈতে বাকী তিনি সপ্তাহ নিৰ্বাচনী অভিযানত প্ৰতিদিনে বিৰামহীনভাৱে কাম কৰি গৈছিল।

হাতে হাতে তাৰ ফল পালে। ডেমোক্ৰেটিক পাৰ্টীয়ে আগতকৈ ঢেৰ বেছি শক্তিশালী হৈ নিৰ্বাচনী বৈতৰণী পাৰ হ'ল। প্ৰতিনিধি সভাত সংখ্যা গৰিষ্ঠতা লাভ কৰাৰ পৰিবৰ্তে ৰিপাব্লিকান পাৰ্টীয়ে আৰু ছখন আসন হেৰুৱালে।

কংগ্ৰেছৰ প্ৰায় দেৰশ জনৰো অধিক সংখ্যক ডেমোক্ৰেটিক পাৰ্টীৰ প্ৰাৰ্থীক সক্ৰিয় সাহায্য কৰাৰ ক্ষেত্ৰত জনছনৰ দায়িত্বই আছিল বেছি। সাধাৰণতে যিবিলাকে নিৰ্বাচনত কৃতকাৰ্যতা লাভ কৰিছিল সিবিলাক জনছনৰ সাহায্যৰ বা ভূমিকাৰ কথা পাহৰি যোৱা বিধৰ লোক নাছিল।

জনছনৰ নিজৰ পুনৰ্নিৰ্বাচনত কোনোৰকমৰ বাধা পোৱা নাছিল। ১৯৩৮ চনত তেওঁ বিনা প্ৰতিদ্বন্দ্বিতাৰেই প্ৰথম পূৰ্ণ কালৰ বাবে কংগ্ৰেছৰ সদস্য নিৰ্বাচিত হৈছিল। ১৯৪০ চনত পুনৰায় তেওঁ প্ৰতিদ্বন্দ্বিতাত নিৰ্বাচিত হ'ল।

য়ুৰোপৰ "বাক যুদ্ধত" নাজীবিলাকে যেতিয়া অপ্ৰতিৰোধ্য গতিত জয়লাভ কৰি আগবাঢ়িল তেতিয়া মাৰ্কিন যুক্তৰাষ্ট্ৰ প্ৰতিৰক্ষা প্ৰস্তুতিত পিছপৰি থকা বুলি ভবা সকলৰ উদ্দেশ্যে জনছনে সতৰ্কবাণী উচ্চাৰণত অৱতীৰ্ণ হ'ল। ৰুজভেল্ট আৰু শাসন বিভাগৰ উচ্চ পদস্থ লোকবিলাকৰ লগত ঘনিষ্ঠতা থকা বাবে কোন কোন বিষয়ত যুক্তৰাষ্ট্ৰ প্ৰয়োজনতকৈ পিছপৰি আছে সেই বিষয়ে বুজিবলৈ তেওঁৰ অকণো অসুবিধা নহ'ল।

১৯৪১ চনৰ এপ্ৰিল মাহত টেক্সাচৰ আইনসভাত বক্তৃতা দিওঁতে তেওঁ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সকলোশ্ৰেণীৰ লোককে আন সকলো উদ্দেশ্যকে

তুচ্ছজ্ঞান কৰি যুদ্ধৰ বাবে দেশক যিমান সোনকালে সম্ভৱ প্ৰস্তুত কৰিবলৈ আহ্বান জনাইছিল।

তেওঁৰ পক্ষে অসাধাৰণ বাগ্মিতাৰ পৰিচয় দিয়েই তেওঁ বক্তৃতা দিলে।

"প্ৰস্তুত হবলৈ আমাৰ হাতত সময়েই বা কিমানখিনি?"—তেওঁ প্ৰশ্ন কৰিছিল। "সঁচা কথা কবলৈ হলে আমাৰ একেবাৰে সময় নাই"—তেওঁ নিজেই উত্তৰ দিছিল।

"আমি নাজানো কিমান ঘণ্টা—দিন—সপ্তাহ বা মাহৰ ভিতৰত সেই ধুমুহা আহি আমাৰ ওপৰত পৰিব, কব নোৱাৰি। নিজৰ ভিতৰত এইদৰে কথা কটাকটি কৰি যিমান সময় নষ্ট কৰিছোঁ, কেণ্টাকিৰ ফোৰ্ট নক্সৰ সমস্ত সোণ দিলেও তাক ফিৰাই পোৱা নাযাব। এটা মুহূৰ্ত নষ্ট কৰা মানে সৰ্বজনীন ধ্বংসৰ পথত এখোজ আগবঢ়া।

"মাৰ্কিন শ্ৰমিকসকলৰ বন্ধু হিচাপে আজি মই আপোনালোকৰ কাষ চাপিছোঁ। শ্ৰমিকসকলৰ প্ৰতি মই ইয়াকে কব খোজোঁ: ধৰ্মঘটৰ উদ্দেশ্যে ভোট দিয়া সময়ত আপোনালোকে কেৱল নিজৰ স্বাধীনতাৰ কথাকে চিন্তা নকৰিব, দেশৰ প্ৰতিজন নাগৰিকৰ মূল্যবান স্বাধীনতাৰ কথাও এবাৰ ভাবি চাব। আপোনালোকৰ চৰকাৰৰ কথা নিশ্চয় এবাৰ ভাবি চাব আৰু আপোনালোকৰ অধিকাৰবোৰ ৰক্ষা কৰিবলৈ কি কৰা দৰ্কাৰ সেই কথাও চিন্তা কৰি চাব।

"মই ব্যৱসায় আৰু শিল্পৰ বন্ধু। তথাপি মই ভাবোঁ যে আপোনালোকৰ আৰু মাৰ্কিন দেশৰ যি কোনো সংখ্যালঘু গোষ্ঠীৰ স্বাৰ্থৰ ওপৰত স্থান পোৱা আৰু ভালেমান বিষয় আছে। আপোনালোকৰ চৰকাৰেই আপোনালোকক আমন্ত্ৰণ জনাব পাৰে আৰু আপোনালোকে তাত সঁহাৰি দিবলৈ বাধ্য; কিয়নো চৰকাৰে আপোনালোক আৰু আমাৰ অমূল্য সা-সুবিধাৰাজি ৰক্ষা কৰিবই।

"খেতিয়ক শ্ৰেণীৰ কাৰণে মই সুদীৰ্ঘকাল যুঁজ কৰি আহিছোঁ। তেওঁলোকক লক্ষ্য কৰি মই কব খোজোঁ: চৰকাৰেও আপোনালোকক আহ্বান জনাব পাৰে আৰু আপোনালোকেও তাত সঁহাৰি দিব লাগিব।

"দেশৰ যি কোনো বিশেষ বিষয় শ্ৰেণী—শ্ৰমিক—পুঁজিপতি বা কৃষক—এইবিলাকৰ বহু উৰ্দ্ধত আছে ৰাষ্ট্ৰীয় নিৰাপত্তা। ব্যক্তিগতভাৱে নিজৰ স্বাৰ্থৰ চিন্তাত অসভ্যৰ দৰে কোনো এটা কৰিবলৈ গৈ আপোনালোক

সংখ্যালঘিষ্ঠসকলে নিজৰ সংকীৰ্ণ স্বাৰ্থৰ বাবে সমগ্ৰ জনসাধাৰণক বলি দিবলৈ উদ্যত হয়। ফলত আপোনালোকে নিজেই মৰণৰ মুখত পৰিবগৈ।

"আমি উচ্ছৃঙ্খল হব নোৱাৰোঁ। আৰু একেযোগে হুলস্থূলীয়া, মূৰত সাৰ গোবৰ নোহোৱা, গোৱাৰ আৰু স্বাৰ্থপৰ হব নোৱাৰোঁ।"

টেক্সাচ পৰিষদৰ এখন যৌথ অধিবেশনত তেওঁক অভিনন্দন জনোৱা হ'ল।

পিছদিনাখন ৱাছিংটনলৈ গৈ জনছন হোৱাইট হাউচলৈ আহিল। প্ৰেচিডেণ্ট ৰুজভেল্ট তেতিয়া এখন সাংবাদিক সন্মিলনলৈ যোৱাৰ বাবে ব্যস্ত। কেইমিনিটমানৰ ভিতৰতে জনছনে তেওঁৰ লগত দেখা কৰে। জনছনে এই মৰ্মে এটা ঘোষণা লৈ আহে যে যোৱা ৯ এপ্ৰিলত চিনেট-সদস্য মৰিচ শ্বেপাৰ্ডৰ মৃত্যুৰ ফলত খালী হোৱা চিনেট-সদস্যৰ পদৰ বাবে তেওঁ প্ৰতিদ্বন্দ্বিতা কৰিব খোজে। হোৱাইট-হাউচৰ খট্খটীৰ ওপৰত থিয় হৈয়ে তেওঁ এই ঘোষণাটো পঢ়ি শুনাইছিল।

কেইমিনিটমানৰ পিছতেই সেই সাংবাদিক সন্মিলনত জনছনৰ ঘোষণা সম্পৰ্কে ৰুজভেল্টৰ মতামত সোধা হয়। তেওঁ কয় যে টেক্সাচৰপৰা চিনেটৰ নিৰ্বাচন প্ৰসঙ্গত তিনিটা বক্তব্য আছে : "প্ৰথমতে, চিনেটৰ হিচাপে তেওঁলোকে কাক নিৰ্বাচন কৰিব সেই দায়িত্ব টেক্সাচনিবাসী ৰাইজৰ ওপৰত নিৰ্ভৰ কৰে। দ্বিতীয়তে, প্ৰত্যেকে জানে যে মই প্ৰাথমিক নিৰ্বাচনত অংশ লব নোৱাৰোঁ। আৰু তৃতীয়তে, সঁচা কথা কবলৈ গলে মই এইখিনিকে কব পাৰোঁ যে লিণ্ডন জনছন মোৰ বহুদিনীয়া পুৰণি বন্ধু।"

প্ৰেচিডেণ্টে তেওঁৰ এই মন্তব্য যথাৰ্থভাৱে উদ্ধৃতি কৰাৰ অনুমতি দিয়ে।

নিজৰ প্ৰাৰ্থীত্বৰ বিষয়ে জনছনৰ ঘোষণাটো আছিল নিচেই চুটি। তাৰ মাজেদি ৱাছিংটনত তেওঁৰ অভিজ্ঞতা আৰু প্ৰেচিডেণ্টৰ তেওঁৰ নীতিৰ প্ৰতি ব্যক্তিগত সমৰ্থনৰ প্ৰতিশ্ৰুতি প্ৰকাশ পাইছিল। টেক্সাচৰ বাতৰি কাগজবোৰত জনছনৰ এই ঘোষণাৰ উল্লেখ কৰা হৈছিল সঁচা; কিন্তু স্বয়ং প্ৰেচিডেণ্টে যে প্ৰাৰ্থীৰ প্ৰতি "আশীস-বাণী" দান কৰিছিল সেই কাহিনীয়ে জনছনৰ ঘোষণাক ম্লান কৰি পেলাইছিল।

সেই আশীৰ্বাদে অবিমিশ্ৰ ফল নিদিলে। চৰকাৰৰ বিৰুদ্ধে টেক্সাচত এক প্ৰচণ্ড বিৰোধিতাই গা কৰি উঠিল আৰু এই চৰকাৰ বিৰোধীসকলৰ ভিতৰত ভালেমান প্ৰভাৱশালী ব্যক্তিও আছিল। ৰুজভেল্টৰ অনুমোদন

পোৱা যাবেই যেন তেওঁ বিলাকৰপৰা জনছনে অভিসম্পাত গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। কজভেল্ট যদি তেওঁৰ ফলীয়া তেনেহলে তেওঁবিলাক বিপক্ষবাদী।

আন কেইগৰাকীমান প্ৰতিপত্তিশীল প্ৰাৰ্থীয়েও চিনেটৰ আসনখনৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। তেওঁলোকৰ ভিতৰত আছিল গৱৰ্ণৰ ডব্লিউ. লী. ও' ডেনিয়েল; এওঁ এজন ভণ্ড চৰমপন্থী ৰক্ষণশীল মনোভাবাপন্ন বুদ্ধিহীন ৰাজনীতিবিদ। জনৈক প্ৰাক্তন কংগ্ৰেছ সদস্য আৰু একালৰ অ-মাৰ্কিনী কাৰ্যাৱলী কমিটিৰ প্ৰধান মাৰ্টিন ডাইচ আৰু টেক্সাচৰ জনপ্ৰিয় আৰু কাৰ্যদক্ষ এটৰ্নী-জেনেৰেল জেৰাল্ড চি. মেন এই প্ৰতিদ্বন্দ্বিতাত থিয় হৈছিল। ও' ডেনিয়েল আৰু ডাইচ আছিল নয়া-নীতিৰ নিন্দাত পঞ্চমুখ আৰু জনছন আছিল নয়া-নীতিৰ এজন নৈষ্ঠিক হোতা।

য়ুৰোপৰ যুদ্ধই পৃথিৱীৰ আকাশত এটা বিষাদৰ ক'লা ছায়া ৰেখাপাত কৰাৰ ফলত বহুসংখ্যক টেক্সাচবাসীৰ মনত সেই সময়ত এটা নিৰপেক্ষতা-বাদৰ ভাবে প্ৰবলৰূপ ধাৰণ কৰিছিল। গৱৰ্ণৰ ডেনিয়েলে এই সুযোগৰ সদ্ব্যৱহাৰ কৰিলে।

আনহাতে জনছনৰ প্ৰথম অভিভাষণতেই তেওঁৰ নিৰ্বাচনী প্ৰচাৰ কাৰ্যৰ মূল সুৰ অভিব্যক্ত হ'ল। তেতিয়া আৰু পৰৱৰ্তী কালত তেওঁৰ মূলভাষটোৱে এটা সংক্ষিপ্ত সতৰ্কবাণীৰ ৰূপ লৈছিল: "আমাৰ চিন্তাৰ কাৰণেই বহু বিলম্বিত হৈ পৰিছে।" তেওঁ ঘোষণা কৰিলে যে স্বাধীনতা লাভ কৰাৰ পিছত কোনোদিনেই দেশমাতৃকাই ইয়াতকৈ গুৰুতৰ বিপদৰ সম্মুখীন হোৱা নাই। তেওঁ এই আন্তৰ্জাতিক সঙ্কটক্ষণত প্ৰেচিডেণ্টৰ পাছফালে থিয় হবলৈ টেক্সাচৰ ৰাইজক সাদৰ আবেদন জনালে। জাতীয় প্ৰস্তুতি পৰিকল্পনাৰ সম্প্ৰসাৰণৰ বাবে তেওঁ দাবী জনালে। বৃটেনক সৰ্ব-প্ৰকাৰ সাহায্য দিয়াৰ কাৰণে তেওঁ উঠিপৰি লাগিল।

পুনঃ পুনঃ তেওঁ শ্ৰোতামণ্ডলীক কৈছিল—"শান্তি মোৰ পৰম প্ৰিয়। যুদ্ধক মই ঘিণ কৰোঁ। এনেকুৱা দিনো যদি কেতিয়াবা আহে যে আপোনা-লোকৰ ল'ৰাবোৰক যুদ্ধলৈ পঠাবৰ কাৰণে বাধ্য হৈ হলেও মোক ভোট দিব লাগিব, তেনেহলে সিদিনাখন স্বয়ং লিণ্ডণ জনছনেও তেওঁলোকৰ লগত সমৰক্ষেত্ৰলৈ যাবৰ কাৰণে কংগ্ৰেছৰ সদস্যপদ ইস্তাফা দিব।"

আভ্যন্তৰীণ ক্ষেত্ৰত জনছনে স্পষ্টভাৱে ফুটাই তুলিলে যে তেওঁ চৰম

উদাৰপন্থীও নহয় আৰু গোড়া ৰক্ষণশীলো নহয়। যি সময়ত এই মধ্যমপন্থাৰ ৰাজনৈতিক জগতত সমূলি স্থান নাছিল সেই সময়ত জনছনে তাকেই বাছি লৈছিল।

নির্বাচনী প্রচাৰ কার্যত তেওঁ কৃষিজাত দ্রব্যৰ মূল্য নির্ধাৰণত সামঞ্জস্য ৰখাৰ প্রতি আহ্বান জনাইছিল। দেশব্যাপি বৃদ্ধ বয়স্কবিলাকৰ পেনচনৰ বন্দোবস্ত কৰাৰ তেওঁ পক্ষপাতী; ষাঠি বছৰ বয়স হলেই পেনচনভোগী সকলে পেনচন পাব। তদুপৰি যুক্তৰাষ্ট্রীয় চৰকাৰৰ কর্তৃত্বাধীনত মাতৃমঙ্গল আৰু শিশুকল্যাণ ব্যৱস্থা প্রবর্তনৰ বাবেও তেওঁ সমর্থন জনাইছিল; ইয়াকো ঘোষণা কৰিছিল যে বর্তমানৰ জৰুৰী অৱস্থাত জাতীয় প্রয়োজনৰ সুযোগ গ্রহণত শ্রমিক আৰু মালিক উভয় পক্ষকে চৰকাৰে বাধা দিয়া উচিত।

তেওঁৰ বিৰুদ্ধে চৰকাৰৰ "ধামাধৰা" অভিযোগ তেওঁ মানি ললে। তেওঁ স্বীকাৰ কৰিলে যে বাস্তবিকে তেওঁ চৰকাৰৰ এজন অনুগত লোক: এজন বিশেষ ধৰণৰ ধামাধৰোঁতাহে।

"মার্কিনী মাত্রেই মই মানি লওঁ"—তেওঁ কৈছিল: "এই গণতন্ত্রৰ প্রতিৰক্ষাত সহায়ক হোৱা যি কোনো বস্তুৰেই মই অনুগত। মই প্রধান সেনাধ্যক্ষৰো অনুগত আৰু মই ভাবোঁ, জৰুৰী অৱস্থাত প্রতিজন সৈনিকৰে সেইটো কর্তব্য হোৱা উচিত।"

টেক্সাচৰ ৰাজনীতিবিদসকলৰ ভিতৰত জনছনেই পোন প্রথমে নির্বাচনী প্রচাৰ কার্যত বিমানৰ বহুল ব্যৱহাৰ কৰে। প্রতিদ্বন্দ্বিসকলৰ তুলনাত তেওঁ ভালেমান বেছি ঠাই ঘূৰে আৰু অনেক লোকৰ লগত সাক্ষাত কৰে। ব্যৱসায়ী অভিজ্ঞতা নাথাকিলেও জনছনৰ নির্বাচনী প্রচাৰ অভিযানত আন যিবিলাকে দেহেকেহে লাগিছিল সিবিলাকৰ ভিতৰত আছিল টেক্সাচৰ হাজাৰ হাজাৰ ডেকা-গাভৰু। জাতীয় যুবক প্রশাসনৰ শাসনকর্তাৰূপে থকা সময়ত তেওঁবিলাকৰ প্রিয়তম "লিন" বন্ধুগৰাকীয়ে কি পৰিমাণে সহায় কৰিছিল সেই কথা তেওঁলোকে পাহৰা নাছিল। জনছনৰ প্রচাৰ অভিযানত এই অনুৰাগী আৰু বিশ্বস্ত বন্ধুসকলেই আছিল তেওঁৰ একমাত্র কর্মীদল।

জনছনৰ আন তিনিও গৰাকী প্রতিদ্বন্দ্বীৰ ৰাজ্যজুৰি খ্যাতি আছিল। কংগ্রেছৰ নিজৰ নির্বাচনীকেন্দ্রৰ দহখন চহৰৰ বাহিৰে জনছনক আন কোনোৱে চিনি পোৱা নাছিল। তদুপৰি প্রচাৰ কার্যতো নামিছিল তেওঁ

আনবিলাকতকৈ বহু পিছত। প্ৰচণ্ড নিৰ্বাচনী প্ৰচাৰ কাৰ্যৰ শেষৰ ফালে জনমত লৈ দেখা গৈছিল যে তেওঁ সাঙ্ঘাতিক ৰকমে শক্তি সঞ্চয় কৰি আগবাঢ়িছিল। নিৰ্বাচনৰ আগমুহূৰ্তত ভোটৰ সংখ্যাৰপৰা বুজা গ'ল যে তেওঁ সামান্য দূৰত আছেগৈ আৰু এই নিৰ্বাচনত প্ৰদত্ত সমগ্ৰ ভোটৰ ভিতৰত অল্পসংখ্যক বেছি ভোট পোৱা মানেই নিৰ্ঘাত জয়লাভ।

১৯৪১ চনৰ ২৮ জুনৰ দিনাখন ভোট গ্ৰহণৰ পাঁচ ঘণ্টাৰ পিছত দেখা গ'ল যে সেই মুহূৰ্তলৈকে যি গণনা হৈছে তাত জনচনেই গবৰ্ণৰ ডেনিয়েলতকৈ তিনিহাজাৰ ভোটত আগবাঢ়ি আছে। জেৰাল্ড মেন তৃতীয় আৰু মাৰ্টিন ডাইচ একেবাৰে শেষত। তদুপৰি অন্যান্য অপ্ৰধান প্ৰতিদ্বন্দ্বী-সকলেও নগণ্যসংখ্যক ভোট লাভ কৰিছে।

ভোট গণনাৰ দ্বিতীয় দিনাখন জনচনে ও' ডেনিয়েলতকৈ মাত্ৰ পাঁচ হাজাৰ ভোটত আগবাঢ়ি থাকিল। তেতিয়ালৈকে শতকৰা প্ৰায় ৯৬ টা ভোটৰ গণনা শেষ। বাতৰি কাকতবোৰত জনচনৰ বিস্তাৰিত জীৱনী প্ৰকাশ পাবলৈ ধৰিলে। সমগ্ৰ টেক্সাচ আৰু ৱাছিংটনৰপৰা জনচনৰ ওচৰলৈ অহা অভিনন্দনবাণী স্তূপীকৃত হৈ পৰিল।

কিন্তু ৰাজ্যৰ দূৰৱৰ্তী কেন্দ্ৰবোৰত জনচনৰ ভোটৰ অৱস্থা আন ধৰণৰ আছিল। জনচনে নাজী আক্ৰমণ অভিযানৰ বিৰুদ্ধে দেশক প্ৰস্তুত হোৱাৰ প্ৰয়োজনীয়তাৰ প্ৰতি গুৰুত্ব আৰোপ কৰি জোৰভাৱে প্ৰচাৰকাৰ্য চলাইছিল। ফলত দহখন জাৰ্মাণ অধ্যুষিত গাঁওৰপৰা তেওঁ ও' ডেনিয়েলৰ তুলনাৰ আধা ভোটো নাপালে। ইয়াতেই পাৰ্থক্যটো স্পষ্ট হৈ উঠিল। তাৰ লগত যোগ হ'ল আৰু দুই এখন ঠাই আৰু তাতেই জয়-পৰাজয় নিৰ্ধাৰিত হৈ পৰিল।

সদৌশেষত দেখা গ'ল যে মুঠতে প্ৰদত্ত ভোট ৬ লাখৰ ভিতৰত ও' ডেনিয়েলে ১,৩১১ ভোট বেছি পাই জয়লাভ কৰিলে।

জনচনৰ উৎসাহী বন্ধুসকলে পুনৰবাৰ ভোট গণনাৰ দাবী কৰাৰ অনুৰোধ জনালেহি। জনচন কিন্তু ৰাজী নহ'ল। তেওঁ নিৰাশ হৈ পৰিছিল, কিন্তু মনত কোনো দ্বেষভাৱ নাছিল।

"এয়া হ'ল ফুটবল খেল"—তেওঁ মন্তব্য কৰিছিল। "পাছলৈ আৰু এবাৰ খেলা যাব।" প্ৰতিনিধি সভাত যোগদিবৰ কাৰণে তেওঁ বিমানেৰে ৱাছিংটনলৈ গুচি আহিল।

তাৰ পাঁচ মাহৰ পিছত জাপানীবোৰে পার্ল হাৰ্বাৰত বোমা দিয়ে, তেতিয়া যুদ্ধ ঘোষণাৰ পক্ষে ভোট দিয়াৰ মাত্র এঘণ্টা পিছতেই কেবা বছৰো ধৰি নৌবিষয়ক কমিটিৰ সদস্যৰূপে কাৰ্যচলাই অহা জনছনক এইবাৰ নৌবাহিনীত যোগ দিয়াৰ কাৰণে আমন্ত্রণ জনাবলৈ তেওঁ কর্তৃপক্ষক আহ্বান জনালে। তাৰ তিনি দিনৰ ভিতৰতে তেওঁ লেফটেনাণ্ট কমাণ্ডাৰ হিচাপে নৌবাহিনীত যোগদান কৰে। তেৱেঁই সামৰিক পোছাক পৰিধান কৰা প্রতিনিধি পৰিষদৰ সর্ব প্রথম সদস্য।

## পাঁচ

জনছনে সক্ৰিয়ভাৱে নৌবাহিনীৰ কামত নিযুক্ত আছিল মাত্ৰ সাত মাহৰ সামান্য বেছি কালৰ বাবে। কিন্তু ১৯৪২ চনৰ জুলাইৰ আগলৈকে তেওঁ বিস্তীৰ্ণ অঞ্চল পৰ্যটন কৰে। সেই সময়ত প্ৰেচিডেণ্ট ৰুজভেল্টে সামৰিক বাহিনীত কৰ্তব্যৰত কংগ্ৰেছৰ সকলো সদস্যকে ৱাছিংটনলৈ উভতি আহি প্ৰতিনিধি-সভাত তেওঁলোকৰ কামত আত্মনিয়োগ কৰিবলৈ আদেশ দিয়ে।

নৌবাহিনীত যোগ দিয়াৰ পিছত তেওঁক চানফ্ৰান্সিচকোলৈ পঠোৱা হৈছিল। তাত তেওঁ মাৰ্কিন যুক্তৰাষ্ট্ৰ নিউজিলেণ্ড নৌবাহিনীৰ সৰ্বাধিনায়কৰ অফিচৰ লগত জড়িত আছিল; কিন্তু বাহিৰৰ সমুদ্ৰ যাত্ৰালৈ তেওঁ জোৰ দাবী জনাবলৈ ধৰিলে।

তেওঁ অভিযোগ কৰিছিল; "যুদ্ধৰ একোকে মই দেখা নাপালোঁ।। মই চোন একোকে কৰিব পৰা নাই। এইদৰে থকাতকৈ কংগ্ৰেছত থকা হলেই মই অধিকতৰ কাম কৰিব পাৰিলোহেঁতেন। ৱাছিংটনলৈ উভতি, মালিকক সকলো কথা জনামগৈ। মোৰ বাবে তেওঁ কিবা কৰিবই লাগিব।"

ৱাছিংটনত ভৰি দিয়েই তেও হোৱাইট হাউচত প্ৰেচিডেণ্টৰ লগত দেখা কৰিলেগৈ। চহৰত থকা সময়ছোৱাত তেওঁৰ নিজৰ অফিচত কিছু সময় কটালে। লেডী বাৰ্ডে তেতিয়া অফিচৰ কাম পৰিচালনা কৰিবলৈ স্বামীৰ অবৈতনিক প্ৰতিভূ হিচাপে অফিচ পৰিচালনা কৰিছিল। সামৰিক বাহিনীত সক্ৰিয়ভাৱে যোগ দিয়াৰ লগে লগে জনছনে নিজেও প্ৰতিনিধি সভাৰ পৰিচালকক জনাই দিছিল যে নৌবাহিনীত থকা কালছোৱাত কংগ্ৰেছৰ সদস্যৰূপে প্ৰাপ্য দৰমহা তেওঁ গ্ৰহণ নকৰে। লেফটেনাণ্ট কমাণ্ডাৰ হিচাপে তেওঁৰ দৰমহা আছিল বছৰে ৩,০০০ ডলাৰ যিঠাইত কংগ্ৰেচ সদস্য হিচাপে তেওঁ পাইছিল বছৰি ১০,০০০ ডলাৰ।

ৱাছিংটনৰপৰা চানফ্ৰান্সিচকোলৈ অহাৰ কেই দিনমানৰ ভিতৰতে

জনছনে নিউজিলেণ্ড অভিমুখে যাওনা হয়। তাৰ পিছৰপৰাই তেওঁৰ ব্যস্ততা যথেষ্ট পৰিমাণে বাঢ়ে।

সক্রিয় সামৰিক কামৰপৰা প্রত্যাবর্তনৰ নির্দেশ পোৱাৰ আগলৈকে তেওঁ প্রশান্ত মহাসাগৰীয় যুদ্ধক্ষেত্ৰত ব্যাপকভাবে পৰিভ্রমণ কৰে। তথ্য-পাতি গোটাই প্রেচিডেন্টক এটা ৰিপোর্ট দিবৰ কাৰণে তেওঁ জেনাৰেল ডগলাচ মেক আৰ্থাৰৰ লগত কেইমাহমান কটায়। তেওঁ আছিল এখন প্রহৰাৰত বোমাৰু বিমানত। জাপানী যুদ্ধ বিমানৰ আক্রমণত সেই বোমাৰু বিমানখনৰ এটা মোটৰ নষ্ট হোৱা সত্বেও কোনো উপায়ে বিমানখন নিউগিনিৰ প্রধান ঘাটিলৈ উভতি আহিবলৈ সক্ষম হৈছিল।

এই অভিযানত অসীম সাহসিকতা প্রদর্শনৰ বাবে মেক আৰ্থাৰে নিজে তেওঁক "চিল্‌ভাৰ ষ্টাৰ" পদক প্রদান কৰে। মেক আৰ্থাৰৰ উদ্ধৃত মতে, "নিউগিনিৰ শত্রু পক্ষৰ বিৰুদ্ধে ····· যুদ্ধৰ অৱস্থাৰ বিষয়ে প্রত্যক্ষ জ্ঞান আহৰণাৰ্থে" এজন পর্যবেক্ষক হিচাপে জনছনে আপোন ইচ্ছাতে গৈছিল। শত্রুৰ বোমাবর্ষণৰ আগত "আকস্মিক ঘটনাত অভিভূত হোৱা সত্বেও তেওঁ বিশেষ ধৈর্যৰ পৰিচয় দিছিল" আৰু "তেওঁৰ সাহসিকতাপূর্ণ কাজৰ ফলত মূল্যবান সংবাদ সংগ্ৰহ কৰি উভতি আহিবলৈ সক্ষম হৈছিল।"

অষ্ট্রেলিয়াত আমেৰিকাৰ এখন প্রকাণ্ড বোমাৰু বিমান অৱতৰণ কালত ধ্বংসৰ মুখত পৰে, তাতো জনছনে ৰক্ষা পালে। দেশলৈ আহি তেওঁ মাকক কৈছিল, "সকলো সময়তে ভগবান মোৰ সহায় আছিল।"

পিছত ধ্বংসপ্রাপ্ত বিমানৰ জনৈক বৈমানিকৰ বর্ণনাৰপৰা জনা যায় যে বেসামৰিক জীৱনত জনছনে যি কাম কৰিছে নৌবাহিনীত তেওঁ তাতকৈ ঢেৰ বেছি কাম কৰিছে। ১৯৪৩ চনত ডব্লিউ. এল. হোৱাইটৰ পুথি Queens Die Proudly-ৰ পাতত সেই কথা পোৱা যায়। অষ্ট্রেলিয়াৰ এখন নির্জন কৃষিপামত বিমানখনত ক্রছ লেণ্ডিং কথাৰ বর্ণনা দি কৈছে: "আমি ওলাই আহিলোঁ। চাওঁতে চাওঁতে অষ্ট্রেলিয়ান খেতিয়কসকল গাঁওৰপৰা ওলাই আহিবলৈ ধৰিলে, আৰু যে ক'ৰপৰা কিমান আহিব পাৰে আমাৰ ধাৰণা নাছিল। লগে লগে লেফটেনাণ্ট কমাণ্ডাৰ জনছন ব্যস্ত হৈ পৰিল। তেওঁ সিবিলাকৰ লগত চা-চিনাকি হোৱাত মন দিলে।

"সিহঁতে আমি ক'ত আছিলোঁ সেই কথা জনছনক সুধিলে। সিহঁতৰ কেজনমানে আমাৰ কাৰণে এখন লৰী যোগাৰ কৰিবলৈ গ'ল যাতে চহৰলৈ

গৈ আমি এটা টেলিফোন কৰিব পাৰোঁ। সিহঁতৰ দলৰ আৰু ভালেমান আহিবলৈ ধৰিলে। জনছনেও আটাইৰে লগত কৰমৰ্দন কৰি বন্ধুত্ব পতাত লাগি গ'ল। তাৰ পিছত ঘূৰি আহি কলে যে ইহঁত গাঁৱলীয়া মানুহ—পৃথিবীৰ আটাইতকৈ ভাল মানুহ, সম্ভৱতঃ তেওঁৰ নিজৰ জন্মভূমি টেক্সাচ-বাসীৰ পাছতেই এইবোৰ ভাল মানুহ।

"কম সময়ৰ ভিতৰতে তেওঁ সিহঁতৰ ঘৰুৱা নামবোৰ জানি পেলালে। সিহঁতে জনছনক কবলৈ ধৰিলে কিয় উলৰ ওপৰত কৰ বাঢ়ি যাব আৰু সেই ঠাই এৰাৰ আগতে সিহঁতৰপৰা তেওঁ আৰু নানা কথা জানি ললে। তেওঁ যেন স্বাভাবিক পৰিবেশৰ মাজতহে আছিল। তেৰোঁ স্বভাৱসুলভ ভাৱে আলাপ আলোচনা কৰি গৈছিল।"

সেইটো আছিল নিৰ্বাচনী বছৰ। তথাপি তেওঁৰ অনুপস্থিতি সত্বেও টেক্সাচৰ দহ নম্বৰ জিলাত তেওঁৰ প্ৰভাৱ কোনো গুণে কমা নাছিল। ১৯৪২ চনৰ বসন্তকালত প্ৰায় ২২,০০০ ভোটদাতাৰ স্বাক্ষৰিত এক আবেদন পত্ৰদ্বাৰা তেওঁৰ পুনৰ্নিৰ্বাচনৰ বাবে তেওঁক প্ৰাৰ্থী হিচাপে থিয় কৰোৱা হ'ল। লেডী বাৰ্ডে জনছনলৈ লিখা এখন চিঠিত এই দৰখাস্তৰ কথা কবলৈ গৈ আন্দোলনত সংগঠকসকলৰ কথাকে কৈছিল, "ভোটদাতাসকলৰ একান্ত কামনা হ'ল যে লিণ্ডন বি জনছন আকৌ কংগ্ৰেছলৈ মনোনীত হব লাগে।"

জনছন তেতিয়া অষ্ট্ৰেলিয়াত। প্ৰাৰ্থী হিচাপে নাম আবেদন পত্ৰ জমা দিয়া তাৰিখ পাৰ হৈ যোৱাৰ দুসপ্তাহৰো পিছতহে জনছনে জানিবলৈ পালে যে তেৰোঁ এজন প্ৰাৰ্থী। তেওঁৰ বিৰুদ্ধে কোনো নুঠিল।

কংগ্ৰেছত তেওঁৰ আসন পুনৰ্গ্ৰহণ কৰি প্ৰশান্ত মহাসাগৰীয় অঞ্চলত যুদ্ধৰ গতিবিধি দেখি জনছনে গভীৰ আশংকা প্ৰকাশ কৰিলে। ৱাছিংটনলৈ আহিয়েই তেওঁ প্ৰেচিডেণ্টৰ লগত দীঘলীয়াভাৱে আলোচনা কৰি প্ৰেচিডেণ্টক সকলো কথা খুলিকৈ বাস্তৱ পৰিস্থিতিৰ বিষয়ে বুজাই দিলে। তেওঁ প্ৰতিনিধিসভা আৰু অন্যান্য ঠাইতো বক্তৃতাত সতৰ্কবাণী উচ্চাৰণ কৰি কবলৈ ধৰিলে যে যুদ্ধত মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু মিত্ৰ পক্ষৰ পৰাজয়ৰ সম্ভাৱনাই বেছি।

প্ৰথম ছোৱাত দিয়া বক্তৃতাবোৰৰ এটাত জনছনে নিউজিলেণ্ড, অষ্ট্ৰেলিয়া আৰু নিউগিনিত থকা সৈনিকবোৰৰ বিষয়ে কৈছিল। উচ্চপদস্থ সামৰিক

কৰ্মকৰ্তাবোৰৰ অক্ষমতা আৰু অযোগ্যতাৰ বিষয়ে প্ৰবল সমালোচনা কৰিছিল।

তেওঁ কৈছিল, "চঞ্চলমনা, নিৰ্বোধ, স্বাৰ্থপৰ আৰু অযোগ্য জেনাৰেল, এডমিৰেল আৰু সামৰিক বিভাগৰ উচ্চপদস্থ কৰ্মচাৰীবোৰৰপৰা আমি হাত সাৰিবই লাগিব। আমাৰ জেনাৰেল আৰু এডমিৰেলৰ ভিতৰত তেনেকুৱা মানুহ আছে। আমি স্পষ্টভাৱে বুজাই দিবলৈ খোজোঁ। যে ৰঙাফিটাৰ দৌৰাত্ম্য খৰ্ব কৰাটো এতিয়া আৰু একো ডাঙৰ অপৰাধ নহয়।

"আমাৰ সেনাবাহিনীক পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ নেতৃত্ব আৰু মন্ত্ৰ দিম। বোমাৰু বিমান, আভ্যন্তৰীণ ৰাজনীতি, টেঙ্ক আৰু ৰণ-কৌশলী জাহাজ আৰু জনসাধাৰণৰ ইচ্ছাৰ মাজত সমন্বয় স্থাপনৰ বাবে আমি আগবাঢ়ি যাম। জনশক্তি আৰু পৰিচালনা কৰ্তৃপক্ষই পৰস্পৰ তাল ৰাখি আগবাঢ়ি গৈছে। বিভিন্ন বিভাগীয় কন্দল আৰু হিংসা বিদ্বেষৰ স্থান আমাৰ মাজত নাই।"

প্ৰতিনিধি জনছন এজন বিখ্যাত ব্যক্তি, তেওঁ অন্যায়ৰ বিৰুদ্ধে "ধৰ্মযুদ্ধ" চলাই আহিছে। তেওঁৰ বক্তৃতাত তেওঁ বাৰে বাৰে সেই কথাকে কৈছিল, যি কথা তেওঁ ১৯৪২ চনৰ আৰম্ভণিতে পুৰণি যুদ্ধ জাহাজ "ওৰিগণ"খন চৰকাৰীভাৱে ধ্বংস কৰাৰ অনুষ্ঠান উপলক্ষ্যে প্ৰদত্ত ভাষণত কৈছিল :

"অন্যান্য ঠাইত যি বাতিল কৰাৰ কথা, তাৰ কি হ'ল?"—তেওঁ দাবী কৰিলে। "ডলাৰ-প্ৰাণ লোকসকলৰ যিবোৰে ডলাৰৰ মূল্য আৰু সামান্য কিছু কম কৰিবলৈ কয়, তাৰ কি হ'ল? এশ ঠেঙীয়া বিছাৰ নিচিনা যি চৰকাৰ, য'ত প্ৰয়োজনতকৈয়ো অধিক কৰ্মী—শঠেঙীয়া যিদৰে ঠেং উৎপাদনতে ওস্তাদ কিন্তু অস্ত্ৰ উৎপাদনত পটু নহয় সেই চৰকাৰৰ কি হ'ল?

"বিদেশত যুদ্ধ চলাই যাব লগীয়া হৈছে অথচ দেশত ভালেমান সমৰাস্ত্ৰ বাতিল কৰাৰ আৱশ্যক হৈ পৰিছে। স্থবিৰ চিন্তাধাৰা, অচল পদ্ধতি আৰু উচ্চপদাধিষ্ঠিত লোকসকলৰ অযোগ্যতা দূৰ কৰাৰ কি উপায়—যিবোৰ দেশপ্ৰেমিক আৰু তাৰ বাবে মৃত্যুকো বৰণ কৰিব পাৰে। কিন্তু সিহঁতৰ মাৰাত্মক পশ্চাদমুখী দৃষ্টিভঙ্গীৰ বাবে এতিয়া যে আনবিলাকৰো ৰসাতললৈ যোৱাৰ অৱস্থা হৈছে।"

তেওঁ বিদ্ৰূপ কৰি কলে যে তেত্ৰিশটা যুক্তৰাষ্ট্ৰীয় সংস্থাই যুদ্ধোত্তৰ

পৰিস্থিতিৰ কামত নিযুক্ত আছে, অৱশ্যে এডলফ হিটলাৰৰ মানুহবোৰক পদ দিছে। তেওঁলোকেও একে কালৰ অৱস্থাৰ ওপৰতে কাম কৰি আছিছে, আশা জানোচা আমি যুদ্ধত পৰাজয় হওঁ।

অপচয়ৰ প্ৰতি তেওঁ অভিশাপ দিছিল: সামৰিক লোকবল, যুদ্ধাস্ত্ৰ নিৰ্মাণৰ কাৰখানা, অকাৰণে কৰ্মীবোৰৰ কামত অনুপস্থিতি থকা, সামৰিক ৰছদ সংগ্ৰহ প্ৰভৃতি সকলো ক্ষেত্ৰতে দেখা দিয়া অপচয়ৰ বিৰুদ্ধে তেওঁ জেহাদ ঘোষণা কৰিছিল।

জনচন আছিল নৌবিভাগীয় এটা বিশেষ অনুসন্ধান চাব-কমিটিৰ সভাপতি। এই চাব-কমিটিয়ে আৰু বেছি হিচাপ কৰিহে ৰছদপাতি সংগ্ৰহ কৰিবলৈ বাধ্য কৰিছিল। এই কমিটিৰ তৎপৰতাৰ ফলতে কালিফোৰ্ণিয়াৰ এলক্ হিলচ ফিল্ডৰপৰা পেট্ৰোলিয়াম সংশোধন কৰিবলৈ বাধ্য হৈছিল; কেৱল এইটো চুক্তিতহে চৰকাৰী টকাৰ বহু অপচয় ৰোধ হৈছিল।

এই কমিটিয়ে এটা তদন্তত সমুদ্ৰত কাম কৰিবপৰা উপযুক্ত যোগ্যতা থকা লোকসকলক ৱাছিংটনৰ অফিচত বহুৱাই ৰখাটো "অযৌক্তিক আৰু ক্ষমাৰ অযোগ্য" আখ্যা দিছিল। জনচনে বেসামৰিক লোকসকলৰ বাবে অৰ্থ মঞ্জুৰীত নৌবাহিনীৰ ভালেমান দোষ-ত্ৰুটি আৰু অপকৰ্মৰ বিষয় উদ্ঘাটিত কৰে।

নৌবিভাগীয় কমিটিৰ এটা ৰিপোৰ্টত প্ৰকাশিত হ'ল যে কামত অনুপস্থিত থকাৰ ফলত কেৱল মাৰ্থো জাহাজ নিৰ্মাণ শিল্পতেই একো মাহত ১৬,৭০০,০০০ শ্ৰম-ঘণ্টা নষ্ট হৈছে আৰু তাৰ ফলস্বৰূপে সমগ্ৰ শিল্পৰ আনুমানিক শতকৰা দহভাগ কৰ্মশক্তিৰ বিনাশ ঘটিছে। তাৰ পিছত যুদ্ধাস্ত্ৰ নিৰ্মাণৰ শিল্পত এই অভ্যাসৰ মূলোচ্ছেদ সাধনৰ বাবে কংগ্ৰেছত তেওঁৰ নেতৃত্বত এটা বিশেষ অভিযান চলোৱা হয়। তেওঁ কংগ্ৰেছত এই মৰ্মে এখন বিল উত্থাপন কৰে যে নৌবিভাগীয় সমস্ত ঠিকাদাৰ আৰু তলতীয়া ঠিকাদাৰে প্ৰতি তিনি মাহৰ মূৰে মূৰে কামত অবৈধ অনুপস্থিতি সম্পৰ্কে কমিটিত একোখন ৰিপোৰ্ট দাখিল কৰিব লাগিব।

তেওঁ স্মিথ-কোম্পানী শ্ৰমিক বিৰোধ আইনৰ পক্ষে সমৰ্থন জনায়। এই আইনৰ চৰ্তমতে ধৰ্মঘট কৰাৰ এমাহ আগতে কৰ্তৃপক্ষক জাননী দিব লাগিব আৰু বিচাৰাধীন সমস্যাৰ ওপৰত কোনো ধৰ্মঘট, বয়কোট আৰু সহানুভূতিজ্ঞাপক ধৰ্মঘট নিষিদ্ধ। এই আইনৰ প্ৰতি সমৰ্থন জনোৱা বাবে



শ্রীমতী জনসন



১৯৬৩ চনত ধন্যবাদ জ্ঞাপন অনুষ্ঠানত প্ৰেচিডেণ্ট জনছন, শ্ৰীমতী জনছন,
দুই কন্যা লিণ্ডা বাৰ্ড আৰু লুচি বেনছ।

কেইজনমান শ্ৰমিক নেতাই তেওঁৰ বিৰুদ্ধে এইবুলি অভিযোগ আনিলে যে তেওঁ "যুদ্ধৰ মুনাফাখোৰ লোকৰ ওচৰত আত্মবিক্ৰয় কৰিছে।"

আচলতে কিন্তু জনছনৰ শ্ৰমিকসকলৰ প্ৰতি সহানুভূতি লেশমাত্ৰো কমা নাছিল। যুদ্ধৰ সময়ত চৰকাৰৰ লগত ব্যৱসায় কৰিবলৈ হলে শিল্পই যিবোৰ সমস্যাৰ সম্মুখীন হয় তাক তেওঁ বুজিব পাৰিছিল আৰু তাৰ প্ৰতি তেওঁ আছিল সহানুভূতিশীল। তেওঁ বুজি পাইছিল যে এটা বিৰাট সামৰিক সংগঠনৰ কাম খৰ খেদাকৈ কৰিবলৈ হলে কিছু অৰ্থ আৰু জনবলৰ অপচয় হোৱাটো নিৰ্ঘাত।

অথচ, এইবোৰ বিচাৰ-বিবেচনা কৰা সত্ত্বেও তেওঁ ঠিক কৰিলে যে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ যিবিলাক ডেকা মাৰাত্মক ভয়াবহ শত্ৰুৰ লগত ৰণত লিপ্ত আছে সিবিলাকৰ কথা চিন্তা কৰিব লাগিব সৰ্বপ্ৰথমে, যিদৰে চৰকাৰী পৰ্যবেক্ষকৰ ভূমিকা লৈ জাপানী শত্ৰুৰদ্বাৰা আক্ৰান্ত হোৱা নিউগিনিৰ সেই বিমানখনত তেওঁ বৈমানিকৰ কথা প্ৰথমতে চিন্তা কৰিছিল।

"বিমানখন চলাই নিয়াৰ বাবে সেই ডেকাবোৰক যেতিয়া যুঁজ কৰা দেখিছিলোঁ তেতিয়া মোৰ মনত যে কি এটা গভীৰ অনুভূতিৰ সঞ্চাৰ হৈছিল সেইকথা আজিও পাহৰিব নোৱাৰোঁ।"—জনছনে কৈছিল। "সেই ডেকাবোৰ আৰু সিহঁতৰ দৰে আনবিলাকো যেতিয়া উভতি আহিব তেতিয়া সিহঁতৰ মুখত মই তিক্ততাৰ ভাব দেখিবলৈ কামনা নকৰোঁ, সিহঁতৰ চকুত কোনো বেদনাৰ ছাঁ দেখিবলৈকো মই ইচ্ছা নকৰোঁ। মই তেওঁলোকক আৰু কিছু সহায় কৰিব পাৰিলোহেঁতেন—কিন্তু সেই সাহায্য মই কৰিব পৰা নাই।" যুদ্ধৰ গতিৰ পৰিবৰ্তনৰ লগে লগে তাৰ পিছত আৰু কি ঘটিব পাৰে জনছনে সেই বিষয়ে চিন্তা কৰিবলৈ ধৰিলে।

সুনিৰ্দিষ্টভাৱে তেওঁ এইবোৰ কামতেই মন দিলে: অৰ্থনৈতিক অৱনতিৰ ভাব দূৰীকৰণাৰ্থে সমাজনেতা আৰু শিল্পপতিসকলৰ প্ৰতি পৰিকল্পনা ৰচনাৰ বাবে তেওঁ আবেদন জনায়। সেই সময়ত কোনো কোনো মহলত ভবিষ্যৎবাণীৰ সূচনা হৈছিল যে যুদ্ধোত্তৰ কালত দেশত চৰম অৰ্থনৈতিক দুৰ্দশাৰ সৃষ্টি হব। য়ুৰোপত যুদ্ধ শেষ হোৱাৰ কেমাহমানৰ আগতে তেওঁ সেই চিন্তাধাৰা প্ৰকাশ কৰি এখন চিঠি তেওঁৰ নিৰ্বাচনীকেন্দ্ৰৰ বাতৰি কাকতৰ সম্পাদকলৈ পঠাইছিল। তাত তেওঁ কেটামান সুন্দৰ প্ৰস্তাৱ দাঙি ধৰিছিল:

"মই বিচাৰোঁ। মোৰ নিৰ্বাচনীকেন্দ্ৰৰ প্ৰতিখন স্কুলতে যেন একোখন তালিকা প্ৰস্তুত কৰা হয় আৰু জৰুৰী প্ৰয়োজন বুজি যেন তাৰ সংস্কাৰ, উন্নতি সাধন আৰু আধুনিকীকৰণ কৰাৰ বাবে পৰিকল্পনা লোৱাৰ ব্যৱস্থা কৰা হয়।" তেওঁ সম্পাদকলৈ লিখিছিল—"আকৌ চহৰ আৰু ৰাজ্য-চৰকাৰবোৰেও যেন সেইদৰেই কাৰ্যক্ষেত্ৰত ব্ৰতী হয়। বেচৰকাৰী শিল্পৰ ব্যৱস্থাত অনেকে যেন আত্মনিয়োগ কৰে আৰু যেন যুদ্ধাৱসান কালত মাৰ্কিন শিল্প-ব্যৱস্থাক প্ৰয়োজনীয়ভাৱে পৰিবৰ্তন কৰাৰ ব্যৱস্থাও কৰা হয়। আমাৰ সন্মুখত এখন নতুন জগতে যেন আত্মপ্ৰকাশৰ বাবে বাট চাই আছে।"

যুদ্ধ সমাপ্তিৰ দিন চমু চাপি অহাৰ লগে লগে এই কথা ভাবি তেওঁ উদ্বিগ্ন হৈ পৰিল যে যুদ্ধৰ প্ৰয়োজনাৰ্থে যিবিলাক সামৰিক আয়োজন গঢ়ি তোলা হৈছিল সেইবোৰ সামৰি লব পৰাও যাব। সেই সময়ত যুদ্ধোত্তৰ সামৰিক নীতি নিৰ্ধাৰণাৰ্থে প্ৰতিনিধিসভাৰ সদস্য কিছুমানৰদ্বাৰা এখন নতুন কমিটিও গঠন কৰা হয়। ৰেবাৰ্ণে জনছনক সেই কমিটিৰ এজন সদস্যৰ বাবে প্ৰস্তাৱ কৰে। যুদ্ধোত্তৰ কালৰ বাবে নিৰাপত্তামূলক আইন প্ৰণয়ন আৰু নীতি নিৰ্ধাৰণাৰ্থে সকলো দায়িত্ব জনছনৰ কানত পৰিলহি। পৰৱৰ্তী কালত আণবিক শক্তি বিষয়ক নজনীয়া কমিটিৰ সদস্য পদত জনছনেও স্থান পায়।

যুদ্ধ অন্ত পৰিল। অযথা বিলম্ব নকৰি "ডেকাসকলক ঘূৰাই আনক" দাবী উঠিল। এই দাবীৰ হেতু বুজা যায়; কিন্তু সি বাস্তৱসন্মত নহয়। অথচ এই দাবীৰ জোৱাৰে দেশ প্লাবিত কৰি পেলালে। হাজাৰ হাজাৰ টন লোহাৰ সামৰিক সামগ্ৰী পানী হৈ গ'ল। বিমান, টেঙ্ক আৰু বন্দুক-কামান এৰি অহা হ'ল। কংগ্ৰেছ সদস্যসকলৰ ভিতৰত এই প্ৰচুৰ সামৰিক সামগ্ৰীৰদ্বাৰা সাৰ্বজনীন সামৰিক শিক্ষা দিয়াৰ পক্ষপাতিত্ব কৰা লোকসকলে বিশেষ একো সুবিধা কৰিব নোৱাৰিলে।

জনছনে কৈছিল, "শক্তিশালী আমি হবই লাগিব, সামৰিক ফালৰপৰা, উৎপাদনৰ ফালৰপৰা আৰু নৈতিকতাৰ ফালৰপৰাও আমি শক্তিশালী হব লাগিব। বিশ্বৰ প্ৰতি আমাৰ যি নৈতিক দায়িত্ব আছে, তাৰ পালনৰ কাৰণেই আমাৰ সামৰিক শক্তিৰ প্ৰয়োজন।

"আজি আমাৰ মুখ্যতম কৰ্তব্য হ'ল ভবিষ্যত-নিশ্চয়তাৰ স্বাক্ষৰ প্ৰদান।

অপকর্মকাৰীবোৰৰ কবলৰপৰা ৰক্ষা পাবলৈ শক্তিশালী পুলিচ বাহিনী আমি ৰাখিবই লাগিব। বিশ্ব শান্তি আৰু শৃঙ্খলা সংৰক্ষণৰ বাবে ৰাষ্ট্ৰসংঘৰ সাহায্যাৰ্থে আমি যি প্ৰতিজ্ঞাবদ্ধ হৈছোঁ তাৰ কাৰণেও আমাৰ যথেষ্ট শক্তিশালী সৈন্য আৰু নৌবাহিনী সাজু ৰাখিব লাগিব।"

যুদ্ধ আৰু তাৰ চিন্তাৰপৰা মাৰ্কিন জনসাধাৰণে তালি-তোপোলা বান্ধি খৰধৰকৈ দেশলৈ প্ৰত্যাগমন কৰা উচিত নহব। তথাপি অসমমত কৃত্ৰিম ৰবাৰ শিল্প বন্ধ কৰি দিয়াৰ বিপক্ষে, বহু লাখ দৰৰ সামৰিক যন্ত্ৰপাতি পানীৰ দামত বিক্ৰি কৰি দিয়াৰ বিপক্ষে আৰু প্ৰচণ্ড বিৰোধিতাৰ মাজতো ৭০ গ্ৰুপ বিমান বাহিনী গঠনৰ হকে পৰিচালিত আন্দোলনৰ তেৱেঁই নেতৃত্ব কৰিছিল।

ৱাছিংটন আৰু জাতিৰ বাবে তেতিয়া এক বিশৃঙ্খল আৰু চঞ্চল অৱস্থা। জনসাধাৰণে বুজিব পাৰিছিল যে যুদ্ধৰ পৰিসমাপ্তিয়ে তেওঁলোকৰ সমস্ত সমস্যাৰ স্বতঃস্ফূৰ্তভাৱে সমাধান কৰিব পৰা নাছিল।

ৰুজভেল্টৰ জীৱনবন্তি নিৰ্বাপিত হোৱা সময়ত যি ক্ষতি আৰু শূন্যতাবোধে দেশক আবৰি পেলাইছিল সাধাৰণভাৱে তেতিয়াও সেই ক্ষয়-ক্ষতিয়ে মাৰ্কিনীসকলৰ মনত গভীৰ ৰেখাপাত কৰিছিল। এই সম্পৰ্কে জনচনৰ ব্যক্তিগত চিন্তাধাৰণাও আছিল অত্যন্ত গভীৰ।

ৰুজভেল্টৰ মৃত্যুৰ পিছদিনাখন 'নিউইয়ৰ্ক টাইমচ্'ৰ প্ৰতিনিধি এচ. উইলিয়ম হোৱাইটৰ লগত হোৱা এক সাক্ষাৎ প্ৰসঙ্গত জনছনে দ্বিধাহীনভাৱে কৈছিল যে পৰলোকগত প্ৰেচিডেণ্ট আছিল তেওঁৰ "দ্বিতীয় পিতৃ" সদৃশ। তাৰ পিছত তেওঁ কংগ্ৰেছলৈ অহাৰপৰা মৃত্যু কাললৈকে ৰুজভেল্টে তেওঁৰ বাবে কি কি কাম কৰিছিল সেই বিষয়ে ব্যাখ্যা কৰিছিল। ৰুজভেল্টৰ নেতৃত্বত মানৱজাতিৰ কল্যাণাৰ্থে যি বিশাল অগ্ৰগতি হৈছিল সেই বিষয়েও তেওঁ আলোচনা কৰিছিল।

তাৰ কেইবছৰমানৰ পিছত ১৯৫৬ চনৰ ৩০ জানুৱাৰীৰ দিনাখন ৰুজভেল্টৰ ৭৪ তম জন্মবাৰ্ষিকী উপলক্ষ্যে এক সংক্ষিপ্ত আনুষ্ঠানিক বক্তৃতাত জনছনে নয়া-নীতিৰ প্ৰবৰ্তক প্ৰেচিডেণ্টৰ উদ্দেশ্যে পুনৰ্বাৰ তেওঁ অপৰিসীম শ্ৰদ্ধা জ্ঞাপন কৰিছিল।

"তেখেত আছিল এক বিতৰ্কমূলক চৰিত্ৰৰ—পিছে, সেই অৰ্থতহে যিটো অৰ্থত প্ৰতিগৰাকী মহাপুৰুষেই বিতৰ্কমূলক। তেওঁ আছিল সাহসী আৰু

আত্মবিশ্বাসী নেতা। এনেকুৱা প্ৰকৃতিৰ লোকসকলেই সাধাৰণতে সকলো সময়তে জাতীয় আৰু আন্তৰ্জাতিক দ্বন্দ্বৰ জোৱাৰ-ভাটাৰ মাজত বসবাস কৰে।

"মৃত্যুয়ে গ্ৰাস কৰা আমাৰ প্ৰেচিডেণ্টৰ ঘনিষ্ঠভাবে যিসকল আহিছিল সিবিলাকৰ ভিতৰৰে এজন হিচাপে দেশৰ প্ৰতি থকা তেওঁৰ আন্তৰিক স্নেহ তাৎপৰ্য মই কোনোদিনে পাহৰিব নোৱাৰোঁ।

"তেওঁ এনেকুৱা এটা সময়ত প্ৰেচিডেণ্ট পদত উপবেশন কৰিছিল যিটো সময়ত আমি নিৰুৎসাহ আৰু হতাশগ্ৰস্ত হৈ পৰিছিলোঁ। তেতিয়া আমাৰ অৱস্থা দুৰ্যোৰ সঙ্কটপূৰ্ণ। গভীৰ হতাশাত আমি তাৰপৰা মুক্তি বিচাৰি উৰাউল হৈ পৰিছিলোঁ। আমাৰ মনত তেওঁ এনেকুৱা সাহসিকতা আৰু প্ৰফুল্লতাৰ ভাৱাবেগ আনি দিছিল যি আমাৰ চৰম পৰীক্ষাৰ সময়তো আমাক পৰিত্যাগ নকৰিব।

"ইতিহাসৰ ৰায় লিখিবলৈ এতিয়াও বাকী। কিন্তু যিভাৱেই সেই পুথিৰ উপসংহাৰ নিলিখক তাৰ শেষ কথাষাৰিত এইবুলি ঘোষণা কৰা থাকিব ফ্ৰেঙ্কলিন ডি. ৰুজভেণ্ট এনেকুৱা এজন মানুহ যিগৰাকীয়ে সাংঘাতিক সঙ্কটকালীন দিনবোৰৰ সমস্যাৰ লগত ভেটাভেটি হবলৈ প্ৰস্তুত।"

সময়ে যেতিয়া প্ৰেচিডেণ্টৰ মৃত্যুজনিত আবেগময় আঘাত লাহে লাহে সহনীয় কৰি তুলিলে তেতিয়া এয়েই আছিল ৰুজভেণ্টৰ যথাৰ্থ মূল্যায়ন। নিজৰ সমস্ত অনুভূতিৰ প্ৰতি সচেতন থকা সত্বেও জনছনে দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে যিমানেই ডাঙৰ নহ'ক ব্যক্তিতকৈ দেশ সদায়ে শ্ৰেষ্ঠ। ৰুজভেণ্টৰ মৃত্যুৰ দুই-তিনি দিনমানৰ পিছত তেওঁৰ জনৈক ছেক্ৰেটৰীৰ প্ৰতি কৰা মন্তব্যৰ মাজেদি এই মনোভাৱেই ফুটি ওলাইছিল।

অশ্ৰুৰুদ্ধ কণ্ঠে ছেক্ৰেটৰীজনে কৈছিল, "মই যেন সৰ্বস্ব হেৰুৱালোঁ, এনে যেন লাগিছে। এতিয়া আৰু কোন আছে? দেশৰ বাবে আৰু কোন আছে?"

জনছনে শান্তভাৱে কৈছিল, "কিয় ভাই, ট্ৰুমেন আছে।"

দেশৰ অগ্ৰগতি অব্যাহত থাকিব। এয়ে আছিল তেওঁৰ দৃঢ় বিশ্বাস। মাৰ্কিন পদ্ধতি, মাৰ্কিন ধাৰাতেই তেওঁৰ গভীৰতম বিশ্বাস আছিল—কোনো ব্যক্তি বিশেষৰ প্ৰতি নহয়॥

যুদ্ধোত্তৰ কালীন সমস্যাসংকুল কালত ট্ৰুমেন যেতিয়া প্ৰথম প্ৰেচিডেণ্ট

হ'ল কংগ্ৰেছত তেওঁৰ বিৰুদ্ধবাদীসকলেও তেওঁকেই সমৰ্থন জনাইছিল; কিন্তু তেওঁ সেই সমৰ্থন অটুট ৰাখিব নোৱাৰিলে। ১৯৪৬ চনৰ নিৰ্বাচনত ৰিপাব্লিকান পাৰ্টিয়ে কংগ্ৰেছৰ দুয়োখন সভাতেই কৰ্তৃত্ব দখল কৰিলে। আনকি ইয়াৰ আগতো প্ৰাক্তন আমোলৰ নয়া-নীতিৰ সমৰ্থক ভালেমান ডেমোক্ৰেটিকে ট্ৰুমেনৰ বহুতো প্ৰস্তাৱৰ প্ৰতি বিৰোধিতা দেখুৱাবলৈ গৈ—ৰিপাব্লিকান পাৰ্টিৰ লগত হাত মিলাইছিল।

হোৱাইট হাউচৰ ক্ষমতাশীল মানুহজনক পাছ ফালৰপৰা ছুৰিকাঘাত কৰা দলত জনছনে কোনোদিনে যোগ দিয়া নাছিল। শাৰীৰিক আৰু মানসিক উভয় ফালৰপৰাই তেওঁ ভীষণ ব্যস্ত। কংগ্ৰেছতো তেওঁ আছিল দায়িত্ব পালনৰ প্ৰতি নিত্য সচেতন; কিন্তু সেই একেমুহূৰ্ততে তেওঁৰ নিজৰ 'বিষয়াদি আৰু ব্যক্তিগত ভবিষ্যতৰ কথাও তেওঁ স্থিৰ মস্তিষ্কেৰে চিন্তা কৰিছিল।



জনছনৰ টেক্সাচীয় ভালেমান বন্ধু-বান্ধৱেই ধৰি লৈছিল যে ডব্লিউ. লি. ও' ডেনিয়েলৰ সদস্যপদৰ কাল উকলি যোৱাৰ পিছত ১৯৪৮ চনত জনছনে চিনেটৰ নির্বাচনত প্রতিদ্বন্দ্বিতা কৰিব। জনছনে নিজে হলে তিমানখিনি নিশ্চিত নাছিল।

তেতিয়া তেওঁৰ বয়স চল্লিশ বছৰ। লগে লগে প্রতিনিধি সভাতো তেওঁৰ কার্যকাল প্রায় বাৰ বছৰ পূৰ হব। তেওঁৰ জিলাত নির্বাচনী অৱস্থা বৰ ভাল। তেওঁ ভাবিছিল যে বোধহয় বিশেষ কোনো যত্ন সাধ্য নকৰাকৈয়ে তেওঁ পুনর্নির্বাচিত হব পাৰিব। বহুসংখ্যক সদস্যবিশিষ্ট সভাত প্রকৃত নেতৃত্ব লাভ কৰিবলৈ হলে যিমান বছৰ প্রতিনিধিত্ব কৰা দর্কাৰ তিমান দিন বাট চাবলৈ তেওঁ প্রস্তুত আছে নে নাই সেই চিন্তাই তেওঁৰ মূৰত ভুমুকিয়াবলৈ ধৰিলে।

চিনেটৰ আসনৰ বিষয়ে তেওঁ কোনোৰকমেই নিজৰ মনত নিশ্চিত নাছিল যে চেষ্টা কৰিলেই সেই সুযোগ তেওঁ পাব। এনেকুৱা বিষয়ত তেওঁ কেতিয়াও যথেষ্ট আত্মবিশ্বাস পোষণ নকৰিছিল। টেক্সাচৰ যুদ্ধকালীন জনপ্রিয় গৱর্ণৰ কোক ষ্টিভেনছনে চিনেটৰ আসনত প্রতিদ্বন্দ্বিতা কৰাৰ কথা ঘোষণা কৰিলে। জর্জ পেডী নামৰ হাউষ্টনৰ বিখ্যাত উকিলৰ কথাও প্রকাশ হ'ল। সকলোৱে অৱশ্যে আশা কৰিছিল যে ও' ডেনিয়েলে পুনৰায় প্রার্থীৰূপে থিয় হব।

জনছনে প্রথমে নিজে চিন্তা কৰি চালে। তাৰ পিছত ঘৈণীয়েক আৰু নিজৰ অন্তৰঙ্গ বন্ধুক চিৰকাললৈ ৰাজনীতি বাদ দিয়াৰ কথা জনছনে আলোচনাৰ মাজেদি কলে। সম্ভৱতঃ এয়ে আছিল যথার্থ সময়।

তেওঁ বৰ অধৈর্য হৈ পৰিছিল। ঘৈণীয়েক লেডী বার্ড তেতিয়া এটি চাৰিবছৰীয়া আৰু এটি এবছৰীয়া কন্যাৰ মাক। পৰিয়ালৰ লগত আৰু কিছুদিন থকাৰ তেওঁৰ ইচ্ছা। তদুপৰি কিছু অর্থ উপার্জন কৰাও দর্কাৰ। ৰাজনীতি কৰিলে কোনোদিনে টকা আয় কৰা নহব বুলি তেওঁ জানিছিল।

কেইবছৰমানৰ আগতে লেডী বাৰ্ডে অষ্টিনত এটা ৰেডিঅ'কেন্দ্ৰ কিনি তাক এটা লাভজনক ব্যৱসায়ত পৰিণত কৰিছিল। চৰকাৰী দায়িত্বৰপৰা হাত সাৰিব পাৰিলে সেইটোৰ উন্নতিত মনযোগ দিব পাৰিব বুলি জনছনে ভাবিছিল। তেওঁ টেলিভিজন ষ্টেছন এটা নিৰ্মাণ কৰাৰ কথাও ভাবিছিল। যুদ্ধৰ পৰিসমাপ্তিৰ পিছত নতুন জগতৰ দুৱাৰ মুকলি হোৱাৰ বিষয়ে যি ভবিষ্যৎবাণী কৰিছিল ব্যক্তিগতভাৱে সেই জগতত প্ৰবেশ কৰাৰ ইচ্ছাই তেওঁৰ মনত স্থান পাইছিল।

১৯৪৮ চনৰ মে মাহত তেওঁ অষ্টিনলৈ যায় আৰু তাতেই ঘোষণা কৰে যে অহা নিৰ্বাচনীত তেৱোঁ প্ৰতিদ্বন্দ্বিতা কৰিব।

"অষ্টিন গৈ পোৱাৰ পিছত কেবাজনো নলেগলে লগা বন্ধুৰ লগত মোৰ এই বিষয়ে আলোচনা হৈছিল। মোৰ পৰিকল্পনাৰ কথা জনোৱাত তেওঁ-লোকে খুব নিৰাশাৰ ভাৱ নেদেখুৱালে। তেওঁলোকে মোৰ সিদ্ধান্তকে গ্ৰহণ কৰা যেন লাগিল।

"আবেলি চাৰি বজাত এদল ডেকাই মোৰ লগত দেখা কৰেহি। কেজনমানক মই জাতীয় যুবক সংস্থা গঠনৰ কালৰেপৰা চিনি পাইছিলোঁ। ১৯৪১ চনৰ চিনেটৰ নিৰ্বাচনত তেওঁলোকে মোৰ বাবে যথেষ্ট চেষ্টা কৰিছিল। সমাজসেৱাৰ ক্ষেত্ৰতো কেজনমানে নাম কৰিছে।

"তেওঁলোক জনসাধাৰণৰ সমস্যাৰ প্ৰতি আগ্ৰহশীল আৰু ভাল চৰকাৰ গঠনৰ বাবেও তেওঁলোক সচেষ্ট। তাৰ বাবে মৱেই যেন জগৰীয়া। এইবোৰ কথাৰ উপৰিও তেওঁলোকে মোক চিনেটৰ নিৰ্বাচন সম্পৰ্কে মত পৰিবৰ্তন কৰিবলৈ অনুৰোধ কৰিলে।"

নিজৰ সিদ্ধান্ত পুনৰ্বিচাৰ কৰাৰ সমান কষ্টকৰ কাম নাই। পাৰিবাৰিক জীৱনলৈ উন্নতি অহাৰ কথা ভাবি তেওঁৰ ব্যস্ত মনটো সেই পৰ্যায়ৰ কল্পনাত সোমাই পৰিছিল। তথাপি তেওঁ খবৰেদাকৈ সেই বিষয়ে চিন্তা কৰি চালে আৰু সাংবাদিক সভা মাতি চিনেটৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা কথা ঘোষণা কৰিলে।

১৯৩৭ চনৰ যি নিৰ্বাচনত জনছন কংগ্ৰেছ সদস্য হৈছিল, আৰু ১৯৪১ চনৰ চিনেট সদস্যৰ বাবে যি নিৰ্বাচনত তেওঁ পৰাজিত হৈছিল এইটো তেনেকুৱা কোনো বিশেষ নিৰ্বাচন নাছিল। এইবাৰ তেওঁ ডেমোক্ৰেটিক পাৰ্টীৰ প্ৰাথমিক নিৰ্বাচনত প্ৰাৰ্থী হ'ল। কোনো প্ৰাৰ্থীয়ে সামগ্ৰিক

প্রদত্ত ভোটৰ সৰহসংখ্যক ভোট নাপালে অধিক ভোট পোৱা দুজনৰ মাজত আকৌ এবাৰ নিৰ্বাচন হব। সেইবাৰ যিজনে বেছি ভোট পাব তেৱেঁই হব ডেমোক্ৰেটিক পাৰ্টিৰ চৰকাৰ মনোনীত প্ৰাৰ্থী।

জনছন পৰাজিত হলে ১৯৪১ চনৰ দৰে তেওঁ পুনৰ প্ৰতিনিধি পৰিষদলৈ উভতি যাব নোৱাৰিব। গতিকে এইবাৰ হয় চিনেটৰৰূপে নিৰ্বাচিত হব লাগিব অথবা ৰাজনৈতিক পদ একেবাৰে এৰি দিব লাগিব।

ও' ডেনিয়েলে নিৰ্বাচনৰ প্ৰতিদ্বন্দ্বিতাৰপৰা আঁতৰি ৰাজনৈতিক পৰ্যবেক্ষকসকলক আচৰিত কৰি দিয়ে; কিন্তু কোক ষ্টিভেনচন প্ৰবল প্ৰতিদ্বন্দ্বীৰূপেই থাকিল। ৰক্ষণশীল জমিদাৰ আৰু বহুদিনীয়া ৰাজনৈতিক ষ্টিভেনছনৰ গৱৰ্ণৰ হিচাপে সুনাম আছিল। ১৯৪৭ চনৰ আদিভাগতে তেওঁ গৱৰ্ণৰ হিচাপে অৱসৰ লয়। ইতিপূৰ্বে তেওঁ লেফটেনান্ট গৱৰ্ণৰ আৰু টেক্সাচৰ প্ৰতিনিধি সভাৰ স্পীকাৰ আছিল। তেওঁৰ কোনো ৰাজনৈতিক পাৰ্টি নাছিল যদিও তেওঁ ভালেমান প্ৰতিপত্তিশালী বন্ধুক অনুৰোধ কৰিব পাৰিছিল। তদুপৰি টেক্সাচত সাধাৰণ নাগৰিকৰ মাজতো তেওঁৰ স্থান আছিল বহু ওপৰত। তেওঁৰ শাসনকালত শেষৰফালে ৰাজ্যজুৰি জনমত লৈ দেখা গৈছিল যে শতকৰা ৭১ জনেই তেওঁৰ শাসনব্যৱস্থা সমৰ্থন কৰিছিল।

জনছনৰ কোনো ৰকমৰ সংগঠনেই নাছিল; কিন্তু তাৰ বাবে আৱশ্যকীয় উপাদান আছিল। ৰাজ্যৰ সকলো ঠাইৰে জাতীয় যুবক সংস্থাৰ হাজাৰ হাজাৰ ল'ৰা-ছোৱালীয়ে ১৯৪১ চনত চেষ্টা কৰি যিটো কামত সফল হোৱা নাছিল এতিয়া আকৌ এবাৰ তাৰ বাবে প্ৰাণটাকি চেষ্টা কৰিবলৈ সিহঁত প্ৰস্তুত। যুদ্ধকালীন বহু টেক্সাৰ প্ৰভাৱশালী লোকে ৱাচিংটনত চৰকাৰী দপ্তৰৰ লগত তেওঁলোকৰ কাজকামত জনছনৰপৰা ভালেখিনি সহায় পাইছিল বাবে তেওঁলোক তেওঁৰ প্ৰতি কৃতজ্ঞ। ষ্টিভেনছনতকৈ জনছন সৰু; জনছনৰ বয়স ৩৯ বছৰ আৰু ষ্টিভেনছনৰ ৬০ বছৰ।

২২ মেৰ দিনাখন অষ্টিনত তেওঁৰ উদ্বোধনী বক্তৃতাত জনছনে "উন্নততৰ ভৱিষ্যত যাত্ৰা পথৰ লক্ষ্য হিচাপে তিনিটা ডাঙৰ পথনিৰ্দেশক স্তম্ভ"ৰ ওপৰত তেওঁৰ প্ৰচাৰ কাৰ্যৰ ভেটি স্থাপন কৰিলে। সেই স্তম্ভ বা মূলমন্ত্ৰই হ'ল: শান্তি, প্ৰস্তুতি আৰু প্ৰগতি।

যি চৰকাৰে শক্তিশালী শিল্প-ব্যৱস্থাৰ ৰক্ষণাবেক্ষণ কৰিব পাৰিব তেনে

চৰকাৰ গঠনৰ বাবে তেওঁ আহ্বান জনালে। তেওঁ ঘোষণা কৰিলে যে যি কোনো দায়িত্বৰ লগত আপোচ মীমাংসাৰ বাবে বিশ্বৰ সৰ্বাধিক শক্তিশালী মাৰ্কিনী স্থল, নৌ আৰু বিমান বাহিনী প্ৰস্তুত ৰখা দৰ্কাৰ। শান্তিৰ সময়ত আণবিক শক্তিৰ ব্যৱহাৰৰ বাবে গৱেষণাৰপৰা আৰম্ভ কৰি সকলোৰকম বৈজ্ঞানিক প্ৰগতিৰ বাবে অবিৰাম কাম কৰাত মাৰ্কিন চৰকাৰে উৎসাহ দি আহিব লাগিব। শান্তিপূৰ্ণ বিশ্ব গঠনৰ ক্ষেত্ৰত মাৰ্কিন চৰকাৰে কিভাৱে সহায় কৰিব পাৰে সেইবিষয়ে জনছনে এইবুলি প্ৰস্তাৱ কৰিছিল :

"আমি ৰাষ্ট্ৰসংঘক শক্তিশালী কৰি তুলিব পাৰোঁ।

"আমি অবাধ বাণিজ্যৰ পথ খোলা ৰাখিব পাৰোঁ।

"যুদ্ধপ্ৰিয়সকলৰ আগত থিয় হৈ আমি কব পাৰোঁ—'যথেষ্ট হ'ল আৰু নালাগে'—যিটো আমি গ্ৰীচ আৰু তুৰস্কৰ কাৰণে কৰি আহিছোঁ।

"মাৰ্চাল পৰিকল্পনাৰদ্বাৰা আমি স্বাধীন মানুহবোৰক সহায় কৰিব পাৰোঁ।

"স্বাধীন জগতক মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু তাৰ অধিবাসীসকলৰ কথা আমি কব পাৰোঁ।"

এই কাৰ্যসূচীত কোনো ভুল নাছিল; কিন্তু জনছনৰ বন্ধুমহল আৰু অভিজ্ঞ ৰাজনৈতিক পৰ্যবেক্ষকসকলে তেওঁক এইবুলি সতৰ্ক কৰি দিলে যে ভোটাৰ উৎসাহিত কৰিবপৰা কথা ইয়াত একো নাছিল। জনসাধাৰণক উত্তেজিত কৰিব পৰা এটা বিষয় উদ্ভাৱন কৰাত তেওঁলোক একমত হৈ পৰিল।

নিৰ্বাচনী প্ৰচাৰকাৰ্য মন্থৰ গতিত চলিবলৈ ধৰিলে। ষ্টিভেনছনে গাৰীৰে টেক্সাচ ভ্ৰমণত বাহিৰ হ'ল। সৰু সৰু চহৰত বাটৰ মানুহৰ লগত কৰমৰ্দন কৰাত আৰু বেতাৰ বক্তৃতা দিয়াত তেওঁ ব্যস্ত হৈ পৰিল। বিৰোধীসকলক তেওঁ বিশেষ গ্ৰাহ্যই কৰা নাছিল। জনসেৱাৰ কামত তেওঁৰ অবদান আৰু যুক্তৰাষ্ট্ৰীয় মিতব্যয়িতাৰ প্ৰয়োজনৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিয়েই তেওঁ ক্ষান্ত আছিল। হাউষ্টনৰ আইনজীৱী পেডীও উপযুক্ত লোক : কিন্তু তেৱোঁ সাধাৰণস্তৰৰ বক্তৃতাৰদ্বাৰা মাৰ্কিন চৰকাৰৰ অমিতব্যয়িতা আৰু শাসনতন্ত্ৰৰ ওপৰত আক্ৰমণ চলাবলৈ ধৰিলে।

প্ৰচাৰ অভিযানত নামি প্ৰথম বক্তৃতা দিয়াৰ পিছতেই তেওঁ মূত্ৰাশয়ৰ ৰোগত ভুগিলে। তেওঁৰ বন্ধু জেকুলিন কক্ৰাণৰ সৈতে নাটকীয়ভাৱে

ৰচেষ্টাৰ চহৰৰ মেয়ো ক্লিনিকলৈ চিকিৎসাৰ কাৰণে আহি জনছনে আগতীয়াকৈ বাতৰি কাকতৰ শিৰোনামা দখল কৰি বহিল। ভাত তেওঁ চুসপ্তাহকাল আছিল।

নতুন উদ্যমেৰে তেওঁ টেক্সাচলৈ ঘূৰি আহে। এসপ্তাহৰ পিছতেই বক্তৃতা দিবলৈ বুলি যন্ত্ৰপাতি সজ্জিত এখন হেলিকপ্টাৰেৰে তেওঁ যাত্ৰা কৰে। তাৰ নাম ৰাখিছিল তেওঁ "জনছন চহৰৰ বায়ুচালিত কল।"

তাৰপিছত তেওঁ দেশৰ সকলো ঠাইলৈকে গৈছিল। সৰু ডাঙৰ সকলো চহৰতে নামি তেওঁ ভাষণ দিছিল আৰু আলিৰ বা দূৰৰ গাঁওবোৰত হেলিকপ্টাৰ চাবলৈ অহা মানুহবোৰৰ প্ৰতি চুটি চুটি বক্তৃতা দি কৈছিল যে তেৱেঁই জনছম চহৰৰ লিণ্ডণ জনছন আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটৰ সদস্য-প্ৰাৰ্থী।

সেই সময়ত বহুতো মানুহে হেলিকপ্টাৰ দেখা নাছিল। টেক্সাচৰ সৰু সৰু গাঁওবোৰৰ বহুতো ভোটাৰে তেওঁলোকৰ চিনেটৰ সদস্য-প্ৰাৰ্থীক কোনো দিনে নিজ নিজ চকুৰে দেখা নাছিল। এই দুয়োটা সুযোগকে একেলগে চাবলৈ পোৱাৰ সুবিধা কোনে এৰি দিব!

সেইটো আছিল নতুন ৰাজনৈতিক কৌশল আৰু জনছনৰ শান্তি, প্ৰস্তুতি আৰু প্ৰগতিৰ বিষয়ে বক্তৃতাৰ শ্ৰোতা সংগ্ৰহৰ ক্ষেত্ৰতো সফল হৈছিল। এই ধৰণৰ প্ৰথম দিনাখনৰ যাত্ৰাৰ পিছত হিচাপ কৰি দেখিলে যে তেওঁ ছহাজাৰ লোকৰ লগত সাক্ষাৎ কৰাৰ সুযোগ পাইছে। এই বায়ুচালিত কলৰ সহায়ত এসপ্তাহৰ ভিতৰতে তেওঁ প্ৰায় ৫০।৬০ হাজাৰ লোকৰ ওচৰত নিজৰ প্ৰাৰ্থীৰ কথা ঘোষণা কৰিব পাৰিছে।

তেওঁৰ নিৰ্বাচনীকাৰ্য বিশেষ জোৰেৰে চলিব ধৰিলে; কিন্তু তেতিয়াও তেওঁ বিচৰা বস্তুটো পোৱা নাই। জুন মাহৰ শেষৰ পিনে ৰূপৰ পাত্ৰত নহয়, শ্ৰমিকৰ কোৰৰ সহায়ত সেইটো তেওঁৰ হাতত পৰিলহি যেতিয়া প্ৰাথমিক নিৰ্বাচনলৈ মাত্ৰ এমাহ বাকী।

ফোৰ্ট ৱাৰ্থত ৰাজনৈতিক কাৰ্যপ্ৰণালী নিৰ্ধাৰণৰ বাবে সন্মিলিত হোৱা মাৰ্কিন যুক্তৰাষ্ট্ৰৰ শ্ৰমিক ফেডাৰেছনৰ ৰাজ্যশাখাৰ নেতৃবৃন্দই চিনেটৰ সদস্য পদত কোক ষ্টিভেনছনৰ প্ৰাৰ্থীত্ব অনুমোদন কৰিলে। এই অনুমোদনে পূৰ্বৰ পঞ্চাশ বছৰৰ ৰীতি বাতিল কৰিলে।

ভূতপূৰ্ব গৱৰ্ণৰৰ "শ্ৰমিকৰ বন্ধু" হিচাপে কোনো সুনাম নাছিল। তেওঁ

আছিল চৰম ৰক্ষণশীল। যাক টেক্সাচবাসীয়ে পুৰণি নয়া-নীতি আৰু নতুন ন্যায়-নীতিৰ ভীষণ চৰমপন্থী মতবাদৰ প্ৰতীক ৰূপে ধৰি লৈছিল সেই লিণ্ডণ জনছনক বাদ দি শ্ৰমিক সংঘই ৰক্ষণশীল কোক ষ্টিভেনছনক অভিবাদন কৰা বাবে ৰাজনৈতিক পৰ্যবেক্ষকসকল আচৰিত হৈছিল।

জনছনে কংগ্ৰেছত টাফ্‌ট-হাৰ্টলীৰ আইনৰ সমৰ্থন কৰি ভোট দিছিল। দক্ষিণাঞ্চলত অধিকাংশ ডেমোক্ৰেট সদস্যৰ সমৰ্থন আৰু ট্ৰুমেনৰ ভেটোত ১৯৪৭ চনত এই আইন পাছ হয়। এই আইনৰদ্বাৰা মালিক আৰু শ্ৰমিক উভয়ৰ মাজত স্বাৰ্থৰক্ষাৰ বন্দোৱস্ত কৰা হৈছিল, বন্ধ দোকানৰ ওপৰত কিছু সীমা নিৰ্ধাৰণৰ ব্যৱস্থা হৈছিল, ইউনিয়নৰ তহবিলৰপৰা ৰাজনৈতিক পাৰ্টিৰ নিয়ন্ত্ৰণ আৰু সীমা আৰোপ কৰা হৈছিল আৰু মালিক শ্ৰমিক দুই পক্ষৰ মাজৰ চৰ্তবোৰত ইউনিয়নৰ দায়িত্ব বঢ়াই দিয়া হৈছিল।

শ্ৰমিক ইউনিয়নবোৰৰ প্ৰচণ্ড শক্তি আৰু প্ৰভাৱ কমোৱাৰ উদ্দেশ্যে এই আইন প্ৰৱৰ্তন কৰা হৈছিল বুলি সৰ্বসাধাৰণে ভাবি লৈছিল। টেক্সাচত এই আইনখন খুব সৰবৰহী হৈ পৰিছিল। কিন্তু শ্ৰমিক নেতাসকলে এই আইনখনৰ নিন্দা কৰিছিল। কংগ্ৰেছত এই আইনৰ হকে ভোট দিয়াবোৰৰ প্ৰতিশোধ লবৰ কাৰণে নেতাবোৰে চেষ্টা চলাইছিল।

জনছনে এইটো আশা কৰিছিল যে শ্ৰমিক নেতাসকলে কংগ্ৰেছত তেওঁৰ ভূমিকা সম্পৰ্কে বিবেচনা কৰি চাব আৰু চিনেটৰ নিৰ্বাচনত তেওঁলোকক হস্তক্ষেপ কৰাৰপৰা আতৰাই ৰাখিব ; কিন্তু তেওঁ বাতৰি কাকতত এই মৰ্মে এটা বিবৃতি দি কোক ষ্টিভেনছনে শ্ৰমিক নেতাবোৰৰ লগত এক "গোপন-চুক্তিবদ্ধ"ত লিপ্তহোৱা বুলি অভিযোগ তুলিলে। টাফ্‌ট-হাৰ্টলী আইন প্ৰণয়নৰ সময়ত তেওঁ কি ভূমিকা লৈছিল সেই কথা জানিবৰ কাৰণে ষ্টিভেনছনলৈ চিঠি লিখিবলৈ জনছনে টেক্সীয়সকলক অনুৰোধ জনালে।

"মোৰ প্ৰতিদ্বন্দ্বীয়ে যদি এই আইন বাতিল কৰাৰ বাবে প্ৰতিজ্ঞা কৰিছে সেই কথা জনাৰ অধিকাৰ ৰাইজৰ আছে আৰু যদি তেনে কোনো প্ৰতিজ্ঞা কৰাও নাই তাকো ৰাইজে জনাৰ অধিকাৰ আছে।"—জনছনে ঘোষণা কৰিলে।

"তদুপৰি শ্ৰমিক নেতাসকলক সোধা হওক—তেওঁলোকে কি কাৰণে সুদীৰ্ঘ পঞ্চাশ বছৰীয়া নীতিৰ মূৰত কুঠাৰাঘাত কৰিলে আৰু যিজনে গৱৰ্ণৰ পদত থাকোঁতে দেশৰ দোষমুক্ত শ্ৰমিক বিৰোধী আইনৰ বিৰুদ্ধে সম্মতি

দিবলৈ সাহস গোটাব পৰা নাছিল সেই দ্বিধাগ্ৰস্ত লোকজনক অনুমোদন কৰিব খুজিছে কিহৰ অজুহাতত।"

জনছনে বিচৰা বস্তুকে পাই গ'ল। তেওঁ তাক এৰি দিবলৈকো প্ৰস্তুত নহয়। তাৰ পিছত এনে এটা দিন যোৱা নাই যিদিনা তেওঁ কোক ষ্টিভেনছনক সেই আইনৰ প্ৰতি তেওঁৰ মনোভাৱ জনাবলৈ দাবী জনোৱা নাছিল। টেক্সাচত এনেকুৱা লোক ভালেমান আছিল যিবোৰে আইনৰ সকলো ব্যৱস্থাৰ বিষয়ে একোকেই নাজানিছিল। এনেকুৱাও বহুতো আছিল যিবোৰে এই বিষয়ে মনযোগ নিদিছিল। তথাপি জনচনৰ দৃঢ়সংকল্প, নাটকীয় অভিযোগপূৰ্ণ দাবী—"টাফ্ট-হাৰ্টলী আইনৰ প্ৰতি তেওঁৰ ভূমিকা বা মতামত, সেই কথা তেওঁ কিয় আপনালোকক কবলৈ পৰা নাই?" ইয়াৰ এটা সুফল ফলিল।

তথাপি প্ৰাথমিক নিৰ্বাচনত জনছনৰ মনোনয়ন লাভৰ বাবে যথেষ্ট হোৱা নাছিল। জনছনে ৪০৫,৬১৭ আৰু ষ্টিভেনছনে ৪৭৭,০৭৭ ভোট লাভ কৰে। আন নজন প্ৰাৰ্থীৰ ভিতৰত একমাত্ৰ নিষ্ঠাবান প্ৰাৰ্থী আছিল জৰ্জ পেড্ৰী; তেওঁলোক আটায়ে মিলি পাইছিল ৩২০,০০০ ভোট। ফলত আৰু এবাৰ প্ৰাথমিক নিৰ্বাচনৰ প্ৰয়োজন হৈ পৰিল।

এসপ্তাহৰ পিছত জনছন আকৌ নিৰ্বাচন প্ৰচাৰকাৰ্যত জঁপিয়াই পৰিল। হেলিকপ্টাৰৰ গতি মন্থৰ কাৰণে এইবাৰ তেওঁ বিমানৰ সহায় ললে আৰু চহৰ-গাঁও উভয় ঠাইতে ব্যাপকভাৱে ঘূৰিবলৈ ধৰিলে। ষ্টিভেনছনে চহৰাঞ্চলতে সৰহ ভোট পাইছিল। জনছনে দেখিলে যে চহৰাঞ্চলত তেওঁৰ প্ৰতিপক্ষৰ ভোটৰ সংখ্যা কমাব নোৱাৰিলে জয়লাভ কৰা দুৰূহ কথা।

জনছনৰ প্ৰচাৰকাৰ্য চলাবৰ বাবে এটা বিৰাট সংগঠন আছিল। সেই দলটোৱে দিনেপতি ভীষণভাৱে কাম কৰি গৈছিল। অষ্টিনৰ এটা প্ৰকাণ্ড ঘৰত আছিল তেওঁলোকৰ মূল কেন্দ্ৰ। সেই ঘৰত কোনোদিন বাতি লাইট নুমোৱা নাছিল।

জনছনে তেওঁৰ প্ৰতিদ্বন্দ্বীক গৱৰ্ণৰ হিচাপে—দায়িত্ব পালনৰ দোষ-ত্ৰুটিৰ পৰ্যালোচনা কৰি তীব্ৰভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে আৰু বৈদেশিক নীতিত তেওঁৰ পলায়ন মনোবৃত্তিৰ ভূমিকাৰ কথা তুলি অভিযোগ আনিলে। আনহাতে জনছনে দেখুৱালে যে প্ৰতিনিধি-সভাত তেওঁৰ নিজৰ ভূমিকা হৈছে অধিকতৰ দায়িত্বৰ ভাৰ পালন আৰু তেওঁৰ অভিজ্ঞতাই চিনেটত কাজ

কৰিবলৈ আৰু বেছি দায়িত্ব দিছে। সোঁ বা বাওঁ কোনো পক্ষৰ বিবেচনাৰ ক্ষেত্ৰতে তেওঁ যে উগ্ৰপন্থী নহয় তাৰ প্ৰমাণ হিচাপে তেওঁ কংগ্ৰেছত ভোট দিয়াৰ কথা আলোচনা কৰি দেখুৱালে।

সেই প্ৰচাৰত জনছনৰ স্বাস্থ্য ভাগি পৰিল। তেওঁ ইমান খীণাইছিল যে মুখৰ মাংসবোৰ যেন নোহোৱা হৈ গৈছিল। নিদ্ৰাবিহীন ৰাতি যাপন কৰাৰ ফলত চকু কোটৰত সোমাই গৈছিল আৰু মাত ভাঙি গৈছিল। তথাপি তেওঁ কাম কৰি গৈছিল।

টেক্সাচৰ অধিবাসীসকলে দেখি অহা ৰাজনৈতিক প্ৰচাৰকাৰ্যৰ ভিতৰত এইটোৱেই আছিল শ্ৰেষ্ঠতম প্ৰচাৰ অভিযান। ইয়াৰ সমাপ্তিও ঘটিছিল নাটকীয়ভাৱে। পুনৰ্নিৰ্বাচনত জনছনে পাইছিল ৪৯৪, ১৯১ টা ভোট আৰু ষ্টিভেনছনে পাইছিল ৪৯৪, ১০৪ টা ভোট—জনছনৰ ফালে মাত্ৰ ৮৭ টা ভোট বেছি।

ষ্টিভেনছনে ঘোষণা কৰিলে যে সেই ফলাফলকেই তেওঁ আইনসঙ্গত বুলি মানি নলয়। চহৰ. ৰাজ্য আৰু মাৰ্কিন আদালতত নানান মোকৰ্দমা আৰু বিৰুদ্ধ মোকৰ্দমাৰ সূচনা হবলৈ ধৰিলে। জনছনৰ আটাইবোৰতে জয় হ'ল।

তাৰ পিছত ডেমোক্ৰেটিক পাৰ্টিৰ ৰাজ্যশাখাৰ পৰিচালক কমিটিয়ে জনছনক পাৰ্টিৰ প্ৰাৰ্থীৰূপে মনোনয়ন দিয়াৰ কথা। কমিটিও জনসাধাৰণৰ ভোটৰদৰে খুব কম ব্যৱধান ভোটত বিভক্ত হ'ল; কিন্তু জনছনৰ সপক্ষে ২৯ টা আৰু বিপক্ষে ২৮ টা ভোট গৃহীত হোৱাত জনছনৰ নামেই মনোনীত প্ৰাৰ্থীৰূপে ঘোষিত হ'ল।

টেক্সাচতো ৰিপাব্লিকান পাৰ্টিৰ মাজত প্ৰাণ সঞ্চাৰিত হ'ল আৰু তেওঁলোকে ঘোষণা কৰিলে যে এইবাৰ ডেমোক্ৰেটিক পাৰ্টীৰ প্ৰাৰ্থীয়ে ৰিপাব্লিকানৰ হাতত ঘোৰতৰ প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হব লাগিব। জেক পোৰ্টাৰ হাউষ্টনৰ এজন তেল ব্যৱসায়ী। তেওঁ চল্লিশ বছৰৰ আগতে ডেমোক্ৰেটিক পাৰ্টি এৰি আহিছে। সাধাৰণ নিৰ্বাচনত তেৱেঁই ৰিপাব্লিকান পাৰ্টিৰ প্ৰাৰ্থী হিচাপে থিয় হ'ল। পোৰ্টাৰ আছিল ভীষণ উৎসাহী প্ৰচাৰবিশাৰদ। পৰৱৰ্তী কালত আইচেনহাৱাৰৰ দিনত তেওঁ টেক্সাচৰ পৰা ৰিপাব্লিকান জাতীয় কমিটিৰ সদস্য নিযুক্ত হৈছিল। তেওঁ কোক ষ্টিভেনছনৰ সমৰ্থন লাভ কৰিলে আৰু বেতাৰৰ সহায়ত ষ্টিভেনছনে তেওঁৰ

সমৰ্থনকাৰী সকলক আহ্বান জনালে সিদ্ধিলাকে যাতে গোৰ্টাবকেই সমৰ্থন জনায়।

জনছনে কিন্তু এই কালছোৱাত প্ৰচাৰ অভিযানত তিমানখিনি মন দিয়া নাছিল। সাধাৰণ নিৰ্বাচনত তেওঁ প্ৰায় দুগুণ ভোটৰ সংখ্যা গৰিষ্ঠতাত জয়লাভ কৰিলে।

তেওঁৰ ককাকৰ ভবিষ্যৎবাণীৰ চল্লিশ বছৰৰ কেইমাহমানৰ পিছতেই অবশেষত জনছনে চিনেটত সদস্য হিচাপে যোগ দিয়ে।

# সাত

লিণ্ডণ জনছন ১৯৪৯ চনৰ জানুৱাৰীত টেক্সাচৰপৰা মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটৰ আসন লাভ কৰে। তেওঁৰ বিৰুদ্ধে হোৱা তীব্ৰ প্ৰচাৰত আৰু শেষতগৈ সামান্য ব্যৱধানত ৰক্ষা পৰি তেও কিছু কাবু হৈ পৰিছিল। "লেণ্ডশ্লাইড লিণ্ডণ" বুলি তেওঁক উপহাস কৰাত তেও আৰু বেছি ক্ষুব্ধ হৈ পৰিছিল; কিন্তু তেওঁ আছিল বাস্তৱবাদী আৰু এইবাৰো তেওঁ আগৰদৰে ভৱিষ্যতৰ প্ৰতি দৃষ্টি ৰাখি আগবাঢ়িল।

"ডেমোক্ৰেটিক পাৰ্টীৰ প্ৰাথমিক নিৰ্বাচনত যিবিলাকে ভোট দিছিল সেইসকলৰ আধাখিনিয়ে মোক চিনেটৰ হিচাপে কামনা কৰা নাছিল।" জনছনে বন্ধুসকলক এবাৰ কৈছিল। মোৰ সৰ্ববৃহৎ কাম হ'ল তেওঁলোকৰ এই ধাৰণাৰ পৰিবৰ্তন সাধন।"

তেওঁ ভাবে যে তাৰ একমাত্ৰ উপায় হ'ল টেক্সাচৰ সমগ্ৰ ৰাইজৰ কল্যাণাৰ্থে চিনেটত যথেষ্ট শ্ৰম কৰা; তেওঁক সমৰ্থন কৰাসকলৰ লগতে একেযোগে বিৰোধিতা কৰাসকলৰ হকেও কাম কৰা। বিৰুদ্ধবাদীসকলক নিজৰ মতলৈ অনা দৰ্কাৰ।

কংগ্ৰেছৰ দহ নম্বৰ নিৰ্বাচনী কেন্দ্ৰৰ জিলাত তেওঁ যিবোৰ কাম কৰিছিল এতিয়া সমগ্ৰ দেশৰ কাৰণে সেইভাৱে কাম কৰিবলৈ তেওঁ উঠিপৰি লাগিল। তেওঁ ব্যক্তিগত কৰ্মচাৰীৰ সংখ্যাও বঢ়ালে। টেক্সাচৰ লগত জড়িত প্ৰতিটো সমস্যাৰ সমাধানৰ হকে তেওঁ আছিল বিশেষ উৎসাহী। সমস্ত শক্তি প্ৰয়োগ কৰি তেওঁ নিজৰ অফিচটো টেক্সাচবাসীৰ সেৱাৰ কামত লগালে। তাৰ বাবে কি কৰা দৰ্কাৰ সেই কথা তেওঁৰ জনা আছিল।

চিনেটত নতুন সদস্যসকলৰ দৰে কথা কোৱাতকৈ উপস্থিত থকাত বেছি মনোযোগ দিবলৈ জনছনো দৃঢ়সংকল্প হ'ল। যি কমিটিৰ সদস্য হবলৈ তেওঁ বেছি আগ্ৰহশীল আৰু য'ত কামকৰি বেছি অভিজ্ঞ হৈ পৰিছিল সেই 'আৰ্মড চাৰ্ভিচেচ কমিটি'ৰ তেৰেঁ। এজন সদস্য নিযুক্ত হ'ল। চিনেটৰ ইতিবৃত্ত

আৰু তাৰ কাৰ্যনিৰ্বাহ পদ্ধতিৰ বিষয়ে তেওঁ অধ্যয়ন কৰিছিল। আগতে প্ৰতিনিধি-পৰিষদত একেলগে কাম কৰা কেবাজনো লোক বৰ্তমান চিনেটলৈ আহিছিল। জৰ্জিয়াৰ ৰিচাৰ্ড বি. ৰাছেল, কলোৰাডোৰ এডউইন চি. জনছন, আৰিজোনাৰ আৰ্নেষ্ট মেকাফাৰ্লেণ্ড আৰু কেণ্টাকীৰ ভাৰ্জিল চেপমেন সেই সময়ৰ তেওঁৰ বন্ধু আছিল। পণ্ডিত আৰু দক্ষ ৰাছেল আৰ্মড চাৰ্ভিচেচৰ চেয়াৰমেন নিযুক্ত হ'ল। তেওঁৰ অদম্য কৰ্মশক্তি আৰু সজাগ বুদ্ধিত জনচন মুগ্ধ হৈ পৰিল আৰু অচিৰেই উভয়ে বন্ধু হৈ পৰিল।

চিনেটত যোগ দিয়াৰ প্ৰায় লগে লগে তেওঁ এদল অভিজ্ঞ উপদেষ্টা মণ্ডলী গঠনত লাগি যায়। ১৯৪৮ চনৰ নিৰ্বাচনত ডেমোক্ৰেটিক পাৰ্টিৰ বিজয়ৰ পিছত ছাম ৰেবাৰ্ণ পুনৰ স্পীকাৰ নিৰ্বাচিত হয়। টেক্সাচৰ এই নতুন সদস্যজনে ৰেবাৰ্ণ, ৰাছেল আৰু পুৰণি বন্ধু প্ৰধান বিচাৰপতি ফ্ৰেড ভিন্সন, ষ্টুৱাৰ্ট চিমিংটন, বিচাৰপতি টম ক্লাৰ্ক আৰু আন ভালেমান অভিজ্ঞ আৰু জ্ঞানী পৰামৰ্শদাতাৰপৰা অভিজ্ঞতা সঞ্চয়ত ব্যস্ত হৈ পৰিল।

নিজকে শ্ৰেষ্ঠতম কৌশলী চিনেট সদস্যৰূপে প্ৰতিষ্ঠা কৰিবৰ কাৰণে কামৰ সময়ত বা সামাজিক আচাৰ অনুষ্ঠানৰ সময়ত তেওঁ শিক্ষাগ্ৰহণত মন দিছিল। তেওঁ আৰু লেডী বাৰ্ডে ৱাছিংটনত সামাজিক আচাৰ অনুষ্ঠানত গা এৰি দিয়া নাছিল। কোনো নিমন্ত্ৰণত গলেও তেওঁ ঘৰৰ এচুকত বহি ৰাজনীতিৰ বিষয়ে আলোচনা কৰি কটাইছিল।

জনছনে কয়, "মোৰ জীৱনত যেতিয়াই মই কোনো নিৰ্দিষ্ট সমস্যাৰ সম্মুখীন হৈছোঁ তেতিয়াই সেই সমস্যাৰ বিষয়ে শ্ৰেষ্ঠ বিজ্ঞজনক বিচাৰি তেওঁৰপৰা পৰামৰ্শ লৈছোঁ আৰু ভাল উপদেশ পোৱাৰ পিছত তাকেই পালন কৰিছোঁ।"

পৃথিৱীত যুদ্ধ বিজয়ৰ পিছত এবাৰ মিত্ৰশক্তিৰ মাজত স্নায়ুযুদ্ধৰ সূত্ৰপাত হয়। বিশ্বত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ স্থান সম্পৰ্কে তেওঁ ভীষণ শঙ্কিত হৈ পৰে। পৰ্যাপ্ত প্ৰস্তুতিৰ নীতি জনছনৰ মনত সদায়ে আছিল। এইবাৰ তেওঁ মাৰ্কিন প্ৰতিৰক্ষা ব্যৱস্থা যথাসম্ভৱ উন্নত পৰ্যায়লৈ অনাৰ ব্যৱস্থা কৰিলে।

প্ৰাথমিক পৰ্যায়ৰ আণৱিক অস্ত্ৰৰ ওপৰত যুক্তৰাষ্ট্ৰৰ একচেটীয়া আধিপত্য সৰহদিন স্থায়ী নহ'ল। য়ুৰোপৰ স্বাধীন দেশবোৰত কমিউনিজিমে বিস্তাৰ লাভ কৰে আৰু চীন জয় কৰাত ৰুছিয়াত সোমোৱা পাছফালৰ পথ বন্ধ হৈ পৰে। এই সকলোবোৰৰ প্ৰতি লক্ষ্য ৰাখি জনছনে বুজিব পাৰিলে যে

কেৱল মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু আটলাণ্টিক চুক্তিবদ্ধ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মিত্ৰ দেশবোৰত বাদে কমিউনিজমে আটাইবোৰ দেশতে শিপাবলৈ ধৰিলে।

জনছনৰ মতে মাৰ্কিন সামৰিক ব্যৱস্থা মাৰাত্মকভাৱে কমাই অনা হৈছিল। ১৯৪৮ চনত যুক্তৰাষ্ট্ৰৰ বিমান প্ৰস্তুতকাৰী কাৰখানাবোৰ উৎপাদনক্ষম কৰি মজুৰী টকা বাজেয়াপ্ত কৰিবলৈ প্ৰেচিডেণ্ট আৰু ডিৰেক্টৰে সিদ্ধান্ত ললে, কিন্তু কংগ্ৰেছে সম্মতি দিবলৈ অস্বীকাৰ কৰিলে।

৭০ গ্ৰুপ বিমান বাহিনী গঠনৰ চেষ্টা ব্যৰ্থ হ'ল। জনছন আৰু ষ্টুৱাৰ্ট ছিমিংটনে চেষ্টা কৰা হলে বিমান বাহিনীৰ অস্তিত্ব নাথাকিলেহেঁতেন। সামৰিক চাৰ্ভিচবোৰ একীভূত হোৱাৰ আগলৈকে ছিমিংটন আছিল যুদ্ধ বিমান দপ্তৰৰ সহকাৰী সচিব আৰু নতুন প্ৰতিৰক্ষা দপ্তৰত তেওঁ হ'ল বিমান বাহিনীৰ প্ৰথম সচিব। তেওঁলোকে সকলো প্ৰতিকূল ব্যৱস্থাৰ বিৰুদ্ধে সাধ্যানুসাৰে চেষ্টা কৰিছিল।

প্ৰতিৰক্ষাত ব্যয়সংকোচেই আছিল প্ৰশাসন বিভাগৰ মূল উদ্দেশ্য। আৰ্মড চাৰ্ভিচেচ বিভাগত নাম কৰি পোৱা অভিজ্ঞতাৰপৰা জনচনে জানিছিল যে প্ৰতিৰক্ষাৰ হ্ৰাসপ্ৰাপ্ত বাজেটত নতুন অস্ত্ৰোৎপাদনৰ গবেষণা আৰু উন্নয়নৰ জৰুৰী উদ্দেশ্যে সামান্য অংশ মাত্ৰ ধৰা হৈছে। তদুপৰি সামৰিক বাহিনীবোৰক একীকৰণ কৰি একেলগে প্ৰতিৰক্ষা দপ্তৰাধীন কৰাৰ ফলত পৰস্পৰৰ প্ৰতি থকা প্ৰচণ্ড ঈৰ্ষাই সামৰিক বাহিনীবোৰক প্ৰায় ধ্বংস কৰি পেলোৱাৰ উপক্ৰমৰ কথা জনছনে বুজিব পাৰিছিল। কেৱল বিমান বাহিনীৰে নহয়, নৌ আৰু স্থল বাহিনীৰো শক্তিৰ যথেষ্ট পৰিমাণে হ্ৰাস পাইছিল।

বিশ্বৰ সমস্যাসংকুল পৰিস্থিতিৰ মাজত এই ব্যৱস্থাৰ প্ৰতি জনচনে যথেষ্ট উদ্বেগ প্ৰকাশ কৰিছিল। তেওঁ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বৈদেশিক আৰু সামৰিক নীতিৰ বিষয়ে গভীৰভাৱে পৰ্যালোচনা কৰিবলৈ সকলোকে আহ্বান জনালে।

১৯৫০ চনৰ ২৮ ফেব্ৰুৱাৰীত তেওঁ এটা গুৰুত্বপূৰ্ণ বক্তৃতা দিয়ে। আটলাণ্টিক চহৰত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ স্কুল পৰিচালকসকলৰ এক সংস্থাৰ অধিবেশনত এই ভাষণ দিয়া হৈছিল। ইয়াৰ মূল বিষয় আছিল— "আমাৰ জাতীয় নিৰাপত্তা।"

সেই ভাষণত তেওঁ স্নায়ুযুদ্ধ ক্ৰমান্বয়ে বাস্তৱ যুদ্ধত পৰিণত হোৱাৰ

শংকা প্ৰকাশ কৰিছিল আৰু এই বিষয়ে কেটামান তথ্য দাঙি ধৰি কৈছিল যে জাতিৰ প্ৰতিৰক্ষাত 'চৰ্বি' জমা হৈছে ; মিতব্যয়ীসকলে "চৰ্বিহে কমাৰ খোজে মাংসপেশী নহয়" বুলি তেওঁ সেই বিষয়ে বিচাৰ বিবেচনাৰ মিল প্ৰকাশ কৰে। জনছনে স্বীকাৰ কৰিলে—"প্ৰতিৰক্ষা সংগঠনত চৰ্বি জমা হৈছে সেয়া শাৰীৰিক আৰু মানসিক।

"মানসিক চৰ্বি নিৰ্মূল কৰাৰ কাৰণেই মই অধিকতৰ উদ্বিগ্ন," জনছনে কলে, "সামৰিক ব্যৱস্থাৰ প্ৰতি সংশ্লিষ্ট কৰ্তৃপক্ষই আমাৰ সামৰিক শক্তি সঠিকভাৱে নিৰ্ণয় কৰাৰ উপযুক্ত সময় আহি পৰিছে বুলি মই ভাবোঁ। কোনোৰকম পক্ষপাতিত্ব মনোভাৱ পোষণ কৰিলে নচলিব। দেশৰ বৈজ্ঞানিক আৰু কাৰিকৰী সম্পদৰ পূৰ্ণ সদ্ব্যৱহাৰৰ আশা ৰাখিয়েই এই কাম কৰিব লাগিব।

"একেযোগে মজুত ৰখা কাৰ্য-সূচীৰ প্ৰতি লক্ষ্য ৰখাও আমাৰ কৰ্তব্য—যাতে প্ৰয়োজনীয় সামৰিক দ্ৰব্য-সামগ্ৰী হ্ৰাস পোৱাৰ বিৰাট সংকটাৱস্থাৰ আমি হাত সাৰিব পাৰোঁ। তদুপৰি সামৰিক আৰু অন্যান্য যিবিলাক বিষয়ৰ সেনাবাহিনীৰ যি সম্বন্ধ আছে সিবিলাকৰ প্ৰতিও আমি পুংখানুপুংখ দৃষ্টি ৰাখিব লাগিব যাতে আমাৰ সেনাবাহিনীৰ নৈতিক বল ক্ষুণ্ণ নহয় বা যোগ্যতা লোপ নাপায়। বিশেষকৈ সেই সময়ত আমাৰপৰা ব্যক্তিগত আৰু দলগতভাৱে সৰ্বাধিক কাৰ্যক্ষমতা দাবী কৰা হৈছে।

"অবৈতনিক শিক্ষা গ্ৰহণৰ সুদীৰ্ঘ ইতিহাস আমাৰ আছে। ইয়াৰ ফলতে আমাৰ জনসাধাৰণে বিশ্বৰ সৰ্বশ্ৰেষ্ঠ বিৰাট জ্ঞান-ভাণ্ডাৰ লাভ কৰিছে। তদুপৰি, স্বাধীনতাৰ সুবিধাও আমাৰ আছে। যাৰ ফলত আমাৰ দেশৰ নাগৰিকে মন আৰু শিক্ষাৰ পূৰ্ণ ব্যৱহাৰৰ সুযোগ পাইছে।

"ই হ'ল আমাৰ শক্তিৰ বিৰাট উৎস। চৰকাৰৰ অন্যান্য বিভাগৰ লগত সামৰিক বিভাগতে আমি এই শক্তিৰ ব্যৱহাৰ কৰিব লাগিব।

"যোৱা পাঁচ বছৰ ধৰি আমি আণৱিক শক্তিৰ একচেটিয়া অধিকাৰী হিচাপে থকা বাবে নিৰাপত্তাবোধৰ আঁৰত নিজকে কিছু পৃথকভাৱে ৰাখিছিলোঁ। যুদ্ধৰ আয়োজনত আমি ক্লান্ত হৈ পৰিছিলোঁ, সংকটৰ সন্মুখীন হৈ বিৰক্ত হৈ পৰিছিলোঁ। নিৰাপত্তাতকৈও ব্যক্তিগত আৰামৰ বাবেহে আমি জাতীয় শক্তি আৰু প্ৰতিভাক কামত খটুৱাইছিলোঁ। "আমাৰ বৈদেশিক নীতি নিৰ্ধাৰণৰ ক্ষেত্ৰতো সেই কথা সঁচা, আভ্যন্তৰীণ

নীতি প্ৰণয়নতো সঁচা আৰু সামৰিক সংগঠনৰ ক্ষেত্ৰতো সেই কথা সঁচা।

"সেই স্বতন্ত্ৰবাদৰ দিন উকলি গৈছে। আলস্য বা আৰামৰ দিন আৰু নাই। নিজৰ প্ৰতি চেলেঞ্জ জনাব লাগিব—আৰু সেই চেলেঞ্জৰ মাজতেই আমি পাম বিশ্বৰ মুক্তি। বাস্তৱ ঘটনা অতি গুৰুতৰ, কিন্তু আমি তাৰ সন্মুখীন হবই লাগিব। নিৰ্ভীকচিত্তে তাৰ লগত ভেটাভেটি হৈয়েই আমি সমস্যাৰ উত্তৰ পাব পাৰোঁ আৰু সমাধানো পাব পাৰোঁ।

"আমাৰ জাতিৰ কাৰণে এইটোৱেই ভীষণ অন্ধকাৰ সময়। এই চেলেঞ্জে যদি আমাৰ কল্পনা আৰু আবিষ্কাৰক পুনৰ্জীৱিত কৰিব পাৰে তেনেহলে গৌৰৱোজ্জ্বল অধ্যায় দেখাৰ সৌভাগ্য আমাৰ হব পাৰে। যেতিয়ালৈকে আমাৰ এই আশা জীয়াই ৰাখিব পাৰিম তেতিয়ালৈকে আমাৰ নিজৰ আৰু বিশ্বৰ বাবে আশা থাকিব।"

জনছনৰ এই অভিভাষণে জাতিৰ দৃষ্টি আকৰ্ষণ কৰিলে আৰু জাতীয় নিৰপত্তা বিষয়ক কথাত যেতিয়া চিনেটৰ বুদ্ধি জাগ্ৰত হ'ল তেতিয়া চিনেটত তেওঁৰ কাৰণে মৰ্যাদাপূৰ্ণ আসন অচিৰে নিৰ্ধাৰিত হৈ পৰিল।

তাৰ চাৰি মাহ পিছত উত্তৰ কোৰিয়াৰ কমিউনিষ্ট বাহিনীয়ে দক্ষিণ ফালৰপৰা আভিযান আৰম্ভ কৰিলে আৰু প্ৰেচিডেণ্ট ট্ৰুমেনে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সশস্ত্ৰ বাহিনী ৰাষ্ট্ৰসংঘৰ লগত মিলিতভাৱে কোৰিয়াৰ ৰক্ষাৰ্থে যোগদান কৰিবলৈ আদেশ দিলে।

জনছনে প্ৰেচিডেণ্টৰ কাৰ্যক প্ৰয়োজনীয় আৰু প্ৰশংসনীয় বুলি সমৰ্থন জনালে। তেওঁ কৈছিল, "এই কামেই স্বাধীনতাক নতুন আৰু মহৎ তাৎপৰ্য দান কৰিছে, আমাৰ জাতীয় সিদ্ধান্ত আৰু দৃঢ়তাক অৰ্থপূৰ্ণ কৰি তুলিছে আৰু আমেৰিকাক বিশ্বৰ নেতৃত্ব দানৰ যোগ্যতা দিছে।"

তাৰপিছতো তেওঁ সাৱধান কৰি দিছিল যে ৰাষ্ট্ৰসংঘৰ সৈন্যবাহিনী শত্ৰুপক্ষৰ সৈন্যবাহিনীতকৈ বহুগুণে কম। তেওঁ আৰু ঘোষণা কৰিলে যে কোৰিয়াৰ দায়িত্ব সমাধানৰ বাবে যুক্তৰাষ্ট্ৰই যি সামৰিক অস্ত্ৰশস্ত্ৰ দিছে সি "সংখ্যাত যথেষ্ট অপ্ৰচুৰ আৰু সিয়ো উন্নত নহয়।"

বাস্তৱ ঘটনাৰ দুমুখীয়া সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি তেওঁ কৈছিল যে দক্ষিণ কোৰিয়াৰ সৰবৰাহ সমস্যাটো অতি গুৰুতৰ আৰু পৰিস্থিতি সংশোধনৰ আশাও অত্যন্ত ক্ষীণ। তেওঁ চিনেটৰ সভাত ঘোষণা কাৰলে, "ধীৰ আৰু সাৱধানতাৰ সৈতে কাম কৰিলে নচলিব। আমি বহি থাকিব নোৱাৰোঁ;

বিলম্ব, পৰাজয় আৰু পশ্চাদপসৰণৰদ্বাৰা আমাৰ শক্তি নাশ কৰাটো সহনীয় নহয়।"

তেওঁ সোনকালে তিনিটা উপায় লবলৈ সকলোকে অনুৰোধ জনালে ; বিশ্বব্যাপি ৰণকৌশলৰ এক সুদূৰপ্ৰসাৰী পৰিকল্পনা প্ৰণয়ন, লোকবলৰ সহায়ত বিপুল সৈন্য সমাবেশ আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ অৰ্থনীতিৰ দ্ৰুত সমাবেশ।

কোৰিয়াৰ বিৰোধৰ কাৰণে প্ৰশাসন ব্যৱস্থাক দোষাৰোপ কৰা বন্ধ কৰিবলৈ তেওঁ আহ্বান জনালে। তেওঁ কলে, "প্ৰেচিডেন্ট ট্ৰুমেন নহয়, কমিউনিষ্টবিলাকহে দক্ষিণ কোৰিয়াৰ অভিযানৰ বাবে দায়ী। আমাৰ নেতাসকলৰ পৰিবৰ্তে শত্ৰুৰ প্ৰতি আমি যিমান সোনকালে সংগ্ৰাম চলাব পাৰিম তিমান সোনকালে আমাৰ কাৰ্যসাধন হব।"

১৯৫০ চনৰ জুলাইত জনচনে চিনেটৰ 'আৰ্মড চাৰ্ভিচেচ কমিটি'ত প্ৰস্তুতি সন্ধানকাৰীৰ চাবকমিটি গঠনৰ প্ৰস্তাৱ আনে আৰু লগে লগে গৃহীত হয়। তেওঁ সেই কমিটিৰ সভাপতি নিযুক্ত হয় আৰু অনুসন্ধান কৰি এনেকুৱা তথ্য-পাতি প্ৰকাশ কৰিলে যাৰ ফলত দুৰ্যোগপূৰ্ণ সময়ত সামৰিক সংগঠন শক্তিশালী হয় আৰু আমেৰিকান কৰদাতাসকল কেবা লাখ ডলাৰ অপচয়ৰপৰা বাচিল।

১৯৪১ চনত চিনেটৰ হিচাপে থকা সময়ত ট্ৰুমেন যি জাতীয় প্ৰতিৰক্ষা অনুসন্ধান কমিটিৰ সভাপতি আছিল তাৰ্লাখত চাবকমিটি আচলতে তাৰ অনুকৰণতে সৃষ্টি হৈছিল। যুদ্ধৰ সময়ত এই কমিটি আছিল এক শক্তিশালী প্ৰহৰী সদৃশ আৰু এই কমিটিৰ কামৰ আলমলেয়ে ট্ৰুমেন ভাইচ প্ৰেচিডেণ্ট আৰু পৰৱৰ্তী কালত প্ৰেচিডেণ্টলৈ উন্নীত হৈছিল।

নতুন চাব কমিটিৰ সদস্যসকল যি কাৰ্যসূচী লোৱাৰ জল্পনা কল্পনা কৰিছিল তাৰ সমৰ্থনৰ কাৰণে আৰু অনুৰূপ কামৰ অভিজ্ঞতাৰপৰা শিক্ষালাভৰ কাৰণে হোৱাইট হাউচলৈ গৈ তেওঁ প্ৰেচিডেণ্ট ট্ৰুমেনৰ লগত দেখা কৰিছিল। ট্ৰুমেনে আন্তৰিকতাৰে তেওঁলোকক স্বাগত সম্ভাষণ জনাইছিল আৰু চাবকমিটিৰ প্ৰতি চৰকাৰৰ সহযোগিতা কামনা কৰিছিল। সন্মিলনীৰ পিছত তেওঁ পুনৰ ধকৰা আলোচনাৰ বাবে জনচনক মাতি নিছিল।

উপদেশ দি জনচনক কৈছিল ; "মনত ৰাখিব লগীয়া একমাত্ৰ কথা হ'ল তোমাৰ প্ৰতি কমিটিৰ সংখ্যাগৰিষ্ঠ দলৰ সমৰ্থন নিশ্চিত কৰি লোৱাটোহে

আৰু ভাল ফল পাবলৈ হলে কমিটিক সম্পূৰ্ণভাৱে দ্বিধাবিভক্ত অথবা নিৰ্দলীয় পৰিবেশৰ মাজলৈ নিব লাগিব।"

চাবকমিটিত জনছনৰে সৈতে আৰু তিনিজন ডেমোক্ৰেটীক পাৰ্টিৰ সদস্য আছিল। তেওঁলোক হ'ল—টেনেচিৰ এষ্টেচ কেফাউভাৰ, কেনটাকীৰ ভাৰ্জিল ছেপমেন আৰু ৱাইয়োমিঙৰ লেষ্টৰ হাণ্ট। আন তিনিজন ৰিপাব্লিকান সদস্য আছিল নিউ হাম্পচফায়াৰৰ ষ্টাইল্‌চ ব্ৰিজেচ, ওৰিগণৰ ওয়েন মৰ্ছ আৰু ম্যাচাচুচেটছৰ লেভেৰেট ছালটনষ্টল।

প্ৰস্তুতি অনুসন্ধানকাৰী চাবকমিটিৰ সভা পৰিচালনাৰ কাৰণে সভাপতিয়ে চাৰিটা নীতি নিৰ্ধাৰিত কৰি দিয়ে।

বাতৰি কাকতৰ শিৰোনামাত ঠাই পোৱাৰ বিৰুদ্ধে সভ্যবোৰে শপথ খালে। তেওঁলোক প্ৰতিজ্ঞাবদ্ধ হ'ল যে উত্তেজনাকৰ কোনো ঘটনাক নিজৰ কামত নলগাই তেওঁলোকে আচল ঘটনাৰহে পৰ্যালোচনা কৰিব।

ৰাজনীতিক কমিটিৰ ঘৰৰ চৌহদৰ বাহিৰত ৰাখি নিৰ্দলীয়ভাৱে কাম কৰিবলৈ সদস্যসকল অঙ্গীকাৰবদ্ধ হ'ল। তেওঁলোকে যুদ্ধক্ষেত্ৰৰ ৰণ-কৌশলৰ বিষয়েও কোনো অনুমান নকৰাৰ সংকল্পও ললে। যুদ্ধত সৈন্য পৰিচালনাৰ বিষয়ে সেনাপতিক কোনো দিহা পৰামৰ্শ নিদি তেওঁলোকক মাথোন সামৰিক সামগ্ৰীৰ যোগান ধৰাৰ প্ৰতিহে বেছি মনোযোগ দিয়াৰ সংকল্প ললে। সকলো ৰকমৰ অনুসন্ধান সম্বন্ধে সহজ, নিৰপেক্ষ আৰু স্পষ্টভাষী হবলৈ তেওঁলোকে দৃঢ়সংকল্প ললে।

এইবোৰ আছিল অত্যন্ত উচ্চ পৰ্যায়ৰ আদৰ্শ। তেওঁলোক এইবোৰৰ প্ৰতি দৃঢ়সংকল্প আছিল। জনছনে ঠিক কৰিছিল যে কমিটিৰ মূল নীতি হব, "স্পষ্টভাষী কিন্তু সম্মানহানিকৰ নহয়, ব্যগ্ৰ কিন্তু প্ৰতিষ্ঠা কৰা বিধৰ নহয়, উপকাৰী কিন্তু আপোচ কৰিবলৈ অসন্মত নহয়।"

কমিটিৰ সহযোগীসকলক তেওঁ কৈছিল, "আমাৰ ডাঙৰ কাম হ'ল অবাস্তৱ কল্পনা আৰু উদ্ভাৱন পটুতাৰপৰা প্ৰতিৰক্ষা প্ৰচেষ্টাক আঁতৰাই অনা।"

বিখ্যাত এটৰ্ণী ডোনাল্ড চি. কুকক সাধাৰণ উপদেষ্টা হিচাপে লৈ তেওঁ নতুন সভাৰ কাজ আৰম্ভ কৰিলে। কুক আছিল জনছনৰ নেতৃত্বত গঠিত পূৰ্বৰ নৌ বিষয়ক কমিটিৰ প্ৰধান উপদেষ্টা। নতুন কমিটিত কাজ কৰিবলৈ মতা সময়ত তেওঁ নিৰাপত্তা আৰু বিনিময় কমিছনৰ সহ সভাপতিৰ কাম

কৰিছিল। পিছত তেওঁৱেই সেই কমিছনৰ সভাপতি হয়গৈ। জনছনৰ অনুৰোধক্ৰমে তেওঁ বিনা দৰমহাত বাৰ্তি বা আম আজৰি পৰত অনুসন্ধান কমিটিৰ সাধাৰণ উপদেষ্টা আৰু প্ৰধান বিশেষজ্ঞৰ কাম কৰিছিল। চাবকমিটিৰ সফলতাৰ মূলত তেওঁৰ কৰ্মকুশলতা মন কৰিব লগীয়া।

জনছন আৰু কুক উভয়ে এদল অনুসন্ধানকাৰী নিযুক্ত কৰিছিল আৰু তেওঁলোকৰপৰা ভালেখিনি সমল গোটাইছিল।

তেওঁলোকৰ কাজৰ ভিতৰত দুটা ডাঙৰ দায়িত্ব আছিল। সমগ্ৰ লোকবলৰ হিচাপ লৈ দেশৰ কৃষি আৰু শিল্পৰ কোনো ক্ষয়-ক্ষতি নকৰি এটা বিৰাট সশস্ত্ৰবাহিনী গঢ়ি তোলা আৰু আনটো আছিল সামৰিক কামৰ বাবে আহ্বান কৰা সকলে যাতে প্ৰয়োজন অনুসৰি বন্দুক, টেঙ্ক আৰু অন্যান্য যন্ত্ৰপাতি আৰু অস্ত্ৰশস্ত্ৰ যথাসম্ভৱ পায়, তাৰ বাবে কংগ্ৰেছৰদ্বাৰা অনুমোদিত শিল্প সংগঠনৰ কাৰ্যসূচী যেন সোনকালে আৰু বিনা অপচয়ে কৰ্যকৰী কৰা হয়।

চাবকমিটিৰ প্ৰথম কাম হ'ল দেশৰ কৃত্ৰিম ৰবাৰ উৎপাদন কাৰ্যসূচীৰ বিষয়ে অনুসন্ধান কৰা। যুদ্ধৰ সময়ত কৃত্ৰিম ৰবাৰ উৎপাদন শিল্পৰ উন্নতিসাধনৰ প্ৰয়োজন হৈ পৰিছিল। আকৌ যুদ্ধৰ শেষত কেইটামান কাৰখানা অতিৰিক্ত বুলি ব্যৱসায়ীক বিক্ৰি কৰি দিয়া হয় আৰু কেইটামান কাৰখানা বন্ধ হৈ যায়। ফলত এই শিল্পৰ অৱনতি ঘটে। ৰবাৰৰ অভাৱৰ কাৰণে দেশ ক্ৰমান্বয়ে বিপদৰ ফালে আগবাঢ়ি গৈছিল আৰু প্ৰকৃতিজাত ৰবাৰৰ মূল্যও বাঢ়িবৰ উপক্ৰম হৈছিল।

চাবকমিটিৰ ৰিপোৰ্টত ৰবাৰ মজুত কৰাৰ ব্যৱস্থাত খৰখেদা নকৰি তাৰ উৎপাদন কমাই অনা বুলি যুদ্ধোপকৰণ পৰ্ষদৰ বিৰুদ্ধে অভিযোগ অনা হ'ল। চাবকমিটিৰ অনুসন্ধানত পৰ্ষদে ভালদৰে সহযোগিতা নকৰা বুলিও সমালোচনা কৰা হ'ল। কিয়নো কেইটামান গুৰুত্বপূৰ্ণ প্ৰশ্নৰ উত্তৰ দিয়াত চাবকমিটিৰ প্ৰতি এই পৰ্ষদে অৱজ্ঞা দেখুৱাই তিনি সপ্তাহ কাল এনেয়ে নষ্ট কৰিছিল।

"যুদ্ধোপকৰণ পৰ্ষদৰ আচলতে কোনো কাৰ্যসূচী আছে, অথবা নাই।" ৰিপোৰ্টত কোৱা হৈছিল। "যদি তাৰ কোনো কাৰ্যসূচী আছে তাক লগে লগেই জনোৱা হ'লহেঁতেন আৰু যদি নাই তাক অকপটভাৱে স্বীকাৰ কৰা উচিত।

"আমাৰ জানিব লগীয়া কথাৰ প্ৰতি পৰ্ষদে যি পৰিচয় আৰু যোগ্যতা দেখুৱাইছে সেয়েই যদি পৰ্ষদৰ কাৰ্যৰ মাপকাঠি হয় তেনেহলে তাৰ কাৰ্য-দক্ষতা কিছু বঢ়া উচিত।"

নতুন চাবকমিটিৰ এই প্ৰাথমিক ৰিপোৰ্টৰ তিনিটা প্ৰত্যক্ষফল ফলিল। যুদ্ধোপকৰণ পৰ্ষদৰ সভাপতি হুবাৰ্ট বি. হাৱাৰ্ডে অপ্ৰত্যাশিতভাৱে পদত্যাগ কৰিলে।

জাতীয় নিৰাপত্তা উপকৰণ পৰ্ষদ চাবকমিটিয়ে কেইটামান নতুন কাম হাতত ললে ; যেনে—অতিৰিক্ত সম্পদ হিচাপে ৰবাৰ কাৰখানাসমূহৰ বিক্ৰি বন্ধ কৰিব লাগিব, যিমান সোনকালে সম্ভৱ আটাইবোৰ ৰবাৰ কাৰখানা আকৌ উৎপাদনক্ষম কৰি তুলিব লাগিব আৰু সমগ্ৰ বিশ্বক জনাই দিব লাগিব যে মাৰ্কিন যুক্তৰাষ্ট্ৰই অধিক মূল্য দি ৰবাৰ নিকিনে। বৰং তাৰ পৰিবৰ্তে দেশক কৃত্ৰিম ৰবাৰ উৎপাদনৰ সকলো সা-সুবিধা দিয়েছে। এই অনুমোদনসমূহ কৰ্মসূচীৰ ৰূপ ললে। প্ৰশাসনিক শাখাই তাকেই গ্ৰহণ কৰিলে। ফলত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ কৰদাতাসকলৰ যি অৰ্থ সঞ্চয় হ'ল সি প্ৰায় এশ কোটি ডলাৰৰো অধিক।

ৰিপোৰ্টৰ তৃতীয় ফল হ'ল এয়ে যে সকলোবোৰ দেশীয় বাতৰি কাকতত প্ৰস্তুতি অনুসন্ধানকাৰী চাবকমিটি আৰু তাৰ সভাপতিসকলে প্ৰথম পৃষ্ঠাত ঠাই পালে।

অধিক সংখ্যক মাৰ্কিনৰদ্বাৰা গঠিত ৰাষ্ট্ৰসংঘৰ সৈন্যবাহিনী কোৰিয়াৰ যুদ্ধত পৰাজয়ৰ সন্মুখীন হৈছিল। যুদ্ধৰ ক্ৰমাৱনতিৰ ৰূপ দেখি মাৰ্কিন জনসাধাৰণ ভীষণ বিৰক্ত হৈ পৰিছিল। ঠিক এনে সময়তে তেওঁলোকৰ মতৰ লগত মতৰ মিল থকা এজন চিনেট সদস্য আগবাঢ়ি আহিল। কেন্দ্ৰীয় শাসকগোষ্ঠী বা যুদ্ধত ব্যস্ত থকা সৈন্যবাহিনীক সাহায্য দিয়াৰ সলনি বাধাৰ সৃষ্টি কৰিলে আৰু তেওঁলোকৰ সহায়ত তেওঁৰ কথাৰ মাজেদি মাৰ্কিন জনসাধাৰণৰ অনুভূতিয়ে ৰূপ ললে।

আদিতে এটা ৰিপোৰ্টত জনছনে যি ভাষা প্ৰয়োগ কৰিছিল জনসাধাৰণে তাৰ প্ৰশংসা কৰিছিল, "ভালেমান উচ্চপদস্থ কৰ্মচাৰীয়ে ৱাছিংটনৰ হাবিময় ঠাইত একোখন নিজা সাম্ৰাজ্য পাতি বহিছে, তেওঁলোকে বাজেটৰ কোনো অংশ এৰি দিবলৈ অনিচ্ছুক। ফলত ক্ষতিগ্ৰস্ত হৈছে কৰদাতাসকল। যি কামৰ বাবে এজন লোকেই যথেষ্ট তাৰবাবে দুজন লোকৰ প্ৰয়োজন

হৈছে আৰু দুৰ্ভাগ্যৰ কথা এই যে যি কাজৰ কোনো অস্তিত্ব থকাই উচিত নহয় তেনে কাজৰ বাবেও দুজন লোকক টকা দিব লগীয়া হৈছে।"

জনছনে ঘোষণা কৰিলে যে চাৰকমিটিয়ে বাতৰি কাকতৰ শিৰোনামাত স্থান পাবলৈ চেষ্টা নকৰিব। যিবিলাক খবৰ অনুসন্ধানকাৰীসকলে প্ৰকাশ কৰিছিল আৰু সভাপতিয়ে প্ৰকাশ্যে যিদৰে সাক্ষীবোৰক বিদ্ৰূপ কৰিলে সেইবোৰেই কাকতত ঠাই পোৱাৰ উপযুক্ত।

আচলতে এই শিৰোনামাবোৰ আছিল গ্ৰুপৰ কাজৰ একোটা অভিব্যক্তি স্বৰূপ। তেওঁলোকৰ কামৰ যি প্ৰয়োজনীয় ফলাফল সম্ভৱ হৈছিল সি বাহ্যিক ৰূপতকৈ বহু বেছি গভীৰ আছিল।

চাৰকমিটিৰ এটা ৰিপোৰ্টত প্ৰকাশ পালে যে উৎপাদনকাৰীসকলৰ টিনৰ মূল্য বাঢ়ি যোৱাত প্ৰতিৰক্ষা ব্যৱস্থাত খৰচৰ পৰিমাণ বাঢ়ি যাব লাগিছে। ইয়াৰ সংশোধনমূলক ব্যৱস্থা হাতত লোৱা বাবে জাতীয় ভাণ্ডাৰত প্ৰায় ৫০ কোটি ডলাৰ সঞ্চয় হ'ল।

আন এটা ৰিপোৰ্টত প্ৰকাশিত হ'ল যে বিমানবাহিনীৰদ্বাৰা 'মজুত' কৰি ৰখা ফলত জৰুৰী লোকবলৰ অপব্যৱহাৰ হৈছে। এই ৰিপোৰ্টৰ পিছত বিমানবাহিনীয়ে অনাৱশ্যকভাৱে অতিৰিক্ত লোক নিয়োগৰ সলনি দক্ষ লোকক কাজত নিয়োগ কৰাৰ ব্যৱস্থা ললে।

স্থলবাহিনীতো জনছনে দেখিলে যে চাৰ্জেণ্টবোৰে গলফ্ খেলাৰ সাজ-সজুলি সৰবৰাহ কৰিছে, কামিলা বিমানচালকে ডাক বিতৰণকাৰী অফিচাৰৰ কাম কৰিছে, শিক্ষিত টেঙ্কচালকক হয়তো কোনো দেশ নোহোৱা ৰিজাৰ্ভলৈকে পঠোৱা হৈছে। বিভিন্ন ঠাইত এনেকুৱা অপব্যৱহাৰ দেখুৱাই দিয়াৰ পিছত প্ৰধান সেনাপতিয়ে ঠিক কৰিলে যে সৈন্যবাহিনীৰ আয়তন নবঢাই তেওঁ আৰু দুটা কম্বেট ডিভিজন গঠন কৰিব পাৰে।

আন দুটা ৰিপোৰ্টত সেনাবাহিনীৰ পৰিয়ালবৰ্গৰ বিষয়ে সমালোচনা কৰিলে। দেখা গ'ল যে অৰ্থনৈতিক কাৰণত—তেওঁলোকৰ কোনো কোনোক ডাঙৰ পেকিং বাকচ, ঘোঁৰাৰ আস্তাবল, যন্ত্ৰপাতি ৰখা টিনৰ চালি আৰু এঠাইত হুইস্কিৰ বোটল আৰু পুৰণি টিনৰ বাকচৰদ্বাৰা সজা ঘৰ এটাত বসবাস কৰিবলৈ দিয়া হৈছিল। উপযুক্ত ঘৰ দিবলৈ সামৰিক দপ্তৰে এখন কাৰ্যসূচী হাতত ললে।

আৰু এটা ৰিপোৰ্টত প্ৰকাশ পালে যে এখন প্ৰকাণ্ড বিমান ঘাটিৰ ওচৰত

বে-আইনী জুৱা খেলা হয়। তাত জুৱা খেলিবৰ কাৰণে স্লট মেচিন আৰু অন্যান্য আদব-কাইদাবোৰ কিভাবে লগোৱা হয় সেইবোৰ কথাও কোৱা হ'ল। এই ৰিপোর্ট প্রকাশিত হোৱাৰ পিছত স্থানীয় কর্তৃপক্ষই সকলো কার্যকলাপ বন্ধ কৰি দিয়ে।

জনছনৰ নিজৰ ৰাজ্য টেক্সাচতেই অনুসন্ধানকাৰীসকলে দেখিবলৈ পালে যে এজন খেতিয়কে বিমানৰ ১,২০০,০০০ ডলাৰ মূল্যৰ খুচুৰা অংশ মাত্র ৬'৮৯ ডলাৰত কিনি আকৌ চৰকাৰৰ ওচৰত ৬৩,০০০ ডলাৰ মূল্যত বিক্রি কৰিছে। ইয়াৰ লগ'ত কোনো অবৈধ কথা জৰিত নাছিল। জনছনৰ ভাষাত সি আছিল "অদূৰদর্শিতাৰ এটা বিস্ময়জনক ঘটনা"ৰ নিখুঁত উদাহৰণ। ৰিপোর্টত এই মর্মেও অভিযোগ উত্থাপিত হ'ল যে কোৰিয়াত সংকট সৃষ্টি হোৱাৰ পিছতো প্রতিৰক্ষা দপ্তৰৰ কর্মকর্তাসকলে "অতিৰিক্ত" বিবেচনা কৰি বিমান ইঞ্জিনৰপৰা আৰম্ভ কৰি সমৰশিল্প কাৰখানা পর্যন্ত বিক্রিৰ অনুমোদন কৰি আহিছে। প্রস্তুতি অনুসন্ধান চাবকমিটিৰ সমালোচনাৰ ফলত এই নীতিৰো পৰিবর্তন ঘটিল।

মাজে মাজে দুই এজন উচ্চ পদস্থ স্থানীয় নির্লজ্জ কর্মচাৰীয়ে চাবকমিটিৰ বিৰুদ্ধে অভিযোগ আনিছিল। যিয়ে নহ'ক মুঠতে জনছনে দেখিলে যে তথ্য-পাতিৰ অনুসন্ধানৰ ক্ষেত্রত সঁচা বুলি প্রমাণিত দোষ-ক্রটিবোৰৰ সংশোধন বিষয়ত সামৰিক চাৰ্ভিচেচ কমিটিয়ে অনুমোদনবোৰ মানি লবলৈ অস্বীকাৰ কৰা নাই। আদর্শ, ন্যায়পৰায়ণতা আৰু যি উদ্দেশ্যে প্রতিষ্ঠা কৰা হৈছিল তাৰ প্রতি কঠোৰ অনুৰাগে চাবকমিটিৰ সকলোৰে শ্রদ্ধাভাজন কৰি তুলিলে।

কেতিয়াবা কেতিয়াবা সামান্য ইঙ্গিতেই একোটা বেয়া পৰিস্থিত সংশোধন কৰাৰ কাৰণ হৈ পৰিছে। উদাহৰণ স্বৰূপে, উচ্চপদস্থ কর্মচাৰীবোৰৰ বগা পোচাক কিনিবলৈ ঠিক কৰা ১,৬৫০,০০০ ডলাৰৰ এটা আদেশ বিমান-বাহিনীয়ে বাতিল কৰে। কিয়নো বাহিৰ• জনৰব ওলাইছিল যে বিমানবাহিনীৰ এই পোচাক কিনাৰ অর্ডাৰ সংক্রান্ত বিষয়েও জনচনে তদন্ত লোৱাৰ দিহা কৰিব।

অর্থনৈতিক ফালৰপৰা প্রস্তুতি অনুসন্ধানকাৰী চাবকমিটিটো চৰকাৰৰ খুব লাভজনক হৈ পৰিছিল। এই কমিটিৰ তৎপৰতাৰ ফলত চৰকাৰৰ যি অপচয় ৰোধ হৈছিল তাৰ পৰিমাণ তিনশৰপৰা পাঁচশ কোটি ডলাৰ হব বুলি

অনুমান হৈছিল। ১৯৫০ চনৰ জুলাইৰপৰা ১৯৫৩ চনৰ ফেব্ৰুৱাৰীলৈ এই কালছোৱাৰ ভিতৰত চাবকমিটিৰ বাবে সৰ্বমোট খৰচ হৈছিল ২৭৫,০০০ ডলাৰ। জনচনে সন্তোষেৰে সৈতে এই চাবকমিটিৰ কাৰ্যাৱলী লক্ষ্য কৰিছিল।

এই সময়ত, চাবকমিটিৰ চেয়াৰমেন আৰু চিনেটৰ সদস্য হিচাপে জনছনে সাধাৰণভাৱে বিশ্ব পৰিস্থিতি আৰু বিশেষভাৱে কোৰিয়া বিৰোধ সম্পৰ্কে যাক তেওঁ "আৰামী মনস্তত্ত্ব" বুলি অভিহিত কৰিছিল—তাৰ বিৰুদ্ধে তুমুল সংগ্ৰাম চলাই গৈছিল।

কোৰিয়া উপদ্বীপৰ যুদ্ধত চীনাবোৰে যোগদান কৰাৰ পিছত ১৯৫০ চনৰ ডিচেম্বৰৰ এক ভাষণত তেওঁ ঘোষণা কৰে যে যুদ্ধ ঘোষণা হোৱাৰ পিছত ছটা মূল্যবান মাহৰ ভিতৰত "প্ৰতিদিন আৰু প্ৰতি ঘণ্টাৰ" ওপৰত নিৰ্ভৰ কৰি চৰকাৰৰ পৰিকল্পনা আৰু কাৰ্যকলাপ ক্ৰমাগত নিয়ন্ত্ৰিত হৈছে।

"নিজকে কোনো কথাতে জৰিত কৰি নেপেলোৱাৰ নীতিৰ প্ৰতি আমি প্ৰতিজ্ঞাবদ্ধ হৈছোঁ" ; তেওঁ অভিযোগ কৰিলে "তাৰ ফল কি হ'ল ?"

"সাধাৰণ প্ৰতিৰক্ষাৰ বাবে আমি তাঁৰৰদ্বাৰা কুকুৰা ৰখাৰ বেৰ দিয়াৰ ব্যৱস্থাহে কৰিছোঁ মাত্ৰ, সশস্ত্ৰ শক্তিক ভেটা দিয়াৰ ব্যৱস্থা কৰা নাই।"

চিনেটত টেবিলৰ ওচৰত থিয় হৈ তেওঁ এটা সাংঘাতিক প্ৰশ্ন কৰে ; "এয়ে জানো আমাৰ শেষ মুহূৰ্ত ?"

"এয়ে জানো আমাৰ জাতিৰ চকাপাতত বহা সময়, আমাৰ আৰু সমগ্ৰ পশ্চিমৰ জগতক এক নিৰৱিচ্ছিন্ন নিশাই গিলি পেলোৱাৰ আগ মুহূৰ্তৰ শেষ ৰশ্মিৰ কিৰণ ?"

"এই প্ৰশ্নৰ উত্তৰ দিয়াৰ সময় এতিয়াও আমাৰ আছে।"

"আমি যদি আৰু পলম কৰোঁ তেনেহলে অন্ধকাৰ, পৰাজয় আৰু ধ্বংসৰ বাহিৰে আমি আৰু একো আশা কৰিব নোৱাৰো।"

"আমি যদি সাহস, আত্মবিশ্বাস আৰু আমাৰ যি সামৰ্থ্য আছে সেই শক্তি গোটাই এই হুঙ্কাৰৰ প্ৰত্যুত্তৰ দিওঁ তেনেহলে নিশ্চয় আমাৰ শত্ৰুবৰ্গক জয় কৰিব পাৰিম।"

কোৰিয়াৰ যুদ্ধৰ—চৰকাৰীভাৱে যাৰ নাম দিয়া হৈছিল "পুলিচ ব্যৱস্থা" —সেই অন্ধকাৰ মুহূৰ্তত জনছনে সতৰ্ক কৰি দিছিল যে আপোচ আৰু ভীৰুতা, দ্বিধা আৰু চালাকি, পৰাজয়, অসম্মান আৰু ধ্বংস আনিব পাৰে।

যুক্তৰাষ্ট্ৰৰ চিনেটৰ এজন সদস্য হিচাপে তেওঁ ক্ৰমাগত জয়লাভৰ কাৰণে জাতীয় সংকল্প গ্ৰহণৰ বাবে আহ্বান জনাইছিল।

প্ৰস্তুতি অনুসন্ধানকাৰী চাবকমিটিৰ সভাপতি হিচাপে অপচয়ৰ বিৰুদ্ধে আৰু জাতিৰ লোকবল আৰু শিল্প শক্তিৰ পূৰ্ণ সদ্ব্যৱহাৰাৰ্থে সংগ্ৰাম কৰি তেওঁ জয়ৰ পথ প্ৰশস্ত কৰিবলৈ সক্ষম হৈছিল।

এই কেইবছৰত লিণ্ডণ জনচনে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ কল্যাণাৰ্থে মহা মূল্যবান কাম কৰি গৈছে আৰু তাৰ ফলতে তেওঁ লক্ষ লক্ষ মাৰ্কিন নাগৰিকৰ লগত পৰিচিত হব পাৰিছে—সিবোৰে আগতে তেওঁৰ নামকেই হয়তো শুনা নাছিল। তদুপৰি, তেওঁ চিনেটৰ কেবাগৰাকী প্ৰতিপত্তিশালী সদস্যৰ স্থায়ী শ্ৰদ্ধা আৰু বন্ধুত্ব লাভ কৰিবলৈ সক্ষম হৈছিল।

# আঠ

যিযি সময়ত জাতীয় পটভূমিকাত তেওঁ উত্তৰোত্তৰ প্ৰসিদ্ধি লাভ কৰিছিল সেই সময়তে টেক্সাচৰ এই চিনেটৰ সদস্যজনাই ডেমোক্ৰেটিক পাৰ্টীৰ প্ৰতি এটা উচ্চপৰ্যায়ৰ বিশেষত্বপূৰ্ণ কাম কৰিছিল। ১৯৫১ চনত কংগ্ৰেছৰ অধিবেশনৰ আদিছোৱাতেই চিনেটৰ ডেমোক্ৰেটিক পাৰ্টীৰ সদস্যসকলে সৰ্বসম্মতিক্ৰমে জনচনক সংখ্যাগৰিষ্ঠ পাৰ্টীৰ হুইপ মনোনীত কৰিলে।

চিনেটত পাৰ্টীৰ হুইপৰ স্থান বিশেষ গুৰুত্বপূৰ্ণ আৰু কামো যথেষ্ট পৰিশ্ৰমৰ। হুইপৰ প্ৰধানতম দায়িত্ব হ'ল ভোট গ্ৰহণৰ সময়ত পাৰ্টীৰ সকলো সদস্যৰ উপস্থিতিৰ প্ৰতি লক্ষ্য ৰখা। চিনেটৰ ভিতৰত কৰিব লগীয়া কামবোৰৰ বাহিৰেও সদস্যসকলৰ আন কামো বহু থাকে। কোনো বিধি-ব্যৱস্থাত ভোট লব লগীয়া হলে চিনেট সদস্যসকলক বিচাৰি উলিয়াব লাগে আৰু সভাত সেইসকলৰ উপস্থিতিৰ প্ৰয়োজনীয়তাৰ কথা কব লাগে।

পাৰ্টীৰ হুইপৰ বাবে বয়সত ডেকা, উৎসাহী আৰু সৰৱৰাহী লোকৰ দৰ্কাৰ। তদুপৰি শাৰীৰিক পৰিশ্ৰমৰ বাবেও যৌৱন আৰু প্ৰাণপ্ৰাচুৰ্য হোৱা দৰ্কাৰ। চিনটৰ সভা যিমান ৰাতিলৈকে নহ'ক হুইপ সদায় সাজু থাকিব লাগিব। জনপ্ৰিয়তা মূল কথা। কিয়নো তেওঁলোকৰ মতে মাত্ৰকে হাতৰ কাম পেলাই সদস্যসকল ভোট দিবলৈ নাহিবও পাৰে।

জনচনৰ গাত এই তিনিওটা গুণেই আছিল। ট্ৰুমেন চৰকাৰে ক্ৰমশঃ কংগ্ৰেছৰ পাৰ্টীৰ সদস্য আৰু সাধাৰণভাৱে মাৰ্কিন জনসাধাৰণৰ সমৰ্থন হেৰুৱাৰ সময়তো ডেমোক্ৰেটিক পাৰ্টীৰ হুইপ হিচাপে জনচনে উল্লেখযোগ্য কৃতিত্ব দেখুৱাইছিল।

এই কাম কৰিবলৈ গৈ তেওঁৰ এটা লাভ হৈছিল এয়ে যে প্ৰত্যেক দিনে তেওঁ চিনেটৰ প্ৰভাৱশালী সদস্যসকলৰ লগত ঘনিষ্ঠসম্পৰ্কলৈ আহিব পাৰিছিল।

ভোট দিয়াৰ ক্ষেত্ৰত সদস্যসকলক সভাঘৰলৈ লৈ অহা আৰু দৰ্কাৰ হ'লে

অবিৰাম যোগাযোগ ৰখা আৰু তেওঁৰ ঠাইত কাজ কৰাও হুইপৰ কাম। জনছনৰ নাম হুইপৰ পদৰ বাবে উত্থাপিত হোৱা সময়ত অৰিজোনাৰ আৰ্নেষ্ট মেকফাৰ্লেণ্ড সংখ্যাগৰিষ্ঠ দলৰ নেতা নিৰ্বাচিত হৈছিল। মেকফাৰ্লেণ্ডৰ লগত নিৰ্বিবাদে আৰু ফলপ্ৰদভাৱে জনছনে কাম কৰিবলৈ সক্ষম হোৱা নাছিল। পাৰ্টীসংক্ৰান্ত বিষয়ত দুয়ো মধ্যপথত ৰৈ গৈছিল। মধ্যপন্থী ৰাজনৈতিক হিচাপে দুয়োৰে সমান নাম আছিল। উভয়ৰে আছিল প্ৰভাৱশালী উৎসাহ সৃষ্টিকৰ ব্যক্তিত্ব।

নতুন পদ গ্ৰহণৰ লগে লগে জনছনে সেই পদৰ জোৰতে চিনেটত ডেমোক্ৰেটিক পাৰ্টীৰ ষ্টিয়েৰিং কমিটি আৰু নীতি নিৰ্ধাৰণ কমিটিৰ সদস্য হ'ল। নামৰপৰাই বুজিব পাৰি যে নীতি নিৰ্ধাৰণ কমিটিৰ কাম হ'ল চিনেটত উত্থাপিত হোৱা গুৰুত্বপূৰ্ণ বিষয়বোৰত পাৰ্টীৰ নীতি স্থিৰ কৰা।

মেকফাৰ্লেণ্ড আৰু জনছনৰ বাহিৰেও এই কমিটিৰ সদস্য আছিল বাৰ্ক্লে, ছেপমেন, ৰোডদ্বীপৰ থিওডোৰ ফ্ৰান্সিচ গ্ৰীণ, আলাবামাৰ লিষ্টাৰ-হিল, কাৰ্ণেচি কটৰ ব্ৰিয়ান মেকমোহন, য়োমিঙৰ জোছেফ চি. ও'মোহোনী আৰু ওকলাহোমাৰ ৰবাৰ্ট কাৰ। ১৯৪৯ চনত চিনেটলৈ অহা কাৰৰ বাহিৰে আন সকলো জনছনতকৈ বয়সীয়াল আছিল।

হুইপ হিচাপে জনছনে যিভাৱে তেওঁৰ দায়িত্ব পালন কৰিছিল তাৰ প্ৰীত ফেল্টন "স্বিটাৰ" জনষ্টনে তেওঁৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল। জনষ্টন সেই সময়ত সংখ্যাগৰিষ্ঠ দলৰ চেক্ৰেটৰী আছিল আৰু তেৱেঁই পিছত চিনেটৰ চেক্ৰেটৰী হৈছিল।

চিনেটৰ কৰ্মচাৰী হিচাপে জনষ্টনৰ ১৯২৯ চনৰপৰা লাভ কৰি অহা অভিজ্ঞতাৰপৰা কয় যে টেক্সাচৰ এই সদস্যজনক সাধাৰণতে আনবিলাকে "নৱাগত" বুলিহে ধৰি লৈছিল।

এটা প্ৰতিষ্ঠান হিচাপে চিনেটৰ বিষয়ে কবলৈ গৈ জনষ্টনে মন্তব্য কৰিছিল—"এনেকুৱা ধৰণৰ নৱাগত বুলি ভবাটো বৰ বেয়াকথা নহয়—পিছে তাৰ বিপদো আছে। জনছনৰ নাম হুইপ পদৰ বাবে উত্থাপিত হোৱা সময়ত তেওঁ চিনেটত তৃতীয় বছৰৰ কাম আৰম্ভহে কৰিছে মাত্ৰ। কামটো যেন খুব সোনকালেই হ'ল। জনছনৰ লগত এনেকুৱা সদস্যও আছিল যিবিলাকে তেওঁতকৈ পাঁচ ছগুণ অধিক কাল কাম কৰিছিল।

"তেওঁ খুব সাৱধানে কাম কৰিবলৈ ধৰিলে। তেওঁ নিজেক বেছিকৈ

আগবঢ়াই নিয়াৰ চেষ্টা কৰা নাছিল। সম্পূৰ্ণ স্বাভাৱিকভাৱেই তেওঁ সংখ্যাগৰিষ্ঠ দলৰ নেতাৰ মত মানি লৈছিল। প্ৰয়োজন অনুসৰি তেওঁ যি কোনো কৰ্তব্য পালনৰ বাবে সাজু আছিল। এইবোৰৰ বাহিৰেও মানুহৰ লগত মিলা আৰু সিবিলাকৰ মাজত ঐক্যমত স্থাপনত তেওঁৰ আচৰিত ক্ষমতা আছিল।"

এই সময়টো জনছনৰ বাবে প্ৰস্তুতি আৰু নিজৰ উন্নতি সাধনৰ সময় আছিল। শাসনতান্ত্ৰিক দিশৰপৰা দুয়োখন সভাই সমান আছিল যদিও ৪৩৫ জনীয়া পৰিষদৰ এজন সদস্য হোৱা আৰু ৯৬ জনীয়া পৰিষদৰ এজন সদস্য হোৱাৰ মাজত পাৰ্থক্য ভালেখিনি। সেই সময়ত মাৰ্কিন চিনেটত সদস্য সংখ্যা ৯৬ জন। জনছনো আছিল সেই সদস্যৰে এজন। পাৰ্টীৰ নেতৃত্বৰ লগতে চিনেটত তেওঁ বিশেষভাৱে জৰিত আছিল।

প্ৰতিনিধি পৰিষদলৈ অহাৰ দিনৰেপৰা লিণ্ডণ জনচন এজন প্ৰধান সংগ্ৰামী। চিনেটলৈ অহাৰ পিছতো যিবোৰ বিষয়ৰ প্ৰতি তেওঁৰ আন্তৰিক বিশ্বাস তাৰ সমৰ্থনৰ প্ৰতি দৃঢ়তাৰে যুদ্ধ কৰি গৈছিল। যাৰ লগত সংঘাতিক মতানৈক্য ঘটিছিল আৰু তেওঁলোকৰ মতবিৰোধ দূৰ কৰিবলৈকে তেওঁৰ লগত আলোচনাত বহিবলৈ তেওঁলোকক সন্মত কৰাৰ ক্ষমতা জনছনৰ আছিল।

চিনেটত সংখ্যাগৰিষ্ঠ পাৰ্টীৰ হুইপৰূপে থকা কালছোৱাত যি অভিজ্ঞতা লাভ কৰিছিল সেইবোৰৰ ফলাফল তেওঁৰ কাৰণে আছিল ভীষণ কল্যাণকৰ। তাৰপৰা তেওঁ লাভ কৰিছিল প্ৰচুৰ। তেওঁ দানো কৰিছিল যথেষ্ট আৰু তাৰ স্বীকৃতিও পাইছিল বহুখিনি।

কংগ্ৰেছৰ ১৯৫২ চনৰ অধিবেশনৰ শেষত ভাইচ-প্ৰেচিডেণ্ট আলবেন ডব্লিউ. বাৰ্কলীয়ে কৈছিল, "চিনেটে সহজে বুজিব নোৱাৰিব আৰু দেশে হয়তো কোনো দিনেই নাজানিব কেনেভাৱে জনছনে পৰ্দাৰ আঁৰৰপৰা চিনেট আৰু সভাৰ মাজত সদস্যসকলৰ মতদ্বৈধতা দূৰকৰাৰ বাবে চেষ্টা কৰিছে।"

সংখ্যাগৰিষ্ঠ দলৰ হুইপ সম্বন্ধে প্ৰশংসা কৰি কোৱা ভাইচ প্ৰেচিডেণ্টৰ সুৰতে সুৰ মিলাইছিল উদাৰপন্থী সদস্য হাৰ্বাৰ্ড এইচ. লেমেনে। জনছনৰ লগত কিন্তু তেওঁৰ মতৰ মিল কম আছিল। তেওঁলোকৰ নেতৃত্বৰ যি "ঐক্যবোধ" প্ৰতিষ্ঠিত হৈছিল তাৰপ্ৰতি লক্ষ্য ৰাখি লেমেনে জনছন আৰু মেকফাৰ্লেণ্ড উভয়কে অভিনন্দন জনাইছিল।

বাস্তৱিকতে ডেমোক্রেটিক পাৰ্টীত জনছনৰ কপাল ফলিল ; কিন্তু পাৰ্টীৰ নিজৰ ভাগ্যত ক্ৰমশঃ মেঘে দেখা দিব ধৰিলে।

১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনৰ প্ৰস্তুতিত পাৰ্টীৰ ওপৰত গুৰুভাৰ পৰিল। সেই বছৰতে ৱাছিংটনৰপৰা "আৱৰ্জনা অপসাৰণৰ আহ্বান" আহিল আৰু সেই বছৰেই জেনেৰেল ডুইট ডি. আইছেনহাৱাৰৰ "মহান ধৰ্ম-যুদ্ধ" পৰিচালনাৰ সময়। এই নিৰ্বাচনী পৰিচালনাত এনে এটা দিন যোৱা নাছিল যিদিনাখন ডেমোক্রেটিক পাৰ্টী আত্মৰক্ষাৰ প্ৰতি সচেতন নাছিল।

প্ৰেচিডেণ্ট পদত ডেমোক্রেটিক পাৰ্টীৰ মনোনয়নৰ বাবে ভাৰ্জিয়াৰ ডিউক ৰাছেলক জনছনে সমৰ্থন জনালে, কিন্তু পাৰ্টীয়ে ইলিনয়ৰ গৱৰ্ণৰ এডলাৰ ষ্টিভেন্সনক মনোনয়ন দিয়াত জনছনে তেওঁকেই সমৰ্থন জনাব বুলি ঘোষণা কৰিলে।

সময়ৰ কথা চিন্তা কৰিলে, পাৰিপাৰ্শ্বিক প্ৰশ্ন আৰু সংশ্লিষ্ট ব্যক্তিত্বৰ কথা চিন্তা কৰিলে আৰু সবাতকৈও ডাঙৰ কথা চিনেটত জনছনৰ টেক্সাচ ৰাজ্যৰ প্ৰতিনিধিত্ব কৰাৰ কথা চিন্তা কৰি চালে দেখা যায় সেইটো আছিল এটা অত্যন্ত সাহসিকতাপূৰ্ণ সিদ্ধান্ত।

টেক্সাচৰ স্থান প্ৰচলিত ৰীতি অনুসাৰে ডেমোক্রেটিক পাৰ্টীৰ প্ৰধান ঘাটি হিচাপে বিবেচিত হোৱা সত্ত্বেও ৰাজ্যৰ প্ৰধান বাতৰি-কাকতবোৰৰ অধিকাংশই আইছেনহাৱাৰক সমৰ্থন জনালে। এলেন ছিভাৰ্চক, ডেমোক্রেটিক পাৰ্টীৰ প্ৰাথমিক নিৰ্বাচনত আৰু এটা টাৰ্মৰ কাৰণে গৱৰ্ণৰ পদত ৰখাৰ বাবে মনোনয়ন দিয়া হৈছিল। তেওঁ আইছেনহাৱাৰক সমৰ্থন জনালে। চিনেটত টম কোনেলীৰ খালী আসনত থকা ডেমোক্রেটিক পাৰ্টীৰ নেতা প্ৰাইচ ডেনিয়েলেও আইছেনহাৱৰক সমৰ্থন জনালে। জনছনৰ ভালেমান প্ৰধান সমৰ্থকেও আইছেনহাৱাৰক সমৰ্থন কৰিলে।

জনছনৰ কেজনমান বহুদিনীয়া বন্ধুৱে তেওঁৰ ওপৰত বিৰাট হাপ দিব ধৰিলে। ৰিপাব্লিকান প্ৰাৰ্থীক সমৰ্থন নকৰিলেও জনছনে যাতে ডেমোক্রেটিক প্ৰাৰ্থীৰ বাবে প্ৰচাৰ অভিযানত গা এৰি নিদিয়ে তাৰবাবে সেই বন্ধুসকলে তেওঁক অনুৰোধ কৰিলেহি। ইচ্ছা কৰিলে তেওঁ ষ্টিভেনছনক ভোট দিয়ক ; কিন্তু অযথা যুক্তি কাৰণ দৰ্শাই প্ৰচাৰ কৰিবলৈ নাযায় যেন।

যিবিলাক ৰাজনৈতিক পৰ্যবেক্ষকৰ ওপৰত জনছনৰ বিশ্বাস আছিল তেওঁলোকে নিশ্চিত কৰি কলে টেক্সাচ ৰাজ্যই আইছেনহাৱাৰক সমৰ্থন

জনাব। তেওঁলোকে ইয়াকো কয় যে কেবছৰমানৰ ভিতৰতে জনছনেও পুনৰ নিৰ্বাচন-প্ৰাৰ্থী হব লাগিব। এনেকুৱা অৱস্থাত যি প্ৰাৰ্থীৰ পৰাজয় নিশ্চিত তাৰ পক্ষ নলৈ নিজৰ ৰাজনৈতিক ভবিষ্যতৰ কল্যাণৰ বাবে নীৰৱ দৰ্শকৰূপে থকাই জনছনৰ বাবে অধিক সমীচীন।

জনছনে এইবাৰো আগৰ দৰে বন্ধু-বান্ধৱৰ কথা মানি ললে; কিন্তু নিজৰ মতত অলৰ-অচৰ হৈ থাকিল। তেওঁ এজন বিশেষ প্ৰতিপত্তিশালী লোকক কৈছিল "আপোনালোকে যি কৈছে সঁচাকৈয়ে তাক পালন কৰিবলৈ মই অসমৰ্থ।" এৰেঁই জনছনক চিনেটত সাৰ্থক আৰু অসাৰ্থক উভয় প্ৰতিদ্বন্দ্বিতাতে সমৰ্থন জনাইছিল। আকৌ তেওঁ কৈছিল—"এইটো উচিত নহব আৰু এইটো সমীচীন হব বুলিও মই নাভাবোঁ। টেক্সাচ আৰু দক্ষিণাঞ্চলৰ ৰাজ্যবোৰ আৰু সমগ্ৰ জাতিৰ বাবেই ডেমোক্ৰেটিক পাৰ্টিকেই মই শ্ৰেষ্ঠ বুলি ভাবোঁ। এইটো মোৰ দৃঢ় বিশ্বাস আৰু মই মোৰ বিশ্বাসৰ বিৰুদ্ধে যাব নোৱাৰো।"

সমৰ্থক হিচাপে আৰু ব্যক্তিগত বন্ধু হিচাপেও জনছনে তেওঁক আৰু নাপালে। এই উভয় ক্ষতিত তেওঁ দুখিত হ'ল আৰু বন্ধুজনে অকৃতজ্ঞতাৰ অভিযোগ অনা শুনি তেওঁ মৰ্মান্তিক আঘাত পালে, কিন্তু কোন পন্থা অৱলম্বন কৰিব সেই বিষয়ে তেওঁৰ কোনো সন্দেহ ওপজা নাছিল।

ডেমোক্ৰেটিক পাৰ্টিৰ নিয়মানুসাৰে ৰাজ্য-শাখাবোৰে আইছেনহাৱাৰক সমৰ্থন জনাইছিল। ডাল্লাচত প্ৰধান কাৰ্যালয় স্থাপন কৰি ৰেবাৰ্ণে এক বিশেষ ষ্টিভেনছন-স্পাকমেন নিৰ্বাচনী কমিটি গঠন কৰে। ডেমোক্ৰেটিক পাৰ্টিৰ ভালেমান নেতাই দেখাদেখিকৈয়ে আঁতৰি থাকিল। জনছনো সেই কমিটিত নাছিল। ১৯৫২ চনৰ শেষছোৱাত সম্ভৱতঃ তেওঁ আৰু ৰেবাৰ্ণে খুব ঘনিষ্টভাৱে কাম কৰিছিল। ৰেবাৰ্ণে পিছত মন্তব্য কৰিছিল, "সেই প্ৰচাৰ কাৰ্যত মই যি যি কৈছিলোঁ লিণ্ডনে সেই আটাইবোৰকে কৰিছিল।"

ডেমোক্ৰেটিক পাৰ্টীৰ হকে জনছনে ভালেমান গৰম গৰম বক্তৃতা দিছিল। এবাৰ তেওঁ তিনদিনৰ ভিতৰত কুৰিটাৰো অধিক বক্তৃতা দিছিল। এডলাই ষ্টিভেনছন টেক্সাচলৈ অহা সময়ত জনছনে তেওঁক পৰিচয় কৰাই দিয়ে আৰু ডেমোক্ৰেটিক দলৰ প্ৰাৰ্থীক লগত লৈ এখন স্পেচিয়েল গাড়ীৰে সমগ্ৰ টেক্সাচ ৰাজ্য পৰিভ্ৰমণ কৰি প্ৰচাৰ কাৰ্য চলাবলৈ ধৰে।

ভাইচ প্রেচিডেন্ট বাৰ্কলীয়ে ডেমোক্ৰেটিক পাৰ্টীক সমৰ্থন জনাই টেক্সাচৰ জনসাধাৰণক ভাষণ দিবলৈ অষ্টিনলৈ অহা সময়ত জনছনে আদৰণি ভাষণ দিছিল। ৰাজ্যব্যাপী বেতাৰ ভাষণত যুক্তি দেখুৱাই তেওঁ কৈছিল কি কাৰণত তেওঁ ডেমোক্ৰেটিক পাৰ্টীক সমৰ্থন জনাবলৈ ইচ্ছুক।

তেওঁৰ মতে এই নিৰ্বাচনত দুটা প্ৰধান বিষয় জৰিত আছিল: "আমাৰ জনসাধাৰণৰ সমৃদ্ধি" আৰু "আমাৰ বাবে বিশ্ব-শান্তি"। তেওঁ অভিযোগ তুলিলে যে ৰিপাব্লিকানবোৰে বিচাৰে মাৰ্কিন জনসাধাৰণে ইয়াৰ প্ৰতি অবজ্ঞা দেখুৱাওক। জনছনে ঘোষণা কৰিলে—"মই এই দুটা বিষয়ৰ প্ৰতি অবজ্ঞা দেখুৱাব নোৱাৰোঁ।"

এই দুই বিষয়ৰ প্ৰতি তেওঁৰ মনোভাৱ সহজ ভাষাত ব্যক্ত কৰিলে। তেওঁ যি কৈছে তাক সৰ্বান্তঃকৰণে বিশ্বাস কৰে আৰু পৰিণাম যিয়ে নহ'ক, ভাল বা বেয়া যিয়ে নহ'ক, তেওঁ সেই কথা নিৰ্বিবাদে স্বীকাৰ কৰিবলৈ ভয় নকৰে। এইটো তেওঁৰ ভীষণ তেজী বক্তৃতা।

নিৰ্বাচনত টেক্সাচেও আইচেনহাৱাৰকে সংখ্যাগৰিষ্ঠতা দানত জাতিৰ লগত হাত মিলায়। জনছনে কেৱল মাত্ৰ কৈছিল, "আমি এজন নতুন নেতা পালোঁ। তেওঁক নিৰ্বাচিত কৰাৰ বুদ্ধিৰ বিষয়ে বিচাৰ নকৰোঁ, তেৱেঁই আমাৰ নেতা।"

আনফালে আৰিজোনাত চিনেটৰ ডেমোক্ৰেটিক পাৰ্টীৰ নেতা মেকফাৰ্লেণ্ড পৰাজিত হ'ল। ডেমোক্ৰেটিক চিনেটৰৰ সংখ্যা কমিল আৰু ৰিপাব্লিকান সদস্যৰ লগত ব্যৱধান খুব সামান্য আছিল যদিও ডেমোক্ৰেটিক পাৰ্টী চিনেটত সংখ্যালঘু পাৰ্টীৰূপে প্ৰতীয়মান হ'ল। ১৯৫৩ চনৰ জানুৱাৰীত ডেমোক্ৰেটিক পাৰ্টীৰ চিনেটৰসকলৰ অধিবেশনৰ আগতে জনছনকে সৰ্ব সম্মতিক্ৰমে সংখ্যালঘু পাৰ্টীৰ নেতা নিৰ্বাচিত কৰে।

জনছনৰ বয়স তেতিয়া মাত্ৰ চৌৰাল্লিশ। ইয়াৰ আগতে এই বয়সত কোনোৱেই পাৰ্টীৰ নেতাৰূপে নিৰ্বাচিত হোৱা নাছিল। দেশৰ সকলো ৰাজনৈতিক পৰ্যবেশকে একবাক্যে স্বীকাৰ কৰিছে যে জনছনে তেওঁৰ যোগ্য মৰ্যাদা লাভ কৰিছে।

**ন:**

কেৱল কম সংখ্যক ৰাজনৈতিক বিচক্ষণ পৰ্যবেক্ষকেই ভবিষ্যৎবাণী কৰা নাছিল যে কংগ্ৰেছৰ ৮৩ তম অধিবেশনত চিনেটত সংখ্যালঘিষ্ঠ দলৰ নেতা হিচাপে জনছনে কেৱল ৰাজনৈতিক দেউলিয়াত্বৰ বোজাকে কান পাতি লোৱাৰ বাহিৰে আন আৰু একো নকৰে।

তেওঁলোকৰ এনেকুৱা বিলাসৰ ডাঙৰ যুক্তিসম্মত কাৰণ আছিল। ডেমোক্ৰেটিক পাৰ্টি তেতিয়া বিশৃঙ্খল, ঋণগ্ৰস্ত আৰু উপযুক্ত নেতৃত্বহীন; পাৰ্টিৰ উত্তৰ আৰু দক্ষিণ শাখাৰ মাজত দীৰ্ঘদিন ব্যাপি চলি-অহা বিৰোধ। যোৱা নিৰ্বাচনত পাৰ্টিৰ ত্ৰুটিপূৰ্ণ প্ৰচাৰ অভিযান আৰু নিদাৰুণ ব্যৰ্থতাই পাৰ্টিৰ বিৰাট অসন্তোষৰ সৃষ্টি কৰিছিল।

"উইল ৰোজাৰ্ছৰ এটা বহু ঠাইত উল্লেখিত মন্তব্য হ'ল: "মই কোনো সঙ্ঘবদ্ধ ৰাজনৈতিক পাৰ্টিৰেই সদস্য নহওঁ। মই এজন ডেমোক্ৰেট।" ১৯৫৩ চনৰ আৰম্ভণিতে এইবোৰ কথা প্ৰযোজ্য হৈ পৰিল, তাৰ আগতে তিমানখিনি নাছিল। ৰাজনৈতিক বিশেষজ্ঞসকলে চচমাৰ ভিতৰৰপৰা কুটিল দৃষ্টি নিক্ষেপ কৰিলে আৰু পৰাজিত পাৰ্টিৰ আধিপত্য লৈ উত্তৰ আৰু দক্ষিণ পাৰ্টিয়ে আৰু দুবছৰ কাজিয়া কৰি কটাব বুলি ধৰি ললে।

সংখ্যালঘিষ্ঠসকলৰ নেতৃত্বৰ বাবে জনছনৰ নিৰ্বাচন সৰ্বসম্মতিক্ৰমেই হৈছিল যদিও চিনেট সদস্যসকলৰ এক তৃতীয়াংশ সদস্যৰ আন্তৰিক সমৰ্থন তেওঁ পোৱা নাছিল। জনছনে নিজেও বুজিছিল যে "উদাৰপন্থী ব্লকৰ" সদস্যসকলে তেওঁক ভয় কৰিছিল।

তেওঁ স্বীকাৰ কৰাৰ উপৰিও মাজে সময়ে পৰিস্থিতি সম্পৰ্কে বক্ৰ মন্তব্য দিবলৈ গৈ কৈছিল যে টেক্সাচৰ অনেকেই তেওঁক এজন কমিউনিষ্টতকৈ ভাল বুলি নাভাবে আৰু ৱাছিংটনৰ ভালেমান লোকেই বিশ্বাস কৰে যে তেওঁ এজন ডিক্সিক্ৰেট। সম্মুখত যি বাধা প্ৰতিবন্ধক আছে সেই বিষয়ে তেও নিজক কেতিয়াও প্ৰতাৰণা কৰিবলৈ চোৱা নাই—ঠিক সেইদৰে তেওঁৰ

ডেমোক্রেটিক পার্টিৰ দুৰৱস্থাৰ মাজত কোনো ভূমিকা লোৱাবো তেওঁৰ ইচ্ছা নাছিল।

কংগ্ৰেছত ৰিপাব্লিকান পার্টিৰ প্ৰাৰ্থীয়ে আইচেনহাৱাৰৰ সম্পূৰ্ণ বিজয়ৰ পূৰ্ণভাগ লব পৰা নাই। ৮৩ তম কংগ্ৰেছৰ প্ৰথম অধিবেশনত ৪৮ জন ৰিপাব্লিকান সদস্য, এজন স্বতন্ত্ৰ সদস্য (ওৰগণৰ বেন মৰ্ছ, তেওঁ ঘোষণা কৰিছিল যে তেওঁ ৰিপাব্লিকানৰ লগত সম্পৰ্ক ছেদ কৰিছে যদিও চিনেটত সেই পার্টিৰ বাবেই ভোট দিব) আৰু ৪৭ জন ডেমোক্রেটিক সদস্যৰদ্বাৰা চিনেট গঠিত হ'ল।

সংখ্যাৰ ফালৰপৰা এই প্ৰায় সম-সংখ্যক অৱস্থাটো আক্ষৰিক অৰ্থত গ্ৰহণ কৰা নাযায়। ডেমোক্রেটিক পার্টিৰ সদস্যসকলৰ মাজত জাতীয় বিষয়বোৰ লৈ মতামত আৰু তাৰ সন্মুখীন হোৱা সম্পৰ্কে মতানৈক্যৰ পৰিসৰ আছিল বিৰাট। বোধহয় জনছনৰ বাহিৰে আন কোনোৱেই আশাকৰা নাছিল যে এনেকুৱা এটা সময় আহিব যেতিয়া এটা কথাৰ বাবে ৪৭ জন সদস্যই একযোগে ভোট দিব।

জনছনে পৰৱৰ্তী এক ঘোষণাত ডেমোক্রেটিক পার্টিৰ কাভিয়া-প্ৰিয় গোষ্ঠীৰ সদস্যসকলৰ কোনো কোনো বিষয়ত ভয় বাঢ়িছে গৈছিল। তেওঁ কৈছিল যে তেওঁ থকালৈকে ডেমোক্রেটিক পার্টিয়ে চৰকাৰৰ কোনো প্ৰস্তাৱৰ বিৰুদ্ধে কেৱল বিৰোধিতা কৰিবৰ কাৰণেই ভোট নিদিয়ে। নতুন কংগ্ৰেছত চিনেটৰ সংখ্যাগৰিষ্ঠদলৰ নেতা ৰবাৰ্ট এ. টাফ্‌টে আগতে কেৱল এইবুলি মন্তব্য দিছিল, "কেৱল বিৰোধিতা কৰাই বিৰুদ্ধদলৰ কাম" বোলা কথা-ষাৰত জনছনৰ দৃঢ় অসমৰ্থন আছে।

বিৰোধী দলৰ ভূমিকা ঠিক সেয়েই নহয় বুলি জনছনে মন্তব্য কৰিলে; "সংখ্যাগৰিষ্ঠ দলৰ কামৰ অন্তৰায় সৃষ্টিয়েই কাম নহয়—মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জনসাধাৰণৰ সমস্যাৰ সমাধানত সহায়ক হব এনেকুৱা ব্যৱস্থা গ্ৰহণত চৰকাৰক সহায় কৰাহে বিৰোধীদলৰ কাম।"

সহকৰ্মী আৰু দেশবাসীক সোঁৱৰাই দিলে; "কোনো ৰাজনৈতিক পার্টিৰ সদস্য হোৱাৰ আগতে আমি মাৰ্কিন নাগৰিক। চিনেটত সংখ্যা লঘিষ্ঠ দল হিচাপে আমি ডেমোক্রেটিকসকলে জাতীয় স্বাৰ্থকেই পার্টিৰ মনোভাৱৰ ওপৰত স্থান দিম। শাসকগোষ্ঠীৰ কোনো প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈ যদি আমাৰ বিবেকে কয় তেনেহলে আমাৰ বিৰোধিতা হব

সম্পূর্ণনীতিনির্ভৰ আৰু আমি সম্পূর্ণ নিয়মতান্ত্রিকভাবেই তাক প্ৰকাশ কৰিম।"

বছৰৰ আদিভাগত নিউইয়ৰ্কত জেফাৰছন জেকছন দিবস উপলক্ষে আয়োজন কৰা ভোজ সভাত এক ভাষণ দিওঁতে ৰাজনীতিত সংখ্যালঘিষ্ঠ দলৰ উপযুক্ত ভূমিকা সম্পৰ্কে তেওঁ বিস্তাৰিতভাৱে বৰ্ণনা দিছিল। কথাৰ মহলা মেলি তেওঁ জীৱন দুৰ্বহ কৰাৰ চেষ্টা কৰা নাছিল। তেওঁৰ আবেদন হ'ল চিন্তাশীল মনৰ ওচৰত, আবেগপ্ৰৱণতাৰ ওচৰত নহয়।

"সংখ্যালঘিষ্ঠ দলৰ দুটা পথৰ দ্বাৰ খোলা" নিউইয়ৰ্কৰ ডেমোক্ৰেট সদস্য সকলক তেওঁ কৈছিল: "দলীয় ৰাজনীতিৰ প্ৰতি যি আসক্ত হব পাৰে নাইবা দায়িত্বশীল ৰাজনীতিৰ প্ৰতি সি সত্যনিষ্ঠ হব পাৰে।

"প্ৰথমটো পথ দুৰ্বলৰ বাবে শোভনীয়; কিন্তু শেষত গৈ মাৰ্কিন জনসাধাৰণৰ ওচৰত সি নাকচ হব। দ্বিতীয়টো পথ কঠিন; কিন্তু এই পথেৰেই আমি মাৰ্কিন জনসাধাৰণক উপযুক্ত নেতৃত্ব দিব পাৰোঁ।

"দায়িত্বশীল ৰাজনীতিতেই আমি আমাৰ শক্তি উছৰ্গা কৰিম—আমাৰ দেশ নাবাঁচিলে আমিও নাবাচোঁ; এই উপলব্ধিৰ ওপৰতেই এই ৰাজনীতিৰ ভিত্তি-স্থাপন। এই চিন্তাক ধ্ৰুবতৰা কৰি নললে কোনো পথেৰেই আমি সাফল্য-লাভ কৰিব নোৱাৰিম।"

আনহাতে চিনেটৰ ডেমোক্ৰেটিক সদস্যসকলৰ মাজত জনছনে ল'ৰা-কালতে পিতাকৰপৰা পোৱা এটা অভিমত কাৰ্যকৰী কৰাৰ প্ৰচেষ্টাত লাগিল। তেওঁৰ পিতাকে কৈছিল: "আপদ কালত পাৰিবাৰিক সদস্য সকলৰ সম্পৰ্ক আৰু বেছি ঘনিষ্ঠতৰ হৈ পৰে।" পাৰ্টীৰ সকলো সদস্যৰে মধ্যস্থৰূপে থকা বাবে তেওঁ ভালদৰে সেই কথা বুজাব পাৰিছিল। তেওঁ-লোকক একমত কৰাৰ কাৰণে আৰু ঐক্যবদ্ধ কৰাৰ কাৰণে তেওঁ সেই সুযোগ গ্ৰহণৰ প্ৰতি সচেষ্ট হ'ল।

প্ৰথমে তেওঁ জোৰকৈয়ে প্ৰমাণ কৰিলে যে চিৰাচৰিত প্ৰথাৰ প্ৰতি উপযুক্ত শ্ৰদ্ধা দেখুৱা সত্বেও চিনেটৰ প্ৰচলিত প্ৰথাৰপৰা বিচ্যুত হবলৈ তেওঁ ভয় নকৰে। চিনেটৰ গুৰুত্বপূৰ্ণ কামত প্ৰবীণ সদস্যসকলক স্থান দিয়া প্ৰথা চলি আহিছিল; কিন্তু অধিবেশনৰ আৰম্ভণিতে দায়িত্ব লোৱাৰ পিছতেই জনছনে কেইজনমান পুৰণি ডেমোক্ৰেটিক সদস্যক বিভিন্ন দায়িত্ব গ্ৰহণৰপৰা বিৰত ৰাখিবলৈ সক্ষম হৈছিল। ফলত ১৯৫২ চনৰ নিৰ্বাচনত জাতীয়

ভিত্তিত পৰাজয় হোৱা সত্ত্বেও ডেমোক্ৰেটিক পাৰ্টীৰ নতুন সদস্য কেজনমানক বিভিন্ন কমিটিৰ উচ্চ পদত নিয়োগ কৰিবলৈ বাধ্য হৈছিল।

কোনো কোনো প্ৰবীণ সদস্যই জনচনৰ এই নীতিৰ প্ৰতিবাদ কৰিছিল। তেওঁলোকক জনছনে ল'ৰাকালতে শিকা সেই গল্পটোৰ কথা শুনাইছিল।

তেওঁ কৈছিল যে তেওঁৰ চিনাকি ল'ৰা এটাই ওচৰৰ নগৰলৈ গৈ ব্যৰ্থ হৈ ঘূৰি আহি পিতাকক কৈছিল "মোৰ দুয়োজন ভাই ঠুঠাইলৈ গ'ল, অথচ মইহে একেঠাইতে ৰলোঁ।" জনছনে কৈছিল যে য'ত কাৰ্যক্ৰম নতুন সদস্যই চিনেটৰ পাছত টোপনিয়াই কটায় সেই সময়ত পুৰণি চিনেটৰকে গুৰুত্বপূৰ্ণ কেবাটাও কমিটিৰ সদস্য নিয়োগ কৰাৰ যুক্তি নাই।

জনছনৰ এই ব্যৱস্থাৰ ফলত ডেমোক্ৰেটিক পাৰ্টীৰ যি কোনো সদস্যই এটা কমিটিৰ সদস্য হোৱাৰ সুযোগ পালে। দুই এটা ব্যতিক্ৰম ভিন্ন আটায়ে ইয়াত সন্তুষ্ট হৈছিল। নতুন সদস্যসকলে সন্তুষ্টি লাভ কৰিছিল। ডেমোক্ৰেটিক পাৰ্টীৰ সদস্যৰ মাজত ঐক্যস্থাপনত জনছনৰ এই ভূমিকা গুৰুত্বপূৰ্ণ। কিয়নো নতুন সদস্যৰ মাজত এনেকুৱা সদস্যও আছিল যি সকলে জনছনক পৰিষদৰ দলীয় নেতা হোৱা পছন্দ কৰা নাছিল।

অলপ দিনৰ ভিতৰতে চিৰাচৰিত প্ৰথানুসৰি কমিটিৰ সদস্যভুক্ত হোৱাৰ যোগ্যতা থকা পুৰণি সদস্যসকলে জনছনক সমালোচনা কৰিবলৈ এৰি অভিনন্দন জনাবলৈ ধৰিলে, এই নতুন কমিটি গঠনৰ কাৰণে। বিশেষকৈ জনছনৰ নিপুণ পৰিচালনাত কাম কৰি যাওঁতে ৰক্ষণশীল সদস্যসকলেও দেখিবলৈ পালে যে উদাৰনৈতিকসকলক তেওঁলোকে যে বেছি ৰকমে বিপ্লৱী বুলি ভাবিছিল সেই কথা সঁচা নহয়। আনহাতে উদাৰপন্থীসকলে বুজিব পাৰিলে যে ৰক্ষণশীল দলৰ আদৰ্শ সম্পৰ্কে তেওঁলোকে যি মত পোষণ কৰিছিল সিয়ো একেবাৰে সঁচা নহয়।

জনৈক ৰক্ষণশীল সদস্যৰ মন্তব্যৰপৰা জনছনৰ প্ৰতি এই পৰিস্থিতি বিশেষভাবে প্ৰকাশ পাইছিল। তেওঁ এই মন্তব্য কৰিছিল জনৈক "যুদ্ধং দেহি" মনোভাবাপন্ন ডেকা উদাৰনৈতিকৰ প্ৰতি। সেই সদস্যজনে কৈছিল "লিণ্ডণ, মই কোনো দিনে বুজিব নোৱাৰিম কেনেকৈ যে তুমি তেওঁৰ প্ৰতি মোৰ আদৰ স্নেহ আদায় কৰিলা?"

ইমানদিনে পৰস্পৰৰ প্ৰতি বিদ্বেষ ভাব পোষণকাৰী ডেমোক্ৰেটিক সদস্য সকলে মিলিতভাৱে কাম কৰাৰ সুযোগ-সুবিধা উপলব্ধি কৰিব পাৰিলে।

তেওঁলোকে, চিনেটত এনেকুৱা বিষয়বোৰৰ সন্ধানত লাগি গ'ল যিবোৰ বিষয়ত তেওঁলোকৰ মতানৈক্যৰ পৰিবৰ্তে মতৈক্য প্ৰতিষ্ঠাৰেই সম্ভাৱনা অধিক। ইফালে জনছনৰ নেতৃত্বত চিনেটত ডেমোক্ৰেটিক সদস্যৰ মাজত ঐক্যভাৱৰ সূত্ৰপাত হোৱাত সংখ্যাগৰিষ্ঠ দলৰ সদস্যৰ মাজতো অনৈক্যৰ ভাব হ্ৰাস পাবলৈ ধৰিলে।

৮৩ তম কংগ্ৰেছৰ অধিবেশনৰ প্ৰথমৰ পিনে এইটো প্ৰতীয়মান হৈ পৰিল যে কংগ্ৰেছত ৰিপাব্লিকান সদস্যই শাসক গোষ্ঠীৰদ্বাৰা উথাপিত প্ৰস্তাৱবোৰৰ বিৰোধিতা কৰাৰ যি আগ্ৰহ, তাক ত্যাগ কৰিবলৈ অক্ষম হৈ পৰিল। হোৱাইট হাউচৰ মূল কৰ্তা যে এজন ৰিপাব্লিকান সদস্য সেই কথাটোৰো সিইঁতৰ বিশেষ একো যেনেই লগা নাছিল। প্ৰেচিডেণ্টে যেতিয়া "নহয়" বুলিব সিইঁতে "হয়" বুলিব আৰু প্ৰেচিডেণ্টে যেতিয়া "দয়া কৰি" বুলিব সিইঁতে "নহয়" বুলি কোৱাতেই বহুদিনৰেপৰা অভ্যস্ত হৈ আছিল। এই অভ্যাসৰ সালসলনি ঘটোৱা সিইঁতৰ পক্ষে টান হৈ পৰিল।

আইচেনহাৱাৰে যেতিয়া চৰকাৰ পুনৰ্গঠনৰ বিষয়ে প্ৰেচিডেণ্টৰ ওপৰত দিয়া ক্ষমতা পুনৰ্বাৰ অনুমোদনৰ বাবে প্ৰস্তাৱ কৰিলে তেতিয়া এই অৱস্থাটো স্পষ্ট হৈ উঠিল। তদুপৰি আন্তৰ্জাতিক চুক্তিসমূহত কমিউনিষ্টৰ অনাস্থাৰ প্ৰতি নিন্দাবাদ প্ৰস্তাৱত, পাৰস্পৰিক বাণিজ্য আইন সম্প্ৰসাৰণৰ আবেদনত আৰু দ্বিতীয়বাৰৰ বাবে তেওঁ যেতিয়া প্ৰশাসন বিভাগৰ পাৰস্পৰিক নিৰাপত্তা বিলখন কংগ্ৰেছলৈ পঠায় তেতিয়া এই অৱস্থা স্পষ্টভাৱে প্ৰকাশ পাইছিল।

চৰকাৰক উল্লিখিত আৰু অন্যান্য নানা বিষয়ত সমৰ্থন জনাই জনছনে চূড়ান্তভাৱে প্ৰমাণ কৰি দেখুৱালে যে "দায়িত্বৰ ৰাজনীতি" বিষয়ে এয়ে হ'ল তেওঁৰ কথাৰ আচল তাৎপৰ্য।

জনছনে এবাৰ বিদ্ৰূপাত্মক মন্তব্য কৰি কৈছিল, "ৰিপাব্লিকান পাৰ্টী সমৰ্থনৰ বাহিৰেও প্ৰেচিডেণ্টে দেশৰ কল্যাণাৰ্থে আৰু কিছু কৰিব পাৰে— সেই কথা ভাবি তেওঁ নিশ্চয় আচৰিত হব।" সেই সময়ত ছাম ৰেবাৰ্ণ প্ৰতিনিধি পৰিষদত সংখ্যাগৰিষ্ঠ দলৰ নেতাৰ পদত আছিল। তেওঁ কৈছিল—"আমাৰ পূৰ্ববৰ্তী যি চৰকাৰ আছিল তাতকৈ বৰ্তমান চৰকাৰৰ আৰু বেছি দলনিৰপেক্ষ সমৰ্থন পোৱা দৰ্কাৰ।" জনছন আৰু ৰেবাৰ্ণে যিমানদূৰ সম্ভৱ ন্যায়সঙ্গতভাৱে এনেকুৱা সাহায্যদান কৰিছিল। আৰু

ৰ'ত প্ৰসাশনীয় বিভাগৰ বিৰোধিতা কৰা নিতান্ত প্ৰয়োজন তাত ব্যৰ্থহীন ভাৰাৰে বিৰোধিতা কৰিছিল।

চিনেটত ডেমোক্ৰেটিক সদস্যসকলক পৰিচালনা কৰিবলৈ গৈ জনছনে যত্নসহকাৰে কিছুমান নিয়ম পালন কৰি আহিছিল। তাৰ ভিতৰত বিশেষ গুৰুত্বপূৰ্ণ আছিল ৰাজনৈতিক ব্যুৎপত্তিৰ বিচাৰ নকৰি তাৎপৰ্য অনুসাৰে সহজে যি কোনো বিষয়ৰ বিবেচনাৰ সুযোগ দান। ব্যক্তিত্বৰ প্ৰভাৱ আৰু ব্যক্তিগত নিন্দা দৃঢ়তাৰে দূৰ কৰি ৰখা হৈছিল। জনছনৰ তৃতীয় পদ্ধতিটো আছিল জাতীয় নিৰাপত্তাৰ লগত জৰিত যি কোনো বিষয়ৰ প্ৰতি ডেমোক্ৰেটিক পাৰ্টীৰ সহযোগিতা।

এই ব্যৱস্থাবোৰৰ সুফল ফলিল। তেওঁৰ "দায়িত্বশীল ৰাজনীতি" দৰ্শনৰ ওপৰত ভিত্তি কৰি ডেমোক্ৰেটিক পাৰ্টীৰ এটা ৰেকৰ্ড প্ৰতিষ্ঠা কৰাত এইবোৰে তেওঁক সমৰ্থ কৰি তুলিছিল। তদুপৰি এই ব্যৱস্থাবোৰে ডেমোক্ৰেটিক পাৰ্টীৰ সদস্য কোনো তৰ্কমূলক প্ৰশ্নৰ সম্মুখীন হলে বিভিন্ন ফালে দৌৰাদৌৰি নকৰি একযোগে ফলপ্ৰসূভাৱে কাম কৰাৰ উত্তেজনাকৰ অভিজ্ঞতা দিছিল।

হোৱাইট হাউচত আইচেনহাৱাৰৰ নিচিনা এজন জনপ্ৰিয় লোকক লৈ এইটো আছিল এটা অভ্ৰান্ত ৰাজনৈতিক ৰণকৌশল। কিন্তু এইটো তাতকৈও বেছিহে আছিল। চৰকাৰৰ বিৰুদ্ধে চৰম বাধাদানেই যে মাৰ্কিন জনসাধাৰণৰ সেৱাত শ্ৰেষ্ঠতম উপায় নহয় সংখ্যাগৰিষ্ঠ দলৰ নেতা জনছনে কেৱল এই বিশ্বাসৰ কথাৰদ্বাৰাই নহয়, কামৰদ্বাৰাও প্ৰমাণ কৰিবলৈ সক্ষম হৈছিল।

স্বাভাবিকভাৱে তেওঁ সদায় প্ৰেচিডেন্টৰ যি কোনো প্ৰস্তাৱৰ লগত একমত হব পৰা নাছিল। যি লোকে নিজৰ দলৰ নামমাত্ৰ প্ৰধান কাৰ্যনিৰ্বাহক হবলৈ অস্বীকাৰ কৰিছিল তাৰ ওচৰত এইটো আশা কৰা অসম্ভৱ যে ৰিপাব্লিকান প্ৰেচিডেন্টৰ প্ৰতিটো প্ৰস্তাৱকে অন্ধভাৱে সমৰ্থন কৰিব।

জনছনে মাৰ্কিন সৈন্যবাহিনীৰ সংখ্যাহ্ৰাসৰ ঘোৰ বিৰোধিতা কৰে। আগতো তেওঁ ইয়াৰ বিৰুদ্ধে ঘোৰতৰ সংগ্ৰাম কৰি আহিছে। প্ৰশাসনিক বিভাগৰ ভূমিসংৰক্ষণ চাৰ্ভিচৰ কামৰ পৰিসৰ সংকীৰ্ণ কৰাৰ উদ্যোগবো তেওঁ ঘোৰ বিৰোধিতা কৰে। কৃষিদপ্তৰৰ ছেক্ৰেটৰীক তেওঁৰ দপ্তৰ

পুনৰ্গঠন কৰাৰ বাবে অসীম ক্ষমতা দিবখোজা এটা পৰিকল্পনাৰ প্ৰতিও তেওঁ তীব্ৰ সমালোচনা কৰে।

প্ৰেচিডেণ্টৰ বিৰুদ্ধে বা সপক্ষেই হওক জনছনে চিনেটত ডেমোক্ৰেটিক সদস্যৰ বেছিভাগকে নিজৰ মতলৈ আনিব পাৰিছিল।

সংখ্যাগৰিষ্ঠ দলৰ নেতা হিচাপে তেওঁ প্ৰত্যেক চিনেট সদস্যৰ লগত ব্যক্তিগতভাৱে কাম কৰিব পাৰিছিল। চিনেট সদনত কোনো ৰকমৰ নিন্দাপূৰ্ণ বক্তৃতাকে তেওঁ প্ৰশ্ৰয় নিদিছিল। তেওঁৰ লগত মতানৈক্য হোৱা সদস্যসকলক তেওঁ প্ৰকাশ্যে বা গোপনে কবলাধীন কৰিবলৈ চেষ্টা কৰা নাছিল। তেওঁৰ নিজৰ বিচাৰবুদ্ধিৰ প্ৰতি আন কোনো চিনেটৰৰ যিমানে সন্দেহ নোপজক তেওঁ কিন্তু সেই সদস্যৰ অভিপ্ৰায় সম্পৰ্কে নিজে কোনো সন্দেহ প্ৰকাশ নকৰিছিল। সৰ্বোপৰি, ভিন্ন ভিন্ন লোকক তেওঁলোকৰ চিন্তা ক্ষেত্ৰত কেনেভাৱে একমতাৱলম্বী কৰা যায় সেই বিষয়ে তেওঁৰ ইমান দিনৰ অভিজ্ঞতাক কাজত লগাবলৈ বৰ যত্ন কৰিছিল।

তেওঁৰ বন্ধু ডিক ৰাছেলৰ সেই সময়ৰ এটা মন্তব্যত জনছনৰ গুণৰাজি চমৎকাৰভাৱে প্ৰকাশ পাইছিল। তেওঁ কৈছিল: "চিনেটত ডেমোক্ৰেটিক পাৰ্টীৰ ভিতৰত তেৱেঁই সৰ্বশ্ৰেষ্ঠ মনৰ অধিকাৰী নাছিল, সৰ্বশ্ৰেষ্ঠ বাগ্মীও নাছিল, তেৱেঁই পাৰ্লামেণ্টৰ নিয়মপদ্ধতি ইত্যাদি বিষয়ত আটাইতকৈ বেছি অভিজ্ঞ ব্যক্তিও নাছিল; কিন্তু এই সমস্ত গুণৰাজিৰ আটাইতকৈ বেছি পৰিমাণে সমন্বয় ঘটিছিল তেওঁৰ মাজতেই।"

চিনেটত ৰিপাব্লিকান সদস্যসকলৰ অধিকাংশৰ লগতে জনছনৰ চমৎকাৰ হৃদ্যতাপূৰ্ণ সম্পৰ্ক আছিল। তেওঁলোকে জনছনক ভাল পাইছিল আৰু তেৱোঁ সিবিলাকৰ আন্তৰিকতাপূৰ্ণ আহ্বানত আগবাঢ়ি আহিছিল। পৰস্পৰ বিৰোধী দলৰ সদস্য হোৱা সত্ত্বেও জনছন আৰু সংখ্যাগৰিষ্ঠ দলৰ নেতা টাফ্ট পৰস্পৰে পৰস্পৰক শ্ৰদ্ধাৰ চকুৰে চাইছিল আৰু তেওঁলোকৰ উভয়ৰ মাজৰ সম্পৰ্কও আছিল যথেষ্ট আন্তৰিকতাপূৰ্ণ।

এই বন্ধুত্বপূৰ্ণ সম্পৰ্ক আছিল বিশেষ তাৎপৰ্যপূৰ্ণ। বাহ্যিকভাৱে এওঁলোক দুজনৰ মাজত স্বৰ্গমৰ্ত্ত্য পাৰ্থক্য আছিল। জনছন আছিল সঙ্গীপ্ৰিয়, ভাবপ্ৰৱণ, বুজাই মিলাই আনক নিজৰ মতলৈ আনিবপৰা ক্ষমতাসম্পন্ন উৎসাহ আৰু কৰ্মশক্তিত ভৰপূৰ ব্যক্তি। আনহাতে টাফ্ট আছিল নিৰুৎসাহী, পলায়নমনোবৃত্তি সম্পন্ন আৰু প্ৰায়ে কৌশলবৰ্জিত

ব্যক্তি। ওহিওৰ এই সদস্যজনৰ বিষয়ে উইলিয়াম এচ. হোৱাইটে তেওঁৰ গভীৰদৃষ্টি সম্পন্ন পুথিত লিখি গৈছে যে কৰ্তব্য সম্পাদনত টাফ্টৰ ৰীতি-নীতি ইমান সাধাৰণ আছিল যে তেওঁক গতানুগতিকভাৱে "কোনো দেৱালত গজাল মৰা"ৰ লগত তুলনা কৰিব পাৰি। হোৱাইটে নিৰ্ভুল ভাবে কৈ গৈছে যে জনতাৰ লোক হিচাপে টাফ্টৰ বিশেষ গুণবোৰৰ অভাব আছিল যিবোৰ গুণ জনছনৰ গাত প্ৰচুৰ পৰিমাণে আছিল।

তথাপি উভয়ে অন্তৰঙ্গ পৰিবেশৰ মাজত কেৱল চৰকাৰী দায়িত্বকে সম্পাদন কৰা নাছিল, পাৰস্পৰিক বন্ধুত্বৰপৰাও যথেষ্ট আনন্দ উপভোগ কৰিছিল। চিনেটত দুয়ো পাৰ্টিৰ নেতৃত্ব গ্ৰহণ কৰাৰ পিছত উভয়ৰ মাজত সেই সম্পৰ্ক গঢ়ি উঠিছিল। তাৰ আগতে দুয়ো দুয়োকো ভালকৈ চিনিকে পোৱা নাছিল।

১৯৫৩ চনৰ পৰিষদ অধিবেশনৰ আদিৰ পিনে তেওঁলোকে পৰস্পৰক সঙ্কোচ সহকাৰে সম্বোধন কৰিছিল ; কিন্তু এই মনোভাব দীৰ্ঘদিন স্থায়ী নহ'ল। পৰৱৰ্তী কালত তেওঁলোকৰ মাজত আন যি কোনো সদস্যতকৈ বেছি ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। হোৱাইটে টাফ্ট সম্পৰ্কীয় পুথিত জনছনৰ বিষয়ে কবলৈ গৈ মন্তব্য দিছিল যে টাফ্ট চিনেটৰ যি কেইজন লোকৰ আগত সেও মানিব লগীয়া হৈছিল তাৰ ভিতৰত জনছন অন্যতম। চিনেটত দুয়োপাৰ্টীৰ নেতাৰ আসনৰ মাজত ব্যৱধান মাত্ৰ তিনি ফুট। এই ক্ষুদ্ৰ দূৰত্বত থাকিও পৰস্পৰে তীব্ৰ দৃষ্টি নিক্ষেপ কৰিছিল।

তথাপি তেওঁলোকৰ পৰস্পৰৰ প্ৰতি আছিল অসীম শ্ৰদ্ধা। তেওঁ-লোকৰ এজনে আনজনৰ নিষ্ঠাৰ প্ৰতি বিন্দুমাত্ৰও সন্দেহ পোষণ নকৰিছিল। উভয়ে মনেপ্ৰাণে চিনেটক ভাল পাইছিল আৰু যোগ্যতাসম্পন্ন বিৰোধীৰ মৰ্যাদাও দিছিল সমানভাৱেই। উদ্দেশ্যহীন, সময় অপচয়কাৰী তৰ্কবিতৰ্কৰ প্ৰতি দুজনৰেই আছিল অশ্ৰদ্ধা। জনছনে যাক বিদ্ৰূপ কৰি "এনেয়ে দেখা কৰিবলৈ অহা" বুলিছিল টাফ্টে তাকেই "বাজে কথা" আখ্যা দিছিল।

সুচাৰুৰূপে চিনেটৰ কাম চলাবলৈ হলে সংখ্যাগৰিষ্ঠ আৰু সংখ্যালঘিষ্ঠ উভয় দলৰ নেতাৰ মাজত সহযোগিতাৰ আৱশ্যক। জনছন আৰু টাফ্টৰ মাজত এই সহযোগিতা এহাতে যিদৰে তেওঁলোকৰ দায়িত্ব সম্পাদনৰ সহায়ক আছিল আনহাতে সেইদৰে পৰস্পৰৰ বাবে আছিল যথেষ্ট আনন্দদায়ক।

১৯৫৩ চনৰ গৰমৰ সময়ত টাফ্‌টৰ মৰ্মান্তিক মৃত্যুত জনছনে অশ্রুপূর্ণ নয়নেৰে দুঃখভাৰাক্রান্ত অন্তৰেৰে সৈতে চিনেটত থিয় হৈ কৈছিল: "তেওঁতকৈ সন্মানিত আন কোনো লোক কোনো পাৰ্টীৰ চিনেটৰ নেতা হিচাপে সেই আসনত বহা নাছিল। মোৰ জীৱনৰ অন্যতম বিশিষ্ট বন্ধু এগৰাকীক মই হেৰুৱালোঁ।

চিনেটত ডেমোক্রেট সদস্যৰ লগত কৰ্মব্যস্ত জীৱন যাপন কালত জনছনে তেওঁৰ নিৰ্বাচনী অঞ্চলৰ জনসাধাৰণৰ কথা কেনোদিনে পাহৰা নাছিল। চিনেটত ডেমোক্রেটিক পাৰ্টীৰ নেতা আৰু পদাধিকাৰ বলত ডেমোক্রেটিক নীতি নিৰ্ধাৰক কমিটিৰ চেয়াৰমেন হোৱা যথেষ্ট ডাঙৰ কাম। কিন্তু তেওঁ ভালদৰে জানিছিল যে তেওঁৰ নিৰ্বাচনী অঞ্চলৰ জনসাধাৰণেই তেওঁক চিনেটত ৰখাৰ মালিক।

জনছনে সেই জনসাধাৰণৰপৰা প্ৰতিদিনে প্ৰায় চাৰি পাঁচ শ খনকৈ চিঠি পাইছিল। তেওঁলোকৰ চিঠিত কোনো কাম কৰাৰ দাবী কৰা হৈছিল। চিনেটৰ সদস্য হিচাপে তেওঁ কি কৰিছিল সেইটো জনাই আছিল তেওঁৰ নিৰ্বাচনী অঞ্চলৰ জনসাধাৰণৰ প্ৰধান কাম।

সম্ভৱ অনুযায়ী জনছনে তেওঁলোকৰ দাবী পূৰণ কৰিছিল। যেতিয়া কোনো এটা কাম কৰা সম্ভৱ নহয় তেতিয়া তেওঁ তাৰ ব্যাখ্যা কৰিছিল আৰু তাৰ কোনো বিকল্প প্ৰস্তাৱ উত্থাপন কৰিছিল। প্ৰতিজন চিঠিৰ লিখকেই যাতে সোনকালে উত্তৰ পায় তাৰ তেওঁ বিশেষ যত্ন লৈছিল।

তেওঁৰ অফিচৰপৰা জনছনে টেক্সাচৰ বাতৰি কাকতৰ ৱাছিংটনস্থ সংবাদদাতাসকললৈ সদায়ে খবৰ-বাতৰিৰ যোগান ধৰিছিল। তেওঁ নিজৰ ৰাজ্যৰ কেইশখনমান সাপ্তাহিক কাগজলৈ নিয়মিতভাৱে নিউজ লেটাৰ পঠাইছিল। টেক্সাচৰ বেতাৰ কেন্দ্ৰবোৰত ব্যৱহাৰ কৰাৰ কাৰণে তেওঁ "ৰিপোৰ্ট টু দি পিপ্‌ল" শীৰ্ষক এটা অনুষ্ঠান আগধৰি ৰেকৰ্ড কৰি দিছিল।

চিনেটত অনাবৃষ্টি পীড়িত অঞ্চলৰ সাহায্যাৰ্থে, গ্ৰাম্য বিদ্যুৎ সৰবৰাহ সংস্থাৰ কাৰ্যসূচীৰ অঙ্গ হিচাপে গ্ৰামাঞ্চলত টেলিফোন দিয়াৰ বাবে, সামৰিক কৰ্মচাৰী আৰু ভূতপূৰ্ব সামৰিক কৰ্মচাৰীবোৰৰ সাহায্যাৰ্থে টেক্সাচৰ দীৰ্ঘস্থায়ী পানী সৰবৰাহ ব্যৱস্থাৰ উন্নয়নত কেন্দ্ৰীয় চৰকাৰৰ সাহায্য ইত্যাদি বিষয়ত আইন প্ৰণয়নত জোৰ সমৰ্থন জনাইছিল আৰু কোনো কোনো ক্ষেত্ৰত নিজেই উদ্যোগী হৈ তাৰ সূচনা কৰিছিল।

আইনৰ ক্ষেত্ৰত টেক্সাচৰ জনসাধাৰণে কি চায় আৰু তেওঁলোকৰ কি প্ৰয়োজন সেই কথা জনছনে ভালদৰে জানিছিল। টেক্সাচবাসীক সেইবোৰ দিয়াৰ বাবে তেওঁ অশেষ শ্ৰম কৰিছিল। ডেমোক্ৰেটিক পাৰ্টীত জনছনৰ দ্ৰুত উন্নতিয়ে টেক্সাচৰ বুৰঞ্জীত তেওঁক সৰ্বশ্ৰেষ্ঠ চিনেটৰ ৰূপে পৰিগণিত হোৱাত তেওঁৰ দৃঢ়তাক কোনোদিনে কমাব পৰা নাছিল।

এই কালছোৱাত জনছনে পূৰ্ববৰ্তী কালৰ যি কোনো সময়তকৈ অধিক শ্ৰম কৰিছিল। আক্ষৰিক কথাত তেওঁ মাজে মাজে প্ৰায় দৌৰি থকা অৱস্থাতে আছিল। এদিনাখনৰ এটা ঘটনাৰ উল্লেখ কৰি জনছনৰ ষ্টাফৰ এজন লোকে কৈছিল যে এদিন দুপৰীয়া সময়ত কেপিটেলৰ আন অংশলৈ এটা বেতাৰ অনুষ্ঠান ৰেকৰ্ড কৰিবলৈ জনছন আৰু তেওঁ উভয়ে একেলগে চিনেট অফিচৰপৰা বাহিৰ হৈছিল। সেই ঘৰটোৰ মাত্ৰ কেই ফুটমান আঁতৰত জনছনৰ গাড়ী ৰৈছিলগৈ ; কিন্তু সেই ক্ষুদ্ৰ দূৰত্বকণো তেওঁ প্ৰায় দৌৰি গৈহে পাৰ হৈছিল।

তেওঁৰ ঘৈণীয়েকে অভিযোগ আনিছিল—"লিণ্ডণে ইমান বেছি কাম কৰিছিল যেনিবা অহাকালি বুলি আৰু একোৱেই নাই।"

টেক্সাচৰ কেইখনমান বাতৰি কাকতৰ ৱাছিংটনস্থ সংবাদদাতা এলিজাবেথ কাৰ্পেণ্টাৰে সেই সময়ৰ সংখ্যালঘিষ্ঠ দলৰ নেতাৰ এদিনৰ জীৱন শীৰ্ষক এটা বৰ্ণনাত এই দৰে লিখিছিল: "জনছনৰ কৰ্মময় জীৱনৰ প্ৰতিটো দিন আৰম্ভ হয় পুৱা ছয় বজাৰপৰা। সেই সময়ত তেওঁ ৱাছিংটনৰ পুৱাৰ বাতৰি কাকত আৰু কংগ্ৰেছনেল ৰেকৰ্ড পঢ়ে—যিবোৰ তেওঁৰ দুৱাৰমুখত দি অহা হয়। দাড়ি কাটি, গা-পা ধুই তেওঁ অফিচলৈ যায় আৰু পুৱাৰ ষ্টাফ সদস্যসকলৰ কামৰ তদাৰক কৰে। সেই সময়ত চিঠিপত্ৰ খুলি তাৰ উত্তৰ দিয়াত মন দিয়ে। পুৱাৰ জা-জলপান খোৱাৰ আগতেই তেওঁ দুই তিনিজন চিনেটৰৰ লগত আলাপ-আলোচনাও কৰে।

"ন বজাৰ ঠিক দহ মিনিট আগতে চিনেটলৈ ডেমোক্ৰেটিক পাৰ্টিৰ নেতাক নিবলৈ অহা গাড়ীত উঠে। ড্ৰাইভাৰে সদায় তেওঁৰ বাবে 'নিউ ইয়ৰ্ক টাইমচ' যোগাৰ কৰি ৰাখে আৰু তেওঁ গাড়ীতেই সেইখন পঢ়ে।

"চাৰে ন বজাৰ কিছু আগতে তেওঁ অফিচ ঘৰ পায়গৈ আৰু প্ৰথমে অফিচ ষ্টাফৰ লগত অলপ পৰৰ বাবে আলাপ-আলোচনা কৰে। তাৰ পিছত টেক্সাচৰ দৰ্শনাভিলাষীসকলৰ লগত দেখা সাক্ষাত কৰে। চাৰে

নটাৰপৰা পৌণে বাৰটালৈকে তেওঁ বিনা দ্বিধাই সকলোৰে লগত দেখা-সাক্ষাত কৰে। তাৰপিছত তেওঁ চিনেটৰ চেম্বাৰলৈ বেগাবেগিকৈ যায়।

"কেতিয়াবা কেতিয়াবা আকৌ তেওঁ দুপৰীয়া খোৱাৰ কাৰণে কিছু সময় ছুটি লয়; কিন্তু তেওঁ কেপিটেল অফিচত খাদ্য পৰিবেশন কৰাটোহে পছন্দ কৰে। কাৰণ তেতিয়াহলে ডেমোক্ৰেটিক পাৰ্টিৰ অন্যান্য সদস্য-সকলৰ লগত একেলগে বহি খোৱাৰ সুযোগ পায়। জনছনৰ বাবে সময় নষ্ট কৰাটো ভীষণ অসহ্যকৰ কথা। সেয়ে তেওঁ যদি কৃষি সংক্ৰান্ত কোনো বিষয় লৈ ব্যস্ত হৈ থাকে তেনেহলে চিনেটৰ ৰাছেল, লুছিয়ানাৰ এলেন জে. এলেণ্ডাৰ আৰু নিউ মেক্সিকোৰ ক্লিনটন পি. এণ্ডাৰছনক একেলগে খাবলৈ মাতি আনে। তেওঁলোক আটায়ে কৃষি-বিশেষজ্ঞ। সেইটো যদি কোনো গৃহ সমস্যা হয় তেনেহলে হয়তো চাউথ কেৰোলিনৰ চিনেটৰ বাৰ্ণেট মেবেঙ্ক আৰু ইলিনৰ পল ডগলাচৰ লগত খাবলৈ বহে। সেইটো যদি বাজেট নাইবা অৰ্থনৈতিক সমস্যা হয় তেনেহলে তেওঁৰ খোৱাৰ টেবিলত থাকিব চিনেট সদস্য ভাৰ্জিনিয়াৰ হেৰী এফ. বিচাৰ্ড নাইঁবা জৰ্জিয়াৰ ৱাণ্টাৰ জৰ্জ। আকৌ প্ৰতিৰক্ষা সমস্যা মানেই চিনেট সদস্য ৰাছেল আৰু মিচৌৰীৰ ষ্টুৱাৰ্ট ছিমিংটন·····

"ছেক্ৰেটৰীসকলে প্ৰয়োজনীয় চিঠিপত্ৰ লগত লৈ আহি চিনেটতে জনছনক দেখা কৰে। তেওঁ সেইবোৰ পঢ়ে আৰু তাৰ উত্তৰ দিয়াৰ ব্যৱস্থা কৰে। পুনৰ টেক্সাচৰ যিবোৰ দৰ্শনাভিলাষীয়ে তেওঁৰ সাক্ষাত নাপায় সেইবোৰক অনা হয়। ক্লোককৰমত তেওঁ দুয়োপক্ষৰ অন্যান্য চিনেট সদস্যসকলৰ লগত নানা পৰামৰ্শ কৰে। কিয়নো তেওঁ বিশ্বাস কৰে যে সংখ্যাগৰিষ্ঠ দলৰ শ্ৰদ্ধা আৰু বিশ্বাস অৰ্জন কৰিব নোৱাৰিলে সংখ্যালঘিষ্ঠদলৰ কোনো নেতাৰেই কৃতকাৰ্যতা লাভ সম্ভৱ নহয়।

"চিনেটৰ অধিবেশন সাধাৰণতে ছটালৈকে বহে। শেষ হোৱাৰ পিছত তেওঁ অফিচমুখে ৰাওনা হয়। তাত তেওঁ আৰু চিঠি-পত্ৰৰ উত্তৰ লিখে; টেক্সাচৰ বাতৰি কাগতবোৰ পঢ়ে। ওৰে দিনটো থুপ খাই থকা টেলিফোনৰ তালিকামতে সেইবোৰ ঠাইলৈ টেলিফোন কৰে, পুনৰ সহকাৰীসকলক দিয়া কাজ-কামৰ উত্তৰোত্তৰ উন্নতিৰ প্ৰতি লক্ষ্য কৰে আৰু কেইজনমান সদস্যৰ লগত আলাপ-আলোচনাও কৰে। ঘৰলৈ অহাৰ আগতে তেওঁ আকৌ কথা পাতি পাতি ছাম ৰেবাৰ্ণৰ লগত কেপিটেল পায়গৈ। তেওঁ-

লোকৰ এই পৰ্যায়ৰ বৈঠকত সাধাৰণতে ডেমোক্ৰেটিক পাৰ্টীৰ মাজত ঘনিষ্ট সহযোগিতাৰ বিষয়ে আলাপ-আলোচনা হয়।

"তেওঁ ঘৰ পোৱাৰ সময়ত ৰাতি প্ৰায় আঠ বাজে। ৰাতি খোৱা-বোৱাৰ পিছত তেওঁ বিছনাৰ আশ্ৰয় লয় আৰু সান্ধ্যকাকত আৰু লগত লৈ অহা আন কাগজ-পত্ৰবোৰ পঢ়াত মন দিয়ে। সাধাৰণতে তেওঁ বিছনাৰ পৰা আৰু মুঠে, পঢ়া-শুনা কৰি সেই ভাবেই শুই পৰে।"

দিনৰ পাছত দিন আগবাঢ়ে।

৮৩ তম কংগ্ৰেছৰ প্ৰথম অধিবেশনৰ অন্ত পৰাত জনছনে তেওঁৰ কামৰ কাৰণে অত্যন্ত যুক্তিসঙ্গতভাৱেই কেইজনমান চিনেটৰৰপৰা অকুণ্ঠ প্ৰশংসা লাভ কৰে। তেওঁলোকে চিনেটত সংখ্যালঘু দলৰ নেতা হিচাপে জনছনৰ যোৱা সাতমাহৰ কাৰ্যাৱলী পৰ্যালোচনা কৰে।

টেনেছিৰ আলবাৰ্ট গোৰৰ বক্তৃতাৰ যোগেদি এই শ্ৰদ্ধা নিবেদন পৰ্বৰ সূচনা হয়। জনছনে প্ৰতিনিধি পৰিষদতো তেওঁৰ লগত একেলগে কাম কৰিছিল। গোৰ আছিল চিনেটৰ নৱাগত সদস্যবৰ্গৰ এজন। নৱাগত সদস্যসকলৰ বিভিন্ন গুৰুত্বপূৰ্ণ কমিটিৰ সদস্য নিয়োগ সংক্ৰান্ত জনছনৰ নীতিত তেওঁ বিশেষভাৱে উপকৃত হৈছিল। এই কামৰ বাবে তেওঁ জনছনৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি কৈছিল:

""পাৰ্টীৰ প্ৰভাৱশালী নেতা জনছনে দেশাত্মবোধক সদায়ে সংকীৰ্ণ দলীয় মনোভাৱৰ ওপৰত স্থান দিছিল। তেওঁৰ কাৰ্য-দক্ষতা আৰু নিষ্ঠায়েই পাৰ্টীৰ নেতা হিচাপে তেওঁৰ সাফল্যৰ কাৰণ বুলি মোৰ দৃঢ় বিশ্বাস। ময়ো তেওঁৰ পাৰ্টীৰে এজন চিনেটৰ। মই ডাঠি কব পাৰোঁ যে পাৰ্টীত ঐক্যপ্ৰতিষ্ঠাকাৰী হিচাপে তেওঁৰ কোনো তুলনা নাই। চিনেটৰ অধিবেশনৰ আৰম্ভণিতে আমি ডেমোক্ৰেট সদস্যবিলাক নানান গ্ৰুপত বিভক্ত আছিলোঁ, কিন্তু অধিবেশনৰ শেষলৈ আমি পূৰামাত্ৰাই ঐক্যবদ্ধ।"

চিনেটত আটাইতকৈ প্ৰবীণ ব্যক্তি ৰোড আইলেণ্ডৰ গ্ৰীণেও চিনেটত কনিষ্ঠতম সদস্য গোৰৰ লগতে সুৰ মিলাইছিল। চিনেটত ডেকা সদস্য-সকলৰ প্ৰতি জনছনে যি আদৰ আৰু স্নেহপূৰ্ণ যত্ন দেখুৱাইছিল গ্ৰীণে সেই কথাৰ উল্লেখ কৰি কৈছিল: "জনছনে প্ৰাচীন সদস্যসকলৰ প্ৰতি যি সুবিবেচনাৰ পৰিচয় দিছিল মই তাৰ বাবে কৃতজ্ঞ। তেওঁ যে পুৰণি সদস্যক ভুলবুজাতকৈ ঠিকবুজাৰ প্ৰতিহে দৃষ্টি ৰাখিছিল জনছনে তাৰ

যথেষ্ট প্ৰমাণ দি গৈছে। প্ৰাচীন আৰু নৱাগত সকলো সদস্যই তেওঁক অনুসৰণ কৰিছিল।"

মনটানাৰ মাইক মেন্সফিণ্ড, প্ৰতিনিধি সভাত জনছনৰ আন এজন নৱাগত সহকৰ্মীয়ে ঘোষণা কৰিছিল যে কংগ্ৰেছত এবাৰ বছৰ কাম কৰাৰ পিছত তেওঁ সৰ্বপ্ৰথম অনুভৱ কৰিছিল যে তেওঁ "এটি ঐক্যবদ্ধ পাৰ্টিৰ সদস্য।"

জৰ্জিয়াৰ বাছেলে বিভিয়াই কৈ গৈছে—"ডেমোক্ৰেটিক পাৰ্টিৰ জনৈক সদস্য হিচাপে জনছনৰ কীৰ্তিত মই গৌৰৱান্বিত বোধ কৰোঁ। এজন মাৰ্কিন নাগৰিক হিচাপে সেই গৰ্ব মোৰ দুগুণ।"

আলাবামাৰ লিষ্টাৰ হীলে কৈছিল—"এই অধিবেশনৰ সময়ত আমি বহুবাৰ আমাৰ নেতাক তেওঁৰ আসাধাৰণ কৰ্মকুশলতা, তেওঁৰ সাহসিকতা আৰু সৰ্বোপৰি, দেশৰ প্ৰতি একাগ্ৰতা আৰু দেশৰ কল্যাণ বিধানাৰ্থে আগ্ৰহ প্ৰদৰ্শন কৰা দেখি আহিছোঁ।"

নিউইয়ৰ্কৰ লেমেনে ডেমোক্ৰেটিক সদস্যৰ মাজত কিছু পৰিমাণে "মতানৈক্যৰ কথা" উল্লেখ কৰি কৈছিল যে, "এনেকুৱা পৰিস্থিতিতো আমাৰ মাজত মতানৈক্যৰ পৰিধিতকৈ মতৈক্যৰ পৰিধি বহুগুণে বিস্তৃত।"

মাছাচুছেটচৰ তাৰুণ্যদীপ্ত সদস্য জন ফিটজেৰাল্ড কেনেডীয়ে কৈ গৈছে; "এই বছৰৰ অৱস্তুণিতে লিণ্ডণ জনছনে যি দুৰূহ কাৰ্যভাৰ গ্ৰহণ কৰিছিল তাক আন কোনো সময়ত কোনো ব্যক্তিয়ে গ্ৰহণ কৰিছিল বুলি মোৰ বিশ্বাস নহয়। আজি যে ডেমোক্ৰেটিক পাৰ্টিয়ে ঐক্যবদ্ধভাবে থিয় দিব পাৰিছে আৰু যে তাৰ পূৰ্ণ গৰিমা দেশময় পৰিব্যাপ্ত হৈ পৰিছে মোৰ যিমানদূৰ বিশ্বাস সেই কৃতিত্ব কেৱল জনছনৰে।"

আনহে নালাগে ৰিপাব্লিকান দলৰ কেইজনমান সদস্যয়ো জনছনৰ "সহযোগিতা" আৰু "নিৰপেক্ষ" মনোভাব সম্পৰ্কে কৈ গৈছে। তেওঁলোকৰ ভিতৰত আছিল কালিফোৰ্নিয়াৰ উইলিয়াম এফ. নোলাণ্ড। তেওঁ সংখ্যাগৰিষ্ঠ দলৰ নেতা হিচাপে টাফ্টৰ উত্তৰাধিকাৰী আছিল।

এবাৰ তিনিজন চিনেট সদস্য—মিচৌৰীৰ ষ্টুৱাৰ্ট ছিমিংটন কোলোৰাডোৰ এডুইন চি. জনছন আৰু নৰ্থ কেৰোলিনৰ ছিষ্ট ক্লাইড আৰ. হোৱে জনছনৰ প্ৰতি প্ৰশংসা কৰাৰ কাৰণে প্ৰিজাইডিং অফিচাৰৰ অনুমতি বিচাৰিছিল। তেওঁলোকে আৰু আন কেবাজনেও ডেমোক্ৰেটসকলৰ মাজত

ঐক্য প্ৰতিষ্ঠাৰ ক্ষেত্ৰত জনছনৰ ভূমিকাৰ বিষয়ে কবলৈ গৈ সামঞ্জস্যপূৰ্ণ-মন্তব্য দিছিল আৰু টেক্সাচৰ এই নেতাজনৰ সুযোগ্য নেতৃত্বৰ ভূয়সী প্ৰশংসা কৰিছিল।

চিনেট সদস্য "সংঘৰ" আন কোনো সদস্যৰ বিষয়ে প্ৰশংসাত পঞ্চমুখ হৈ পৰাটো একো অস্বাভাৱিক কথা নহয়। নানা ফালৰপৰাই চিনেট হ'ল এটা ভাৱপ্ৰৱণ সংস্থা। কোনো নহয় কোনো এটা বিষয়তে মৃত বা জীৱিত লোক বিশেষৰ প্ৰতি শ্ৰদ্ধা অৰ্পিত হয়। কিন্তু চিনেটৰ কাৰ্যাৱলীৰ দীৰ্ঘ দিনৰ পৰ্যবেক্ষকসকলৰ মতে এই কথাত তেওঁলোকৰ কেৱল মাথো কৰ্তব্যজনিত সৌজন্যকণৰ পৰিচায়কেই নাছিল, তাতোকৈ বেছিহে আছিল। জনছনে যি ভূয়সী প্ৰশংসা লাভ কৰিছিল, যুক্তিসঙ্গতভাৱে সি আছিল তেওঁৰ প্ৰাপ্য, এই বিষয়ত সকলো একমত।

অধিবেশনৰ বৰ্ণনাৰ ওপৰত "টাইম" কাকতৰ জনৈক লিখকৰ বিবৃতিত এইদৰে প্ৰকাশিত হৈছিল: "ডেমোক্ৰেটিক পাৰ্টিৰ সদস্যবিলাকৰ পক্ষে জনছনেই হ'ল খাটি নেতা—উপযুক্ত সময়ত উপযুক্ত স্থানত উপযুক্ত নেতা।"



বাস্তব বিচাৰত দেখা যায় যে ১৯৫৩ চনৰ কংগ্রেছ অধিবেশনৰ শেষত চিনেটত ডেমোক্রেটিক পার্টিৰ সদস্যসকলৰ মাজত জনছনৰ ৰাজনৈতিক মর্যদা তিমানখিনি সুপ্রতিষ্ঠিত বুলি প্রতিয়মান হোৱা নাই। অথচ তেওঁ ১৯৫৪ চনত পুনৰ নির্বাচনত প্রতিদ্বন্দ্বিতা কৰিব লাগিব।

মাত্র এবছৰৰ আগতে তেওঁ এনেকুৱা এজন প্রেচিডেণ্ট পদপ্রার্থীৰ বাবে নির্বাচনী প্রচাৰ চলাইছিল যিজনক টেক্সাচৰ অধিকাংশ ভোটাৰে সমর্থন জনোৱা নাছিল। তাৰ পিছৰেপৰা কিছুমান বিষয়ত চৰকাৰে যিমান সহযোগিতা নকৰক তেওঁ আছিল চিনেটৰ বিৰোধী দলৰ অত্যন্ত সক্রিয় নেতা।

তদুপৰি, ১৯৪৮ চনৰ চিনেটৰ নিৰ্বাচনত যিবোৰে জনছনৰ বিৰোধিতা কৰিছিল সিবোৰৰ মনত জনছনৰ প্রতি সেই সময়লৈকে কিমানখিনি বিদ্বেষভাব আছিল সেই কথা কাৰো অনুমান কৰাৰ উপায় নাছিল। ডেমোক্রেটিক পার্টিৰ প্রাথমিক নির্বাচনত জয়লাভৰ কেন্দ্র কৰি ফেডাৰেল কোর্টৰ মোকৰ্দমাত এজন বিচাৰপতিয়ে যি পূর্বাভাস কৰিছিল সেই কথা জনছনৰ মনত আছিল। বিচাৰপতিয়ে কৈছিল যে অৱশেষত নির্বাচনত যিজনেই জয়লাভ নকৰক জনছনেই হ'ক বা ষ্টিভেনছনেই হ'ক—সেইজনে এবাৰৰ কাৰণেই চিনেটৰ নির্বাচিত হব।

জনছনে কিন্তু এই কথাও জানিছিল যে তেওঁ ভীষণ শ্রম আৰু নিষ্ঠা সহকাৰে কৰ্তব্য পালন কৰিছিল। ১৯৪৮ চনৰ পিছৰেপৰা টেক্সাচৰ জন-সাধাৰণৰ বাবে তেওঁ যথেষ্ট কৰিছিল। যোৱা নির্বাচনত মনে প্রাণে বিৰোধিতা কৰা ভালেমান লোকক তেওঁ সমর্থকৰূপে অনুগত কৰিবলৈ সমর্থ-হোৱাৰ কথাও তেওঁ জানে। সমগ্র দেশব্যাপি তেওঁৰ প্রচাৰ সংস্থাক সজীৱ আৰু শক্তিশালী কৰি ৰাখিছিল।

এই সকলোবোৰ কথা চিন্তা কৰি তেওঁ ঠিক কৰিছিল যে দ্বিতীয়বাৰৰ বাবে তেওঁৰ নাম উত্থাপিত হোৱা সম্ভাৱনা উজ্বল। কিন্তু তাকেই নিশ্চিত



২২ নভেম্বৰ, ১৯৬৩ মিছেচ্ জনচন আৰু মিছেচ্ কেনেডীৰ মাজত থিয় হৈ জনচনে প্ৰেচিডেণ্টৰ শপথ গ্ৰহণ কৰিছে। টেক্সাচৰ অন্তৰ্গত ডালচৰ লাভফিল্ড নামে ঠাইত ফেডাৰেল বিচাৰপতি চাৰা টি. হিউজেচে এই শপথ গ্ৰহণ কৰায়।



হোৱাইট হাউচ ভোজসভাত প্ৰাক্তন, বৰ্তমান আৰু ভাৱী প্ৰেচিডেণ্টত্ৰয়, ১৯৬২



হোৱাইট হাউচ ভোজসভাত প্ৰেচিডেণ্ট কেনেডী, মিচেছ কেনেডী
ভাইচ-প্ৰেচিডেণ্ট জনছন আৰু মিচেছ জনছন।
২১ জানুৱাৰী, ১৯৬২

মুলি ধৰি লৈ সুখৰ সপোন দেখা সহজ নহয়। কংগ্ৰেছৰ অধিবেশন শেষ হোৱাৰ লগে লগে তেওঁ বিমানেৰে নিজৰ ৰাজ্যলৈ যাত্ৰা কৰিলে।

তেওঁৰ মনত এটা সৰল উদ্দেশ্য আছিল: নিৰ্বাচনলৈ তেতিয়াও পাঁচ মাহ বাকী। এইকণ সময়ৰ ভিতৰতে যিমান সম্ভৱ টেক্সাচবাসীৰ লগত ব্যক্তিগতভাৱে সাক্ষাৎ আৰু আলাপ-আলোচনা কৰিব লাগিব।

প্ৰথম কংগ্ৰেছত প্ৰবেশ কৰাৰ সময়ত জনছনৰ প্ৰতি জনৈক অভিজ্ঞ সহকৰ্মীয়ে দিয়া উপদেশৰ কথা তেওঁৰ মনত আছিল। তেওঁ কৈছিল; "আপোনাৰ পদ বাহাল ৰখাৰ শ্ৰেষ্ঠ উপায় হ'ল ৱাছিংটনৰ প্ৰতিটো সুযোগৰ সদ্ব্যৱহাৰ আৰু দেশলৈ গৈ—জুতাৰ সম্পূৰ্ণ ব্যৱহাৰ।" ফলত জনছনে টেক্সাচৰ সৰু বৰ সকলো ঠাইতে ব্যাপকভাৱে ঘূৰাত আত্মনিয়োগ কৰিছিল।

বাতৰি-কাকতৰ যোগেদি তেওঁ আগধৰি জনাই ৰাখিছিল যে সৰ্ব-সাধাৰণৰ আহ্বানত সহযোগিতা কৰিবলৈ তেওঁ প্ৰস্তুত। ফলত নিমন্ত্ৰণৰ বান উঠিল। উৎসৱ অনুষ্ঠানত ভাষণ দিয়াৰ বাবে, ভোজসভাত উপস্থিত থাকিবলৈ, কাউন্সিলৰ উদ্বোধনৰ বাবে, গাঁৱৰ প্ৰদৰ্শনী উদ্বোধনৰ বাবে, কুচকাৱাজত ঘোঁৰাত উঠাৰ বাবে, জাতীয় চৰকাৰী ভৱনৰ উদ্বোধনৰ বাবে, স্কুল-কলেজৰ সভা-সমিতিত বক্তৃতা দিবৰ কাৰণে—ইত্যাদি নানা ৰকমৰ আমন্ত্ৰণ আহিবলৈ ধৰিলে। সম্ভৱ অনুসৰি তেওঁ নিমন্ত্ৰণ গ্ৰহণ কৰিছিল।

টেক্সাচত থকাৰ অলপ দিনৰ ভিতৰতে তেওঁ বাতৰি-কাকতৰ এজন সংবাদদাতাক কয় যে জনৈক বিজ্ঞলোকে তেওঁক ৰাজনীতিৰ তিনিটা চমৎকাৰ বিধান সম্পৰ্কে যি উপদেশ দিছে তাক তেওঁ মানিবলৈ চেষ্টাৰ ত্ৰুটি নকৰে। নীতি তিনিটা হ'ল: উচিত কাৰ্য সম্পাদন, সৰ্বসাধাৰণে যাতে তোমাক পায় তাৰ ব্যৱস্থা সাধন আৰু তোমাৰ কাৰ্য সম্পৰ্কে যথাৰ্থ ব্যাখ্যা।

তেওঁ কৈছিল—"কংগ্ৰেছত, বিশেষকৈ চিনেটত তেওঁ কি কৰিছিল মই জনসাধাৰণৰ আগত ব্যক্ত কৰিম। মই তেওঁলোকৰ ওচৰত ভোট প্ৰাৰ্থী হ'ম। তেওঁলোকে যাতে কব নোৱাৰে যে এবাৰ ভোট দিয়াৰ পিছত সদস্যৰ টিকনিও আৰু দৃষ্টিগোচৰ হোৱা নাই তাৰ বাবে লিণ্ডন জনছনক তেওঁলোকৰ ওচৰত ভালদৰে পৰিচিত কৰিবলৈ চেষ্টা কৰিছোঁ। মই

বিচাৰো যাতে তেওঁলোকৰ সমস্যাবোৰৰ বিষয়ে মোক্ষ লোখে। ততুপৰি স্বাভাৱিকতে এজন চিনেট সদস্যৰ হকে যিমানখিনি কৰা সম্ভৱ সিমানখিনি কৰিও মই তেওঁলোকক সহায় কৰিবলৈ ইচ্ছুক।"

জনছনে টেক্সাচৰ ইমূৰৰপৰা সিমূৰলৈ ভ্ৰমণ কৰিলে। এই যাত্ৰাত তেওঁ সকলো শ্ৰেণীৰ লোকৰ আগত দুশবো অধিক বক্তৃতা দিয়ে। তেওঁৰ সেই সকলো আলোচনাকে "অৰাজনৈতিক" আখ্যা দিয়া হয়। সঁচা কথা কবলৈ হলে সেইবোৰ তেনেকুৱাই আছিল; কিন্তু তেওঁ যি কাম কৰিছিল সেই বিষয়ে কবলৈ জনছনে অৱহেলা প্ৰকাশ কৰা নাছিল।

জনছনৰ ৱাছিংটন ষ্টাফৰ এজন সদস্যই ভোটাৰৰ মাজত তেওঁৰ কৰ্মতৎপৰতা দেখি আচৰিত হৈ পৰিছিল। ইয়াৰ আগতে ভোটাৰৰ লগত মিলিজুলি কথা-বতৰা হোৱা অৱস্থাত তেওঁ মালিকক দেখা নাছিল। তেওঁ লক্ষ্য কৰিলে যে জনছন চিনেটৰৰ মাজতেই নহয়, "জনসাধাৰণৰ" মাজতো খুব জনপ্ৰিয়।

কেপিটেল হিললৈ অহাৰ পিছত সহকৰ্মীবোৰৰ আগত তেওঁ কৈছিল— "জনছন কিয় সাধাৰণ লোকৰ মাজত ইমানখিনি জনপ্ৰিয়। আমি হয়তো কোনো সৰু চহৰত গাড়ী ৰখালোঁ।—জনছন নামি পৰিল আৰু আলিৰ দাঁতিত দেখা মাত্ৰকে যি কোনো লোকৰ লগত কৰমৰ্দন কৰিছিল আৰু কিছু সময়ৰ পিছত দেখা গৈছিল যে এক বিৰাট জনতাই তেওঁক অনুসৰণ কৰিছিল। ল'ৰা-ছোৱালীবোৰ দৌৰি আহিছিল তেওঁৰ চহী লোৱাৰ কাৰণে, বৃদ্ধা তিৰোতাবোৰে আহি তেওঁ সৰুতে কেনে ল'ৰা আছিল তাকে কৈছিল, খেতিয়কবোৰে সাৱটি ধৰি কৈছিল সিহঁতে জানিছিল যে তেৱেঁই সিহঁতৰ স্বাৰ্থ ৰক্ষা কৰিব। মই ইয়াৰ আগতে এনেকুৱা অৱস্থা কোনো দিনে দেখা নাছিলোঁ।"

আনুষ্ঠানিক সভাত ভাষণদানত জনছনে বৈদেশিক নীতি আৰু কৃষি সমস্যাৰ বিষয়ে আলোচনা কৰিছিল; ডেমোক্ৰেটিকসকলে প্ৰেচিডেণ্টক কেনেকৈ সমৰ্থন কৰি আহিছিল; জাতিৰ ভৱিষ্যত সম্পৰ্কে তেওঁৰ অবিচল আস্থা আৰু শক্তিশালী হৈ উঠি জাতিৰ শান্তিৰ বাবে কাম কৰাত কেনেভাৱে গুৰুত্ব দিব সেই কথাও কৈছিল।

জানুৱাৰীত যেতিয়া তেওঁ ৱাছিংটনলৈ উভতি আহে সেই সময়ত টেক্সাচৰ ভালেমান প্ৰথম পৰ্যায়ৰ কাকতে সম্পাদকীয়ত মন্তব্য কৰে

যে জনছনে বিনা প্ৰতিদ্বন্দ্বিতাই পুনৰ চিনেট সদস্যৰূপে নিৰ্বাচিত হব।

সেই ভাগ্য তেওঁৰ হোৱা নাছিল। কাৰণ প্ৰচুৰ সম্পত্তিৰ অধিকাৰী ডেকা তেল ব্যৱসায়ী ডাডলী ডগার্টিয়ে চিনেটৰ আসনত ডেমোক্ৰেটিক পার্টিৰ প্ৰাৰ্থী হিচাপে মনোনয়ন বিচাৰিছিল। মতবাদৰ ফালৰপৰা তেওঁ টেক্সাচৰ যি কোনো ধনী ৰক্ষণশীলতকৈয়ো অধিকতৰ ৰক্ষণশীল মনৰ লোক। জনছনে এই বিৰুদ্ধ প্ৰাৰ্থীৰ প্ৰতি চৰকাৰীভাৱে অকণো গুৰুত্ব দিয়া নাছিল। ৱাছিংটনতে তেওঁ কামত ব্যস্ত হৈ আছিল।

১৯৫৪ চনৰ জুলাইত ডেমোক্ৰেটিক পার্টিৰ প্ৰাথমিক নিৰ্বাচনত প্ৰায় তিনিগুণ ভোটত জনছনে মনোনয়ন লাভ কৰে। ১৯৪৮ চনত কিন্তু তেওঁ সামান্য ভোটৰ ব্যৱধানত জয়লাভ কৰিছিল। তাৰ লগত এই ফলাফলৰ তুলনা কৰি তেওঁ বৰ সন্তোষ প্ৰকাশ কৰে।

আনফালে চিনেটত সংখ্যালঘিষ্ঠ দলৰ নেতাৰূপে থকা কালছোৱাত তেওঁ যি নীতিৰ প্ৰৱৰ্তন কৰিছিল তাকে অনুসৰণ কৰি চলিবলৈ ধৰিলে। জো মেকাৰ্থীৰ অসহ্যকৰ ব্যৱহাৰত ৰিপাব্লিকান দল আগৰ তুলনাত বিভক্ত হৈ পৰিছিল। মেকাৰ্থীৰ ৰাজনৈতিক দৰ্শনৰ লগত জনছনৰ মতবাদৰ স্বৰ্গ-মৰ্ত্য প্ৰভেদ আছিল। নিজৰ পার্টিৰ সদস্যসকলৰ মাজত উইকন্সিনৰ এই চিনেট সদস্যজনে যি গোলমালৰ সৃষ্টি কৰিছিল তাৰ সুবিধা গ্ৰহণ কৰিব পৰা বুদ্ধি জনছনৰ জনা আছিল।

ৰিপাব্লিকান পার্টিৰ এই মতবিৰোধিতাৰ সুযোগ লৈ জনচনে নিজৰ পার্টিৰ অৱস্থা বিচাৰ কৰাৰ সুযোগ পালে; ডেমোক্ৰেটিক পার্টিত আচৰিত ধৰণৰ ঐক্য প্ৰতিষ্ঠা হৈছে আৰু পার্টিয়ে তাক অব্যাহত ৰাখিব পাৰিছে। তেওঁ আৰু কৈছিল যে জাতীয় কল্যাণ সাধনাৰ্থে কেটামান গুৰুত্বপূৰ্ণ বিষয়ত প্ৰেচিডেণ্ট আইচেনহাৱাৰে ডেমোক্ৰেটিক পার্টিৰ পৰা যি পৰিমাণে সমৰ্থন পাইছিল ৰিপাব্লিকানৰপৰাও সেই পৰিমাণে পোৱা নাছিল।

জনছনৰ আদৰ্শৰ কাৰ্যকাৰিতা পূৰামাত্ৰাই অটুট আছিল। আগতকৈ এই অধিবেশনত সেইটো আৰু বেছি কাৰ্যকৰী হৈছিল। নিজৰ নেতৃত্বৰ প্ৰমাণ দেখুৱাৰ কোনো প্ৰয়োজন হোৱা নাছিল। এতিয়া আৰু ডেমোক্ৰেটিক পার্টিৰ "ৰাজনৈতিক ডেউলিয়া"ৰ বিষয়ে আলোচনা নকৰা হ'ল।

তেওঁ বিশ্বাস কৰিছিল যে ডেমোক্ৰেটিক পার্টিৰ নেতা হিচাপে তেওঁ

পাৰ্টীৰ হকে আটাইতকৈ যি ভাল কাম কৰিছিল সি হ'ল সংযমৰ পথ আৰু সদায় পাৰ্টীক সমৰ্থন জনোৱা। দায়িত্বহীনতাৰ অভিযোগত পাৰ্টীয়ে জনসাধাৰণৰ যি বিশ্বাস হেৰুৱাইছিল পাৰ্টীৰ পক্ষে তাৰ বহুখিনি পুনৰুদ্ধাৰ কৰা সম্ভৱ হৈ পৰিল। সেইবোৰৰ লগতে তেওঁ আৰু কিছু লাভ কৰিবলৈ চেষ্টা কৰিছিল।

তেওঁ কৈছিল—"শেষ পৰ্যন্ত সোঁ বা বাওঁ যি কোনো চৰম পন্থীৰদ্বাৰা পৰিচালিত যি কোনো ৰাজনৈতিক পাৰ্টীকেই জনসাধাৰণে বাতিল কৰি দিব। ডেমোক্ৰেটিক পাৰ্টীৰ ওপৰত যদি মই প্ৰভাৱ বিস্তাৰ কৰি যাব পাৰোঁ তেনেহলে মই আমাৰ এই পাৰ্টীক কোনো চৰম পন্থীৰ পাৰ্টীৰ সলনি মধ্যপন্থী পাৰ্টীৰূপে গঢ়ি তুলিবলৈ চেষ্টা কৰিম।"

তেওঁ ১৯৫৪ চনৰ নিৰ্বাচনী প্ৰচাৰ অভিযানত ডেমোক্ৰেটিক পাৰ্টীৰ চিনেটৰ কাৰ্যাৱলীক "দায়িত্বপূৰ্ণ ৰাজনীতিৰ" শ্লোগানৰ ৰূপ দিবলৈ সক্ষম হৈছিল।

জনছন আছিল অতিশয় সক্ৰিয় প্ৰচাৰক। কলোৰাডো, ৱাছিংটন, মনটানা, ৱাওমিং, ইউটা, নাভাডা, আৰিজোনা, নিউ মেক্সিকো আৰু মিন্নে-চোটা আদি ৰাজ্যত নিৰ্বাচনী প্ৰচাৰ কাৰ্য চলাইছিল। তেওঁৰ বক্তব্য আছিল জাতীয় কৰ্মসূচী প্ৰণয়ন, প্ৰয়োজন অনুসৰি যাক "পাৰ্টী নিৰ্বিশেষে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ স্বাৰ্থক সহায় কৰিব পাৰে।"

তেওঁ কৈছিল—"যি মূল বিষয়টোৱে আমেৰিকান ৰাইজক স্তম্ভিত কৰি দিছে সি হ'ল ৰিপাব্লিকান পাৰ্টীৰ প্ৰেচিডেণ্ট, মাৰ্কিন নাগৰিক আৰু তেওঁ-লোকৰ মাজত সহযোগিতাৰ অক্ষমতা। মাৰ্কিনীসকলৰ একান্ত কামনা হ'ল পৰম দায়িত্বশীল কংগ্ৰেছ—যি সাধ্যানুসৰি কম আড়ম্বৰ আৰু অধিক দক্ষতাৰে সৈতে দায়িত্ব পালন কৰিব পাৰে।"

নিৰ্বাচনৰ কেইদিনমানৰ পিছত জনছন ৱাছিংটনলৈ ঘূৰি আহে। তাত জো মেকাৰ্থীৰ প্ৰতি নিন্দা জ্ঞাপনৰ বাবে অনা এটা প্ৰস্তাৱৰ বিচাৰাৰ্থে কংগ্ৰেছৰ অধিবেশন বহিছিল। চিনেটত এখন মাত্ৰ আসনৰ সংখ্যাধিক্যত নিৰ্বাচনত ডেমোক্ৰেটিক পাৰ্টীয়ে কংগ্ৰেছৰ নিয়ন্ত্ৰণক্ষমতা লাভ কৰিছিল। ৱাছিংটনলৈ আহিয়েই জনছনে এখন সাংবাদিক সভা পাতিলে। নতুন কংগ্ৰেছত ডেমোক্ৰেটিক পাৰ্টীৰ ভূমিকা কি হব সেই বিষয়ে জনছনৰ মতামত শুনিবলৈ বুলি তেওঁৰ অফিচত বহা সেই সাংবাদিক মেলত সংবাদপত্ৰ,

বেতাৰ আৰু টেলিভিছনৰ ভাদেমান প্ৰতিনিধি গোট খাইছিলগৈ।

অলিখিত যদিও যথোচিত বিবৃতি আৰু সংবাদদাতাসকলৰ প্ৰশ্নোত্তৰৰ যোগেদি তেওঁৰ আশা আৰু ধাৰণাৰ এটা চিত্ৰ দাঙি ধৰিছিল।

প্ৰথমতে, তেওঁ পৰিস্কাৰভাৱে জনাই দিছিল যে, অহা অধিবেশনত ডেমোক্ৰেটিক পাৰ্টিয়ে 'যুদ্ধং দেহি' মনোবৃত্তি লৈ নাযায়। বৰং তাৰ সলনি আমাৰ ফালৰপৰা সহযোগিতাৰ প্ৰতিজ্ঞা আৰু আন পক্ষৰপৰা আগুৱাই আহি প্ৰেচিডেণ্টৰ লগত দেখা কৰিবলৈ ইচ্ছুক আৰু ব্যগ্ৰ হৈহে থাকিম বুলি জনছনে সাংবাদিকসকলক কৈছিল।

তেওঁ কৈছিল, "আইন প্ৰণয়নসংক্ৰান্ত কোনো ৰকম অচলাৱস্থাৰ সৃষ্টি কৰা নিস্প্ৰয়োজনীয়। পাৰ্টিৰ বিৰোধৰ বাবে কোনো বিবাদৰো দৰ্কাৰ নাই।" এইবুলিও তেওঁ মত প্ৰকাশ কৰিছিল যে নিৰ্বাচনৰ ফলাফলৰ প্ৰায় সমসংখ্যক জয়লাভৰপৰা এয়ে প্ৰমাণিত হয় যে মাৰ্কিন জনসাধাৰণে চৰম পাৰ্টি কেন্দ্ৰিক আবেদন উপেক্ষা কৰিছিল আৰু বিশেষ বিবেচনা আৰু উচ্চস্তৰৰ পছন্দৰ ভিত্তিত ভোট দিছিল।

ডেমোক্ৰেটিকসকলৰ পক্ষে "স্নায়ুযুদ্ধ"ৰ ধাৰণা পূৰামাত্ৰাই প্ৰত্যাখ্যান কৰি তেওঁ ঘোষণা কৰিছিল যে চিনেটত ডেমোক্ৰেটিক পাৰ্টিৰ নীতি নিৰ্ধাৰক কমিটিৰ সদস্য আৰু নতুন কংগ্ৰেছত এই পাৰ্টিৰ বাবে যিবোৰে চেয়াৰমেনৰ দায়িত্ব লব সোনকালে তেওঁলোকৰ বৈঠক বহিব। আশা কৰিব পাৰি যে জানুৱাৰী মাহত কংগ্ৰেছৰ অধিবেশন আহ্বান কৰা হব। সংখ্যাগৰিষ্ঠ ডেমোক্ৰেটিক পাৰ্টিৰ আইন প্ৰণয়ন সম্বন্ধীয় বিস্তাৰিত কাৰ্যসূচী নিৰ্ণয় কৰা হব।

তেওঁ কৈছিল—"ডেমোক্ৰেটিক পাৰ্টিৰ তৰফৰপৰা এনেকুৱা কাৰ্যসূচী প্ৰস্তুত কৰা হব যে সি হব গঠনমূলক—দেশৰ বৰ্তমান প্ৰয়োজনৰ প্ৰতি লক্ষ্য ৰাখিহে তাক প্ৰণয়ন কৰা হব। তাত যুক্তৰাষ্ট্ৰৰ অব্যাহত নিৰাপত্তা আৰু অগ্ৰগতিৰ লগত সম্পৰ্ক থকা বিষয়বোৰহে বিবেচনা কৰা হব। যেনে—এটা সভ্য বৈদেশিক নীতি, ব্যাপক প্ৰতিৰক্ষা পৰিকল্পনা আৰু মাৰ্কিনসকলৰ বাবে কি সৰ্বোৎকৃষ্ট এই মৌলিক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ কাৰণে প্ৰণীত আভ্যন্তৰীণ নীতি ইত্যাদি।

"প্ৰেচিডেণ্ট আইচেনহাৱাৰে কৈছিল যে তেওঁ সমগ্ৰ মাৰ্কিন জনসাধাৰণৰ প্ৰেচিডেণ্ট হবলৈ দৃঢ় সংকল্প। মই যিবোৰ বিষয়ৰ কথা কৈছোঁ তাৰ

ওপৰত ডেমোক্রেটিক পার্টীৰ প্ৰাধান্য সম্বলিত কংগ্ৰেছ আৰু যি প্ৰেচিডেণ্টে এনেকুৱা উদ্দেশ্য পোষণ কৰে তেওঁলোকে কিয় যে সংঘবদ্ধভাৱে কাম কৰিব নোৱাৰিব তাৰ কাৰণ মই বিচাৰি নাপাওঁ।"

জনছনে আৰু বহুলাই কৈছিল যে চিনেটৰ নেতৃত্ব সভাৰ নেতৃত্বৰ লগত ঘনিষ্ঠভাৱে যোগাযোগ ৰাখি কাম কৰা হৈছে। ৱাছিংটনলৈ যোৱাৰ বাটত জানুৱাৰীত পুনৰ স্পীকাৰ পদত অধিষ্ঠিত হোৱাৰ আশা ৰখা ৰেৱার্ণৰ লগত আলোচনা কৰিবলৈ জনছনে টেক্সাচৰ বনহামত নামিছিল।

জনছনে কৈছিল—"ছিনেটত ডেমোক্রেটিক পার্টীৰ নীতি নির্ধাৰণ কমিটি আৰু প্ৰতিনিধি সভাৰ নেতৃত্ব সংস্থাৰ জৰিয়তে এই সমগ্ৰ কার্যসূচী সংহত কৰা হব। প্ৰেচিডেণ্টৰ লগত মতৰ অমিল থকা বাবে তেওঁৰ 'ষ্টেট অব দি ইউনিয়ন' বাণী নুশুনালৈকে আমাৰ কার্যসূচী উপস্থাপিত কৰা নহব। আমি আশা কৰোঁ যে খুব কম বিষয়তেই আমাৰ মতানৈক্য ঘটিব।"

তেওঁ সকলো বিষয়তে যোগাযোগ ৰখাৰ তেওঁৰ সাধাৰণ নীতি অনুসৰণ কৰাৰ মূল নীতি মানি চলিছিল। বছৰৰ বাকী থকা কেইটামান সপ্তাহৰ পিছতেই ৮৪তম কংগ্ৰেছত তেওঁৰ সংখ্যাগৰিষ্ঠ দলৰ নেতৃত্ব গ্ৰহণৰ কথা। এই কেই সপ্তাহ নেতৃত্ব গ্ৰহণৰ প্ৰস্তুতি আৰু পৰিকল্পনা প্ৰণয়নৰ ব্যস্ততাৰ মাজেদিয়ে অতিবাহিত হৈ যায়।

## এঘাৰ

জনছনৰ বয়স তেতিয়া মাত্র ছিয়াল্লিশ। তাৰ আগতে ইমান কম বয়সত আন কোনোয়েই চিনেটত পাৰ্টীৰ নেতৃত্বত অধিষ্ঠিত হোৱা নাছিল। তথাপি পিছপিনে চকুদিলে দেখা যায় যে চৰকাৰী দায়িত্বত ২২ বছৰ আনকি কেৱল মাত্র কংগ্রেছতেই ১৮ বছৰ কাল কাম কৰাৰ উজ্জ্বল অভিজ্ঞতা তেওঁৰ হৈ গৈছে। তেওঁৰ ক'লা চুলি পকিবলৈ আৰম্ভ কৰিছে, কপাল প্রশস্ত হৈ পৰিব ধৰিছে আৰু মুখমণ্ডলত স্পষ্ট হৈ পৰিব লাগিছে বয়সৰ কুঞ্চিত ৰেখা। কংগ্রেছৰ দায়িত্ব সম্পাদন সম্পর্কে তেওঁ যি অভিজ্ঞতা সঞ্চয় কৰিছে সি আছিল এই বাহ্যিক প্রকাশৰ লগত সম্পূর্ণ সামঞ্জস্যপূর্ণ।

জনছনৰ সমুখত তেতিয়া কেৱল কাম আৰু কাম। একো গোপন নকৰাকৈ তেওঁ পৰম তৃপ্তিৰে সেই সকলো কর্তব্যৰ সন্মুখীন হৈছিল। প্রাথমিক হিচাপে তেওঁ যেন এজন জেনেৰেল মেনেজাৰ হিচাপে সাধাৰণ পৰিচালকৰ দায়িত্ব গ্রহণ কৰিছিল। আচলতে কংগ্রেছৰ প্রথম ছোৱাত অধিবেশন-কক্ষত নেতা চৰকাৰীভাৱে মেনেজাৰ ৰূপেই পৰিচিত আছিল। অৱশ্যে বর্তমান অৱস্থাত চিনেটত যি গৰাকী লোক সংখ্যাগৰিষ্ঠ পাৰ্টীৰ নেতা হব তেওঁৰ দায়িত্ব হ'ল তাৰ কার্যপ্রণালী পৰিচালনা কৰা আৰু আইন প্রণয়ন কার্যধাৰা অটুট ৰখা। এয়া কোনো নিঃসঙ্গ পৰিচালকৰ কাম নহয়, অৱশ্যে জনছনৰ তেনেকুৱা কাম কোনোদিনেই নাছিল; কিন্তু এতিয়া তেওঁ আগতকৈয়ো অধিক সহযোগিতা প্রচেষ্টাত আত্মনিয়োগ কৰিবলৈ ধৰিলে।

১৯৫৫ চনৰ আগৰ ছমাহ জনছনৰ টেবিলখন যেনিবা আছিল পৰিষদ সদস্যবর্গৰ মিলন কেন্দ্র। তাৰপৰাই আছিল পৰিষদৰ সমস্ত সংকেত।

তেওঁৰ টেবিলত গোট খোৱা আটাইবিলাক সদস্যই আছিল মাৰ্কিন যুক্তৰাষ্ট্রৰ চিনেটৰ সদস্য। তাৰ ভিতৰত আছিল ভাৰ্জিনিয়াৰ বায়ার্ড, যাৰ সহজাত ৰক্ষণশীলতা আছিল তেওঁৰ ৰাজ্যৰ সামন্ততন্ত্রবাদৰ প্রতিবিম্ব স্বৰূপ,

অৰিগণৰ শাশ্বত বিদ্ৰোহী স্পষ্টভাষী চিনেটৰ বেন ষোৰচ; নির্ভৰযোগ্য সংখ্যালঘিষ্ঠ দলৰ নেতা মোলেণ্ড; বাগ্মী হুবার্ট হাম্‌ফ্রে—যাৰ সকলো বিষয়তে কিবা মতামত আছে আৰু নিজৰ সকলো মতামত ব্যক্ত কৰাৰ সমস্ত সা-সুবিধা আছিল; লেভেৰেট ছালটনষ্টল—যাৰ উপস্থিতি আৰু কথাৰ সুৰ শুনিলেই বুজিব পাৰি যে তেওঁ মেছাচুচেট্‌ছৰ লোক—এই সকলোবিলাক আৰু ভালেমান ব্যক্তি।

জনছনে এওঁলোক সকলোকে কৈছিল—"এতিয়া আহক, একেলগে বিচাৰ বিবেচনা কৰা যাওক।"

তেওঁ আছিল মেনেজাৰ আৰু সঁচাকৈয়ে সকলো বিষয়ৰে ব্যৱস্থা কৰিছিল। কেৱল ওপৰৱালাৰ দৰেই নহয় কোন বিলৰ কোনে আলোচনা আৰম্ভ কৰিব, বিভিন্ন লোক আৰু তেওঁলোকৰ ধাৰণাসমূহৰ এটা নির্দিষ্ট ঐক্যসূত্ৰ ৰচনা কৰা ইত্যাদি সকলো কামকে তেওঁ কৰিছিল।

এটা মতত উপনীত হবৰ কাৰণে অতিমাত্ৰা আপোচ পন্থী হোৱাৰ বাবে তেওঁৰ বিৰুদ্ধে কোনো অভিযোগ তুলিলে তেওঁ তাৰ উত্তৰত কৈছিল বুৰঞ্জীয়ে সাক্ষী দিয়ে যে মাৰ্কিন গণতন্ত্ৰৰ দৃষ্টিৰ মূলতে আপোচ মীমাংসা আৰু মাৰ্কিন গণতন্ত্ৰৰ সুস্থ পৰিক্ৰমনাৰ্থে তেওঁ এনেকুৱা বন্ধু ভাবাপন্ন লোকৰ ওপৰত নির্ভৰ কৰিব লাগিব যিসকলে পৰস্পৰৰ প্ৰতি নিষ্ঠা আৰু শ্ৰদ্ধা ৰাখে আৰু আনৰ প্ৰতি কোনোৰকমৰ সন্দেহভাব পোষণ নকৰে।

বিতৰ্কমূলক আইন প্ৰণয়ন সম্পৰ্কে ডেমোক্রেটিক সদস্যসকলৰ ভাৱ-প্ৰৱণতাক তেওঁ সদায় দমন কৰিব পাৰিছিল। ভোট দিয়াৰ সময় আহিলেই তেওঁ সদায়ে তাৰ পৰিণাম সম্পৰ্কে ভৱিষ্যৎবাণী কৰিব পাৰিছিল। ফলাফল তেওঁৰ আশাকৰা মতে নোহোৱা যেন পালে তেওঁৰ প্ৰভাব বিস্তাৰৰ ক্ষমতাক পূৰ্ণমাত্ৰাই প্ৰয়োগ কৰাৰ আগতে ভোট দিয়াৰ সময়লৈকে নাহিছিল।

অৱশ্যে কেতিয়াবা আকৌ বুজোৱাতকৈ অধিক কিছু কৰিবলৈ সক্ষম হৈছিল। এবাৰ এখন বিলৰ ভোট গ্ৰহণৰ আগমুহূৰ্তত জানিব পাৰিলে যে উভয় পক্ষৰ সমান সমান ভোট হোৱাৰ সম্ভাৱনা আছে। সেইবাবে তেওঁ নগৰৰ বাহিৰত থকা ডেমোক্রেটিক সদস্য এজন আহি নোপোৱালৈকে ৰোল কল স্থগিত ৰাখে। এই সময়ৰ ভিতৰতে সেই সদস্যজনে বিমানেৰে বিমান বন্দৰ আৰু তাৰপৰা প্ৰহৰাধীন হৈ কেপিটল পায়হি। জনছনে

অন্ততে খুব হতাশভাৱে ভোট গণনা কৰিছিল। তথাপি প্ৰয়োজনতকৈয়ো তেওঁ কেইটামান বেছি ভোটহে পাইছিল।

চিনেটত সংখ্যাগৰিষ্ঠৰূপে থকা কালত ডেমোক্ৰেটিক পাৰ্টিয়েই প্ৰশাসনিক ব্যৱস্থাৰ বিচাৰ-বিবেচনাৰ দায়িত্বপূৰ্ণ ভূমিকা লৈছিল। এবাৰ সংখ্যালঘিষ্ঠ হোৱা সত্বেও সেই নীতিকেই দৃঢ়ভাৱে মানিছিল।

প্ৰেচিডেণ্টে কমিউনিষ্ট চীনক ফৰমোচা দ্বীপত জাতীয়তাবাদীসকলৰ বিৰুদ্ধে আগনাবাঢ়িবলৈ নিৰ্দেশ দিয়াৰ সময়ত যেতিয়া ফৰমোচা প্ৰস্তাব উত্থাপন কৰে তেতিয়া জনছনেই সেই প্ৰস্তাৱ অনুমোদন কৰাত নেতৃত্ব লৈছিল।

পিছত প্ৰেচিডেণ্টে যেতিয়া জেনেভা সম্মিলনত যোগ দিবলৈ উৎসাহ দেখুৱায় তেতিয়া জনছনে জো মেকাৰ্থীয়ে উত্থাপন কৰা এটা প্ৰস্তাৱৰ ভীষণ বিৰোধিতা কৰে। এই প্ৰস্তাৱৰদ্বাৰা প্ৰধান প্ৰশাসকক ৰুছ নেতাৰ লগত কাম কৰা বিষয়ত পঙ্গু কৰাৰ চেষ্টা কৰা হৈছিল। সংখ্যাগৰিষ্ঠ পাৰ্টিৰ নেতা নোলেণ্ড, আয়োৱাৰ হিকেনলুপাৰ আৰু মেকাৰ্থীৰ অন্যান্য একালৰ সমৰ্থকসকলৰ সহযোগিতাত উক্ত প্ৰস্তাৱ নাকচ হৈ যায়। উইচকনচিনৰ এই সদস্যজনে তেওঁৰ নিজৰ বাহিৰেও আৰু তিনিটাতকৈ বেছি ভোট সংগ্ৰহ কৰিব পৰা নাছিল।

প্ৰেচিডেণ্ট আইচেনহাৱাৰে বিশ্ব-বাণিজ্য পৰিকল্পনাৰ সমৰ্থনত আইন প্ৰণয়নৰ ক্ষেত্ৰত জনছনে চিনেটৰ যি কোনো সদস্যতকৈ অধিক তৎপৰতা দেখুৱাইছিল। চিনেটৰ আৰু অৰ্থনৈতিক কমিটিৰ সদস্য হিচাপে তেওঁ চিনেটত এই বিষয়ক আইন প্ৰণয়নত বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছিল।

১৯৫৪ চনৰ নিৰ্বাচনী প্ৰচাৰৰ সময়ত এই মৰ্মে পূৰ্বাভাস দিয়া হৈছিল যে কংগ্ৰেছত ডেমোক্ৰেটিক পাৰ্টিক জয়যুক্ত কৰিলে চৰকাৰৰ প্ৰশাসন আৰু আইন প্ৰণয়ন বিভাগৰ মাজত ভীষণ "স্নায়ুযুদ্ধ"ৰ সৃষ্টি হব। পিছে বাস্তৱ ক্ষেত্ৰত তাক সমৰ্থন জনাব লগীয়া একো নাছিল।

চৰকাৰৰ লগত ডেমোক্ৰেটিক পাৰ্টিৰ সহযোগিতাৰ এই ধৰণৰ উদাহৰণ পৰ্যালোচনাত প্ৰেচিডেণ্টৰ বিশেষ গুণমুগ্ধ সাংবাদিক ৰাণ্টাৰ লীপমেনে মন্তব্য কৰিছিল: "এই কথা কোৱাটো বঢ়াই কোৱা নহব বুলি মই ভাবোঁ। যে ৰিপাব্লিকান পাৰ্টি চিনেটত আৰু স্বায়ী কমিটিবোৰত আধিপত্য লাভ কৰাৰপৰাহে প্ৰেচিডেণ্ট হিচাপে আইচেনহাৱাৰে সাফল্য লাভ কৰিবলৈ-

ধৰিছিল। প্ৰথম দুবছৰ তেওঁ পুৰণি ৰিপাব্লিকান, বিশেষকৈ চিনেটৰ বিভিন্ন কমিটিৰ ৰিপাব্লিকান চেয়াৰমেনৰ দোৰাস্মত হতাশাৰ মাজেদি দিন কটাব লগীয়া হৈছিল।"

উদাৰপন্থীসকলৰ তৰফৰপৰা চিনেট সদস্য হুবার্ট হামফ্রেই সংখ্যা-গৰিষ্ঠ দলৰ নেতাক এবাৰ "বিধান সম্পৰ্কীয় পদ্ধতিৰ শিল্পত এজন প্ৰতিভা" বুলি প্ৰশংসা কৰিবলৈ থিয় হৈছিল। তেওঁৰ নিজৰ ভাষাত কবলৈ গলে— "এইকথা কবলৈ মই দ্বিধাবোধ নকৰো যে টেক্সাচৰ চিনেট সদস্যজনে নেতৃত্ব আৰু দক্ষতাৰ যি পৰিচয় দিছে তাৰ বাবে মই গৌৰব বোধ কৰোঁ।"

অৰিগণৰ চিনেট সদস্য ৰিচার্ড ন্যুবার্জাৰ চিনেটৰ উদাৰপন্থী ব্লকৰ এজন নতুন সদস্য আৰু ১৯৫৪ চনৰ নিৰ্বাচনত জনছনে এওঁৰ বাবে প্ৰচাৰ কাৰ্য পৰিচালনা কৰিছিল। এওঁ স্পষ্টভাৱে ঘোষণা কৰিলে যে সংখ্যা-গৰিষ্ঠ দলৰ নেতাৰ লগত তেওঁ একমত নহয়। "মোৰ বিশ্বাস, আৰু যিমানখিনি উদাৰ হোৱা দৰ্কাৰ জনছন ঠিক তিমানখিনি উদাৰপন্থী, চিনেটৰ ডেমোক্ৰেট চিনেটৰসকলৰ কাৰ্যকৰী নেতা হিচাপে তেওঁৰ প্ৰভাৱ এতিয়াও পূৰামাত্ৰাই আছে।"

ডেমোক্ৰেটিক পাৰ্টিৰ প্ৰচলিত ৰীতি তেওঁ কোনো দিনে বাদ দিয়া নাই। প্ৰেচিডেণ্টৰ কোনো প্ৰস্তাৱেই চিনেটত ডেমোক্ৰেট সদস্যসকলৰ বিচাৰ অবিহনে প্ৰেচিডেণ্টৰ অনুমোদন লাভ কৰা নাছিল। প্ৰতিটোৱেই আছিল খুটিনাটি বিচাৰ সাপেক্ষ।

এনেকুৱা পৰীক্ষাৰ ফলত দেখা গৈছিল যে প্ৰেচিডেণ্টৰ কোনো প্ৰস্তাৱক হুবহু সমৰ্থন দিয়া সম্ভৱ নহলে হয়তো তাক বাতিল কৰা হৈছিল বা সংশোধনৰ বাবে ঘুৰাই পঠোৱা হৈছিল। তেওঁলোকৰ চেষ্টাই বহু সময়ত সফল হৈছিল।

প্ৰেচিডেণ্টে সৰ্বনিম্ন দৰমহাৰ হাৰ ৭৫ চেণ্টৰপৰা ৯০ চেণ্ট কৰিবলৈ প্ৰস্তাৱ তুলিলে। ডেমোক্ৰেট চিনেটৰসকলে তাক ১ ডলাৰ কৰিবলৈ উঠিপৰি লাগিল আৰু শেষত সেয়ে হ'লগৈ।

চিনেটে জনছনৰ পৰামৰ্শ অনুসৰি প্ৰেচিডেণ্টৰ ৰাজপথ সাহায্য বিলখন প্ৰত্যাখ্যান কৰি নিজৰ এখন বিল গ্ৰহণ কৰিলে।

প্ৰেচিডেণ্টে ডাকবিভাগীয় কৰ্মচাৰীৰ শতকৰা ৬ ভাগ দৰ্মহা বৃদ্ধিৰ প্ৰস্তাৱ কৰে। তাতকৈ অধিক বৃদ্ধিৰ প্ৰস্তাৱ প্ৰেচিডেণ্টে ভেটো প্ৰদান কৰা

সত্ত্বেও চিনেটে শতকৰা ৮ ভাগ বৃদ্ধি কৰাৰ অনুমোদন কৰে। শেষত প্ৰেচিডেণ্টে চিনেটৰ এই বিলতেই স্বাক্ষৰ দিলে।

ডেমোক্ৰেটসকলে ভাবে যে বাসস্থান বিষয়ক আইচেনহাৱাৰ অনুমোদিত বিলখন বস্তী অপসাৰণত যথেষ্ট সহায়ক হব। তেওঁলোকৰ ভিতৰবে এজন, আলাবামাৰ জন স্পাৰ্কমানে দাঙি ধৰা এটা প্ৰস্তাবকে তেওঁলোক আটায়ে সমৰ্থন কৰিলে। সেই পৰিকল্পনাত বস্তী পৰিষ্কাৰ আৰু বেছি কাৰ্যকৰী হ'ল।

ডেমোক্ৰেটিক পাৰ্টীৰ এইবোৰ কাৰ্যৰদ্বাৰা চৰকাৰৰ প্ৰতি এই মনোভাৱ প্ৰকাশ পাইছিল—"তোমালোকে কি কাম কৰিব পাৰা আমি তাতকৈ আৰু বেছি ভাল কাম কৰিব পাৰোঁ।" কোনো কোনো পৰ্যবেক্ষকে এই বিষয়ত মন্তব্যও কৰিছিল আৰু তাত আচৰিত হব লগীয়াও একো নাছিল।

চিনেটৰ সামান্য সংখ্যাগৰিষ্ঠতাকে জনছনে দিনেৰাতি যত্ন কৰি অধিক সুদৃঢ় আৰু সংযত কৰি তুলিলে। চিনেটত দুবছৰ সংখ্যালঘিষ্ঠ দলৰ নেতাৰূপে থকা কালছোৱাত জনছনে যি পৰিশ্ৰম কৰিছিল এতিয়া তাৰ সুবিধা গ্ৰহণ কৰিবলৈ ধৰিলে। জনছনৰ নেতৃত্বত চিনেট যে এটা একব্যক্তি কেন্দ্ৰিক সংস্থা আছিল এই কথা কব নোৱাৰি। অৱশ্যে চিনেটত আচল দলপতি কোন আছিল সেই বিষয়ে সন্দেহৰ কোনো অৱকাশ নাছিল।

জনছনৰ উদ্দেশ্যৰ বিষয়ে সংক্ষেপে কবলৈ গৈ নিউইয়ৰ্ক টাইমচত আৰ্থাৰ ক্ৰকে কৈছিল, "পাৰ্টীৰ নামমাত্ৰ নেতাবোৰ আৰু জাতীয় কমিটিবোৰৰ কাৰ্যাৱলী নিৰ্বাচনৰ প্ৰচাৰত লগোৱা তেওঁৰ উদ্দেশ্য। তেওঁ যথাসম্ভৱ গুৰুত্ব অনুসৰি কংগ্ৰেছ সদস্যসকলৰ আইন প্ৰণয়ন সংক্ৰান্ত বিষয়ত পূৰামাত্ৰাই আত্মনিয়োগ কৰাত স্বাধীনতা দিয়াৰ পক্ষপাতী। এই নীতি অনুসৰণ কৰিবলৈ গৈ জনছনে বুজি পাইছিল যে তেওঁৰ পক্ষে একেযোগে দেশ আৰু পাৰ্টীৰ সেৱা কৰা সম্ভৱ হৈ পৰিছে।"

বসন্ত কালীন এক বক্তৃতাত তেওঁ কৈছিল: "দেশৰ কাৰণে কল্যাণকৰ কাম কৰাত যাৰ বিশ্বাস আছে, সেই সকলোতকৈ ডেমোক্ৰেটিক পাৰ্টী ডাঙৰ। অৱশ্যে সেই কল্যাণকৰ কাম সম্ভৱ কৰি তোলাৰ বিভিন্ন পদ্ধতিৰ কথা মই অস্বীকাৰ নকৰোঁ।

"মোৰ বিশ্বাস, ডেমোক্ৰেটিক পাৰ্টীৰ খাটি সদস্যসকলে ঐক্যৰ ওপৰত

অধিক গুৰুত্ব দিব। কোনো অৱস্থাতে তেওঁলোকে মতৈক্যৰ বিষয় এৰি মত নৈক্যৰ বিষয় নাপায়। তেওঁলোকৰ মাজতো অমিল হব পাৰে, এনে সময় আহিব পাৰে। সেই অৱস্থাতো তেওঁলোকে বিভক্ত হবলৈ গৈ ব্যক্তিত্বতকৈ মতামতৰ ওপৰতহে বেছি গুৰুত্ব দিব।

"ডেমোক্ৰেটিক পাৰ্টীৰ নামত এনেকুৱা বহু কথা আছে যাৰ লগত মই একমত নহওঁ বা যাক সমৰ্থন কৰিব নোৱাৰোঁ। পিছে এখন দেশৰ দৰে এটা পাৰ্টীয়ো সৰহসংখ্যকৰ মত মানি চলিব লাগে।

"যেতিয়া পাৰ্টীৰ অন্যান্য নেতাৰ লগত কোনো বিষয়ত একমত হোৱা মোৰ পক্ষে সম্ভৱ নহয় তেতিয়াই সসম্মানে আৰু গুৰুত্বৰে সৈতে মোৰ ভিন্ন মত মই প্ৰকাশ কৰোঁ। আনৰ সকলো মতকে গ্ৰহণযোগ্য নহয় বুলি ভবাৰ দৰে কোনো ডেমোক্ৰেটকে মোৰ সকলো মত মানি লবলৈ মই জোৰ নকৰোঁ।"

ডেমোক্ৰেটিক পাৰ্টীৰ নেতাই এই বুলি তেওঁৰ বক্তব্যৰ ইতি পেলায়: "মই বিনা সংকোচে কম যে ৰিপাব্লিকান পাৰ্টী ভাল অৱস্থাত দেশৰ বাবে যিমানখিনি কল্যাণকৰ ডেমোক্ৰেটিক পাৰ্টী বেয়া অৱস্থাতো তাতকৈ অধিক কল্যাণকৰ।"

এই বক্তৃতাত জনছনে দুয়ো পাৰ্টীৰ সদস্যবিলাকক স্পষ্টভাৱে জনাই দিয়ে যে প্ৰয়োজন হৈ পৰিলে তেওঁৰ পক্ষে দলীয় মনোভাৱৰ ওপৰলৈ যোৱা অসম্ভৱ নহয় যদিও পাৰ্টী বিশেষৰ প্ৰতি তেওঁৰ বিশ্বাস আৰু সমৰ্থন অটুট থাকিব। জনছন যে কোনো পাৰ্টীবিশেষৰ লোক তাক তেওঁ কোনোদিনে অস্বীকাৰ কৰা নাই।

এনেকুৱা ধৰণৰ বক্তৃতাত জনছনে সদায়ে প্ৰমাণ কৰি আহিছিল যে তেওঁৰ ব্যক্তি হিচাপে এটা বিৰাট উদ্দেশ্য আছে। তেওঁ দৃঢ়সংকল্প আছিল যে সহযোগিতাপূৰ্ণ মনোভাৱ লৈ দেশৰ হিতাৰ্থে কাম কৰাৰ ক্ষেত্ৰত তেওঁৰ নিজ পাৰ্টীৰ সদস্য আৰু সমুদায় চিনেটৰকে যথাসম্ভৱ সাহায্য দান কৰাত তেওঁ চেষ্টাৰ ত্ৰুটি নকৰিব। তদুপৰি তেওঁৰ প্ৰধান উদ্দেশ্য আছিল এই অধিবেশনত এনেকুৱা আইন প্ৰণয়ন কৰা, যিবোৰ কংগ্ৰেছত সংখ্যা গৰিষ্ঠ দলৰ কৃতিত্ব পৰিচায়ক ৰূপে পৰিগণিত হব।

প্ৰয়োজন অনুসৰি জনছনে সদায় চিনেটত ডেমোক্ৰেটিক পাৰ্টীৰ আটাইবোৰ বা প্ৰায়বোৰ ভোট লাভ কৰিবলৈ সক্ষম হৈছিল। যিবোৰ বিষয়ত

উভয় পাৰ্টি প্ৰায় সমান হৈ পৰে তাতো জয়লাভ কৰাৰ তেওঁৰ অসাধাৰণ শক্তি আছিল। চিনেটৰ অধিবেশন চলি থকাৰ লগে লগে সংখ্যাগৰিষ্ঠ ডেমোক্ৰেটিক পাৰ্টিয়ে ৰিপাব্লিকান চৰকাৰৰ লগত সংহতি ৰাখি চলাত কেনেকুৱা ৰেকৰ্ড ৰাখিছে সি কেপিটেলহিলৰ সংবাদিকসকলৰ দৃষ্টিগোচৰ হৈছিল। ভিন্ন ভিন্ন মতাৱলম্বী লোকৰ সমন্বয় গঠিত সংখ্যাগৰিষ্ঠ দলটোক ইমান সুশৃংখলভাৱে কেনেকৈ তেওঁ পৰিচালনা কৰিছিল সাংবাদিকসকলে সেই কথা তেওঁক সুধিছিল।

জনছনে উত্তৰত কৈছিল—"তেওঁলোকে যে মোৰ মুখলৈ চাই একপক্ষ হয় এনে নহয়; আচলতে প্ৰত্যেকে ঠিক সেইভাৱে ভোট দিয়া উচিত বুলি ভাবিছে সম্মিলিতভাৱে ভোট দিয়ে।

"সদস্যসকলৰ মাজত এই বিশ্বাস সৃষ্টি কৰাৰ কৃতিত্ব আমাৰ কমিটিবোৰৰ সভাপতিসকলৰ প্ৰাপ্য। অভিজ্ঞ সদস্যবিলাক আছে এই কমিটিৰ দায়িত্বত। আচল কামবোৰেই কমিটিবোৰত সম্পাদিত হয়। বৰ্তমান চিনেটত যিবিলাক লোক আছে তেওঁলোক এই বিষয়ত কাম কৰা যি কোনো দায়িত্বশীল ব্যক্তিতকৈ অধিক অভিজ্ঞ।"

জনছনে উল্লেখ কৰিছিল যে তেওঁৰ কমিটিৰ প্ৰতিজন সভাপতিয়েই "নিপুণ"। তেওঁলোকৰ কেইজনমান চিনেটত পোন্ধৰ, কুৰি আনকি পঁচিশ বছৰবো অধিক কাল আছিল। তদুপৰি ডেকা সদস্যবিলাকৰ ভিতৰতো কেবাজনৰো উল্লেখযোগ্য জনসেৱাৰ কামৰ ৰেকৰ্ড আছিল। সেয়ে তেওঁলোকে প্ৰতিৰক্ষা, অৰ্থ, সামৰিক, কৃষি, বৈদেশিক-নীতি, বিশ্ব-বাণিজ্য আৰু শ্ৰম বিষয়ক যি কোনো বিষয়ত যি দায়িত্ব তাক তেওঁলোকে ভালদৰেই বুজি পাইছিল। চৰকাৰী কামত উদ্ভৱ হোৱা সমস্যাৰ সমাধান ক'ত সেই কথা তেওঁলোকে ভালদৰে বুজিছিল। তেওঁলোকে ভীষণ পৰিশ্ৰম কৰিছিল আৰু বিশেষ অভিজ্ঞ হোৱা কাৰণে অনাৱশ্যকীয়ভাৱে সময় নকটোৱাকৈয়ে কাম কৰাৰ কৌশলবোৰো তেওঁলোকৰ জনা আছিল।

চিনেটৰ দক্ষতাৰ "কাৰণ" বিষয়ক প্ৰশ্নৰ এয়ে আছিল জনছনৰ উত্তৰ। ফলাফলৰদ্বাৰা ইয়াৰ সত্যতা ওলাই পৰিছিল। ষ্টুৱাৰ্ট এলেপ্পে চিনেট সম্পৰ্কীয় সংবাদ-মন্তব্যৰ ব্যাখ্যাত স্বয়ং জনছনকো এজন "নিপুণ" লোক বুলি স্বীকাৰ কৰি গৈছে।

এলেপ্পে কৈ গৈছিল: "এজন অকৃত্ৰিম লোকক কাম কৰা দেখাটো,

সি খেল পথাৰতে হ'ক নাইবা মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটৰ সভাঘৰতে হ'ক সদায় এটা অদ্ভুত তৃপ্তিদায়ক কথা। আমাৰ দিনৰ সৰ্বশ্ৰেষ্ঠ পৰিষদীয় দলীয় নেতাক কৰ্মতৎপৰ অৱস্থাত দেখিবলৈ যদি কাৰোবাৰ আগ্ৰহ থাকে তেনেহলে তেওঁ পৰিষদৰ আইন প্ৰণয়নকালৰ কোনো উত্তেজনাময় মুহূৰ্তত গেলেৰীত থকা সংখ্যাগৰিষ্ঠ দলৰ নেতাৰ ক্ষীণ, লম্বা মন্থৰ গতিত চলাফুৰা কৰা লোকজনৰ ওপৰত চকু ৰখা উচিত।

"এজন বিৰাট ব্যৱসায়ী খেলুৱৈৰ দৰে টেক্সাচৰ লিণ্ডণ জনচনে কোনো অদৰকাৰী প্ৰস্তাৱ নকৰে। তেওঁৰ ইকাষে সিকাষে দু এটা বাক্য বিনিময়, ৰাজনৈতিক উদ্দেশ্য লৈ কোনোজনৰ কান্ধত হাত এখন ৰখা; তেওঁৰ বিৰোধী দলৰ নেতা কেলিফোৰ্ণিয়াৰ উইলিয়াম নোলেণ্ডৰ লগত সংক্ষিপ্ত আলাপ-আলোচনা—ইয়াৰ অৰ্থ হ'ল, পৰিষদৰ তৰ্কমূলক বিলখন বিনাতৰ্কে গৃহীত হোৱাৰ সম্ভাৱনা।"

৮৪ তম কংগ্ৰেছৰ প্ৰথম অধিবেশনত কেবাবাৰো ঠিক তেনেকুৱাই হৈছিল। জনচনৰ সুযোগ্য নেতৃত্বত চিনেটত কেৱল নতুন মৰ্যাদা আৰু বন্ধুত্বপূৰ্ণ মনোভাৱেই প্ৰতিষ্ঠিত হোৱা নাছিল তাৰ দায়িত্ব সম্পাদনতো গতিবেগ দ্ৰুত হৈ পৰিছিল কমিটিৰ ভিতৰতে বিলবোৰৰ সমাধি হোৱা নাছিল। তৰ্ক-বিতৰ্কৰ প্ৰতিবন্ধক নাছিল; কোনো নৈশ অধিবেশনৰো দৰ্কাৰ হোৱা নাছিল। ৮৩ তম অধিবেশনৰ তুলনাত কংগ্ৰেছত আইন প্ৰণয়ন সংক্ৰান্ত বিষয়ত সময় কটোৱা হৈছিল তিনিভাগৰে দুভাগ। অথচ কৰ্ম সাফল্য সন্তোষজনক। সংযম আৰু আদান প্ৰদানৰ পৰিবেশৰ সৃষ্টি কৰি জনচনে চিনেটক এখন অস্বাভাৱিক সাধন ক্ষেত্ৰত পৰিণত কৰিছিল।

চিনেটৰ এই সাফল্যৰ কাৰণে জনচনো আছিল যথেষ্ট গৰ্বিত। তেওঁ ভাবিছিল যে সংখ্যাগৰিষ্ঠ ডেমোক্ৰেটিক পাৰ্টীৰ বাবে ধ্ৰুৱতৰা হিচাপে তেওঁ যি নীতি গ্ৰহণ কৰিছিল তাত কল্পনাতীত সাফল্য লাভ সম্ভৱ হৈছিল।

জুনৰ শেষত সাধাৰণতে আনবাৰৰ দৰে এমাহৰ বাবে কংগ্ৰেছৰ অধিবেশন বন্ধ ৰখা হয়। এই আজৰিকণতে জনচনে এক সপ্তাহৰ মূৰে মূৰে চিনেটৰ চলি থকা অধিবেশনৰ সাফল্যজনক কামৰ একোখন তালিকা প্ৰস্তুত কৰে। অধিবেশন শেষ হোৱাৰ ছ সপ্তাহ পিছত তেওঁৰ ষ্টাফৰ সদস্যবিলাকে আইন প্ৰণয়ন সংক্ৰান্ত কামৰ পূৰ্ণাঙ্গ এখন ডাইজেষ্ট তৈয়াৰ

কৰে। জনছনৰ এখন ভূমিকাৰে সৈতে সেইখন চিনেটৰ এখন দলিলৰূপে ছপা কৰি উলিয়া হয়।

সংখ্যাগৰিষ্ঠ দলৰ নেতা হিচাপে জনছনৰ তত্বাবধানত ওলোৱা প্ৰথম বছৰৰ এই দলিলখন যথেষ্ট তাৎপৰ্যপূৰ্ণ আছিল। এইখন আছিল আইছেন-হাৱাৰ শাসন কালৰ তৃতীয় বছৰৰ আইন প্ৰণয়ন সংক্ৰান্ত বিষয়ত কংগ্ৰেছত ডেমোক্ৰেটিক পাৰ্টিৰ কাৰ্য-কলাপৰ সংক্ষিপ্ত পৰিচয়। চৰকাৰৰ বিষয়ে জনছনৰ মৌলিক দৰ্শনো তাত সংক্ষিপ্তাকাৰে প্ৰতিভাত হৈছিল :

"৮৪ তম কংগ্ৰেছৰ প্ৰথম অধিবেশনে বহুবিষয়ক কৃতকাৰ্যতাৰ বিৰাট কৃতিত্বৰ দাবী কৰিব পাৰে। অত্যন্ত কাৰ্যদক্ষতা আৰু সুযোগ্য পদ্ধতিত অধিবেশনৰ দায়িত্ববোৰ সম্পাদিত হৈছে, ইয়াত বিজ্ঞ আইন প্ৰণেতাসকলো উপকৃত হ'ব।

"অধিবেশনত শ্ৰমিক, কৃষক আৰু ব্যৱসায়ীসকলৰ স্বাৰ্থোন্নয়ন আৰু সংৰক্ষণৰ ভালেমান ব্যৱস্থা গৃহীত হৈছে।

"আমাৰ স্বাধীনতা ৰক্ষা আৰু শান্তি সংৰক্ষণৰ উদ্দেশ্যে পৰিকল্পিত নীতিৰ অন্তৰালত জাতিক ঐক্যবদ্ধ কৰাই আছিল এই অধিবেশনৰ শ্ৰেষ্ঠতম কৃতিত্ব। বাদ-বিসম্বাদ যথাসম্ভৱ হ্ৰাস পায় আৰু জাতীয় স্বাৰ্থক সংকীৰ্ণ দলীয় মনোবৃত্তিৰ ওপৰত স্থান দিয়া হয়।

"পৰিসংখ্যান বিষয়ক দৃষ্টিকোণৰ ফালৰপৰা অধিবেশনৰ সাফল্য সন্তোষজনক। গোটেই ৰাতিটোধৰি কোনোদিন অধিবেশন হোৱা নাই। অতিৰিক্ত তৰ্ক-বিতৰ্কয়ো কোনো দিনে ঠাই পোৱা নাই, উত্তপ্ত ভাবাবেগক জীয়াই ৰখাৰ নিচিনা ক্লান্তিকৰ কোনো বাদানুবাদ হোৱা নাই। তথাপি আগৰ বহু বছৰৰ তুলনাত যথেষ্ট বেছি দায়িত্বপূৰ্ণ আৰু নিখুঁত কাম সম্পাদিত হৈছে।

"৮৩ তম কংগ্ৰেছৰ প্ৰথম অধিবেশনৰ লগত এই অধিবেশনৰ তুলনা কৰিলে পাৰ্থক্যটো ওলাই পৰে। এই অধিবেশনে শতকৰা ত্ৰিশভাগ কম সময়ৰ ভিতৰত প্ৰায় শতকৰা ত্ৰিশটা বেছি বিল পাছ কৰে। এই অধিবেশনে খুব কম সংখ্যক বিষয় অমীমাংসিত অৱস্থাত ৰাখে আৰু কমিটিৰ ফাইলত আবদ্ধ হৈয়ো থাকে খুব কমসংখ্যক বিষয়। পূৰ্ববৰ্তী কংগ্ৰেছৰ অধিবেশনত যি ঠাইত প্ৰেচিডেন্টে ২৩,৫০০ খন মনোনয়ন অনুমোদন কৰিছিল বৰ্তমান অধিবেশনত সেই ঠাইত প্ৰায় ৪০,০০০ মনোনয়ন অনুমোদিত হয়।

"তদুপৰি চিনেটৰ এই অধিবেশনে ন্যূনতম বেতন, সাধাৰণ বাসস্থান, উজনি কালাৰাডো নদী পৰিকল্পনা, দীৰ্ঘম্যাদী বাণিজ্য সূচীৰ নিচিনা গুৰুত্বপূৰ্ণ আৰু অত্যন্ত বিতৰ্কমূলক আইনবোৰ বিধিবদ্ধ কৰে। এই বিষয়ৰ কোনো বিলেই অনুমোদনৰ বাবে তিনি দিনৰ অধিক সময় লোৱা নাই।

"কিন্তু কৃতিত্বপূৰ্ণ কামৰ পৰিমাপ হিচাপে এই গণনা এককভাবে অপৰ্যাপ্ত। গৃহীত আৰু অগৃহীত বিলৰ তালিকা পৰ্যালোচনাৰ চমৎকাৰ বিষয়। পিছে, বিচক্ষণতা আৰু দেশাত্মবোধত অনুপ্ৰাণিত হৈ জনসাধাৰণৰ বিভিন্ন সমস্যাৰ সমাধান হ'ল নে নাই সেয়ে আছিল কংগ্ৰেছৰ সাফল্য অসাফল্যৰ প্ৰধান বিচাৰ্য বিষয়।

"এই মান অনুসাৰে, ৮৪ তম কংগ্ৰেছৰ প্ৰথম অধিবেশনে জনসাধাৰণৰ আগত দ্বিধাহীনভাবে তাৰ ৰেকৰ্ড দাঙি ধৰিব পাৰে। এই অধিবেশনতে প্ৰমাণিত হয় যে মানুহে যেতিয়া জাতীয় স্বাৰ্থক দলীয় স্বাৰ্থৰ ওপৰত স্থান দিয়ে তেতিয়া বৈদেশিক নীতিৰ ক্ষেত্ৰত জাতীয় ঐক্য অৰ্জন কৰা সম্ভৱ। এই প্ৰতিশ্ৰুতি পূৰ্ণভাবে পালন কৰা হৈছে।

"চীনা কমিউনিষ্টবোৰৰ বিৰুদ্ধে বাধাৰ প্ৰাচীৰ ৰচনাৰ বাবে প্ৰেচিডেণ্টে যেতিয়া ফৰমোচা প্ৰস্তাৱ উত্থাপন কৰে তেতিয়া ইয়াৰ এটা সীমা নিৰ্ধাৰণ কৰি দিয়া হয়। কমিউনিজিমৰ বিৰুদ্ধে য়ুৰোপৰ প্ৰতিৰক্ষাৰ ভেটি নিৰ্ণায়ক পেৰিচ প্ৰস্তাৱ অনুমোদনত এই প্ৰতিশ্ৰুতি ৰক্ষা কৰা হৈছে।

"বৃহৎ চাৰিশক্তিৰ সম্মিলনৰ পথ প্ৰস্তুতকাৰী অষ্ট্ৰিয়ান চুক্তি অনুমোদনত এই প্ৰতিশ্ৰুতি ৰক্ষা কৰা হৈছে।

"প্ৰেচিডেণ্টৰ নিৰস্ত্ৰীকৰণ তদন্ত প্ৰস্তাৱৰ প্ৰতি ডেমোক্ৰেটিক পাৰ্টিৰ ফালৰপৰা দ্ব্যৰ্থহীনভাবে সমৰ্থন জনাই বৃহৎ চাৰি শক্তিৰ সম্মিলনতো প্ৰতিশ্ৰুতি পালন কৰা হৈছে।

"দেশৰ ভবিষ্যত বিপদসংকুল। আগৰ কংগ্ৰেছৰ বিপৰীতভাবে এই কংগ্ৰেছে চিন্তা কৰে যে এনেকুৱা সময়ত বিভক্ত নহৈ দেশ ঐক্যবদ্ধ হোৱাহে উচিত। বৈদেশিক ৰাষ্ট্ৰৰ নেতৃবৃন্দৰ লগত এক সম্মিলনত লগ লাগিব খুজিছে বুলি প্ৰেচিডেণ্টক হায়ৰাণ কৰিবলৈ চিনেটৰ সভাঘৰত দলীয় ৰণভূমিৰ ৰূপদিয়া এই অধিবেশনৰ উদ্দেশ্য নহয়।

"গুণগত মাপকাঠীত, এই অধিবেশনত পাছ হোৱা আইনবোৰৰ মান যথেষ্ট উচ্চ। কেইটামান বিধিব্যৱস্থা—যেনে বাণিজ্য কাৰ্যসূচী, ৰিজাৰ্ভ

বিল, বাসস্থান বিষয়ক বিল, ন্যূনতম দৰমহা বিল আৰু যুক্তৰাষ্ট্ৰীয় দৰমহা বিল আদি আইনবোৰে বাতৰি-কাকতত উচ্চ প্ৰশংসা লাভ কৰিছে। এনে গুৰুত্বপূৰ্ণ অন্যান্য বিলবোৰে ইমানখিনি দৃষ্টি আকৰ্ষণ কৰিব পৰা নাই ; কিন্তু কংগ্ৰেছৰ খ্যাতি অৰ্জনত এইবোৰৰো বিশেষ ভূমিকা আছে।

"কৃষি ঋণৰ সুদৰ হাৰ কমোৱা হৈছে আৰু প্ৰাকৃতিক বিপৰ্যয়ৰ ফলত খেতিৰ যি ক্ষতি সাধন হব সেই ক্ষতিপূৰণৰ বাবেও ব্যৱস্থা লোৱা হৈছে। চুক্তি বিৰোধী অপৰাধৰ বাবে শাস্তিৰ মাত্ৰাবৃদ্ধি আৰু দ্ৰব্য-সামগ্ৰী আদান-প্ৰদানত বজাৰ মূল্য বৃদ্ধিৰ অসাধু তৎপৰতাৰ বিৰুদ্ধে ব্যৱস্থা সুদৃঢ় কৰা হৈছে।

"কেন্দ্ৰীয় নিৰপত্তা প্ৰোগ্ৰাম পৰ্যালোচনাৰ বাবে দীৰ্ঘ প্ৰতীক্ষিত এটা কমিছন গঠন কৰা হৈছে। কৰ বিষয়ক এটা ক্ৰুটিৰ সংশোধন ব্যৱস্থা কৰাৰ ফলত চৰকাৰী তহবিলত প্ৰায় এশ কোটি ডলাৰ ৰাহি হৈছে।

"মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জনসাধাৰণৰ ব্যক্তিগতভাৱে আৰু সমষ্টিগতভাৱে সহায় কৰিবলৈ পৰিকল্পিত যিবোৰ বিল অনুমোদিত হৈছে, এইবোৰ সেই বিলাকৰে কেইখনমান মাত্ৰ।

"আইন প্ৰণয়ন সংক্ৰান্ত বিষয়ত এই অধিবেশনত যিভাৱে দায়িত্ব সম্পাদিত হৈছে, সি ঐতিহ্যবাহী আৰু দায়িত্বপূৰ্ণ আইন প্ৰণয়ন ৰীতিৰ সৰ্বোচ্চ মানৰ পৰিচায়ক। প্ৰেচিডেণ্টৰ প্ৰতিটো প্ৰস্তাৱ গুৰুত্ব সহকাৰে বিবেচনা কৰা হৈছে। দেশৰ উন্নতিৰ কাৰণে সি কিমানখিনি উপযোগী কেৱল মাপকাঠীৰেই তাক বিচাৰ বিবেচনা কৰা হৈছে। বহুবিষয়ত তাক আৰু উন্নত কৰা হৈছে। কোনো কোনো সময়ত সি প্ৰায় অপৰিবৰ্তিত ভাৱে অনুমোদিত হৈছে। কোনো কোনো সময়ত সেইবোৰৰ বিচাৰ বিবেচনা কৰা নহৈছিল। চমুকৈ কবলৈ হলে কংগ্ৰেছে নিজকে এটা "আজ্ঞাবাহী" অনুষ্ঠানৰ দৰে পৰিচালনা কৰা নাছিল ; বৰং মাৰ্কিন জনসাধাৰণৰ প্ৰতিনিধিত্বৰ সাংবিধানিক দায়িত্ব সম্পাদনতহে আগভাগ লৈছিল। চিনেটত যেতিয়া কোনো আইনৰ আলোচনাৰ সময়, তেতিয়া কোনো অৱস্থাতে সভাঘৰ এটা ৰাজনৈতিক সম্মিলন বা গাঁৱলীয়া মেলত পৰিণত হোৱা নাছিল।

"চিনেটে যিবোৰ বিষয়ে অনুমোদন কৰিছে বা কৰা নাই স্বাভাৱিকতে সেইবোৰ বিতৰ্কৰ বিষয়। কিন্তু সেই সকলো যুক্তিতৰ্ক খাটাংভাৱে বিচাৰ-

বিবেচনাৰ বিষয়। চিনেট দেশৰ ওচৰত আৰু কেৱল জনসাধাৰণৰ ওচৰতে দায়বদ্ধ। সি প্ৰশাসন বিভাগ বা বিচাৰ বিভাগৰ অনুবন্ধ নহয়। বৰং জনসাধাৰণৰ আশা-আকাঙ্খাৰ প্ৰতিৰূপ দিয়াৰ ই এটা নিৰ্বাচিত স্বাধীন অনুষ্ঠানহে। চিনেটৰ সাফল্য আৰু অসাফল্য বিচাৰ ক'ৰিবলৈ মাত্ৰ এজন বিচাৰকেই থাকিব পাৰে আৰু সেই বিচাৰকেই হ'ল জনসাধাৰণ নিজে।"

চেণ্ডেৰৰ মাজভাগত এই বিবৃতি প্ৰকাশিত হয়। ইতিমধ্যে জনছন হৃদ্‌ৰোগত আক্ৰান্ত হয়। ফলত কংগ্ৰেছৰ অধিবেশনৰ শেষৰ মাহত তেওঁ অধিবেশনত যোগ দিব নোৱাৰিলে। কিন্তু চিনেটৰ কথা ধৰিলে তেতিয়াও তেওঁৰ অধিবেশন আৰু কৰ্ম সাফল্যৰ যি গৌৰব সি আছিল নিতান্তভাৱে তেওঁৰ ব্যক্তিগত।

## বাৰ

আমেৰিকান চিনেটৰ প্ৰতিনিধীয়া অধিবেশন বহে চিনেটৰ পুৰোহিত নাইবা চৰকাৰী ধৰ্মযাজকৰ এক প্ৰাৰ্থনানুষ্ঠানৰ জৰিয়তে। ১৯৫৬ চনত ৫ জুলাই বৃহস্পতিবাৰে চিনেটৰ অধিবেশনৰ আৰম্ভণিতে পুৰোহিত ফ্ৰেডেৰিক্ ব্ৰাউন হেৰিছে তেওঁৰ প্ৰাৰ্থনানুষ্ঠানৰ শেষত কৈছিল :

"আজি ইয়াত থিয় হৈ এই সংস্থাৰ সেই উচ্চ দায়িত্বপূৰ্ণ পদাধিষ্ঠিত নেতাৰ বাবে আকুল হৈ পৰিছোঁ। মাত্ৰ সিদিনাখন তেওঁৰ উচ্চ দায়িত্বৰ আসনৰপৰা তেওঁ জনসাধাৰণৰ স্বাৰ্থজড়িত বিষয়ত অসীম ধৈৰ্য আৰু গভীৰ আন্তৰিকতাৰে সৈতে মতামত দিছিল। অথচ আজি তেওঁ আকস্মিকভাৱে মাৰাত্মক ৰোগত ভুগিব লাগিছে। আজিৰ এই উদ্বেগময় ক্ষণত আমি তেওঁৰ অশ্ৰুপূৰ্ণনেত্ৰ পৰিয়ালবৰ্গৰ বাবে পৰমপিতা পৰমেশ্বৰৰ ওচৰত কাতৰ মিনতি জনাইছোঁ।

"সৰ্বশক্তিমানৰ ওচৰত আমি এই নিবেদন জনাওঁ যে চিকিৎসকবৃন্দ আৰু ধাত্ৰীবৃন্দৰ দক্ষতাই যেন অচিৰেই তেওঁক তেওঁৰ প্ৰিয়জনৰ ওচৰলৈ ওভোটাই আনে আৰু এই সংকটময় কালত দেশৰ মন্ত্ৰণাসভাত তেওঁক পুনৰায় পূৰ্বৰ ঠাইত প্ৰতিষ্ঠিত কৰে। এই সময়ত যিসকলৰ ওপৰত তেওঁৰ কাৰ্যকাজৰ ভাৰ ন্যস্ত হৈছে তেওঁলোকক যেন ঈশ্বৰে পথ দেখুৱায়।

"প্ৰতিটো দিনৰ আৰম্ভণিৰ লগে লগে আমি প্ৰত্যেকেই নিজ নিজ ঠাইত থাকি আমাৰ যথাসাধ্য কৰ্তব্য পালন কৰিবলৈ সক্ষম হওঁ যেন আৰু ৰাতিৰ লগে লগে আমাৰ কাম শেষ হয় যেন। আমীন!"

তাৰ পিছত দুদিন ধৰি বাতৰি-কাকতবোৰত আৰু ৰেডিঅ'ত জনচনৰ হৃদ্‌ৰোগৰ কথা আৰু তাৰ আনুসঙ্গিক পৰিস্থিতিৰ বাবে বুলেটিন প্ৰকাশ কৰিবলৈ ধৰিলে।

ৰোগৰ আক্ৰমণ "মজলীয়া ধৰণৰ গুৰুতৰ" বুলি কোৱাৰ বাহিৰে চিকিৎসকমহলৰপৰা আন কোনো বিবৃতি প্ৰকাশিত হোৱা নাছিল।

জনচনৰ অনুপস্থিতিত আৰ্ল চি. ক্লিমেণ্টে অস্থায়ীভাবে সংখ্যাগৰিষ্ঠ দলৰ নেতা নিৰ্বাচিত হৈছিল। তেওঁ চিনেটৰ প্ৰেচিডেণ্টৰপৰা জনচনৰ স্বাস্থ্য সম্পৰ্কে এটা বিবৃতি দিবলৈ অনুমতি পালে। অধিবেশনৰ আটাইবিলাক সদস্যই এই বিবৃতি শুনিবলৈ উৎকণ্ঠিত হৈ পৰে। বিশ্ৰামৰ কালৰ প্ৰথম ছোৱাত কিভাবে জনচন হঠাৎ হৃদৰোগাক্ৰান্ত হয় সেই কথা ক্লিমেণ্টে চমুকৈ জনায়। তাৰপিছত তেওঁ ডাঃ জেম্‌চ চি. কেণৰ বিবৃতি এটা পঢ়ি শুনায়। ডাঃ কেণ মেয়ো ভ্ৰাতৃবৃন্দৰ জনৈক চিকিৎসক আৰু জনচন পৰিয়ালৰ বহুদিনীয়া বন্ধু। চিকিৎসাকাৰীসকলৰ লগত পৰামৰ্শ কৰিবলৈ তেওঁ ৱাচিংটনলৈ বিমানেৰে আহিছিল।

এই চমু বিবৃতিটোৱে বহুপৰিমাণে অভয় দিছিল :

"চিনেট সদস্য লিণ্ডণ বি. জনচন মজলীয়া বিধৰ গুৰুত্বপূৰ্ণ 'মায়োকাৰ্ডিয়েল ইনফেক্সণ'ত আক্ৰান্ত হয়। ৰোগত ভোগাৰ ঠিক পিছতেই তেওঁৰ অৱস্থা খুব সংকটাপন্ন হৈ পৰিছিল ; কিন্তু সম্প্ৰতি সন্তোষজনকভাবে তেওঁ আৰোগ্য লাভ কৰিছে।

"তেওঁৰ চিকিৎসকসকল একমত যে কোনোমতেই এই অধিবেশন চলি থকা কালছোৱাত আগৰ কামত যোগদিব নোৱাৰিব। যেনেকুৱা কামেই নহ'ক কেইমাহমানৰ কাৰণে তেওঁ আৰু কোনো কামতেই হাত দিব নোৱাৰিব।

"কঠিন ধৰণৰ আৰু কোনো আক্ৰমণৰ সম্মুখীন নহলে আৰু সন্তোষজনক-ভাবে এতিয়াৰ দৰে যদি আৰোগ্য লাভ কৰে তেনেহলে জানুৱাৰীলৈ পুনৰ তেওঁ চিনেটত যোগ দিব পাৰিব।"

ক্লিমেণ্টে এই বিবৃতিৰ কোনো ব্যাখ্যা কৰাৰ চেষ্টাই কৰা নাছিল। এইটো পঢ়াৰ পিছত জনচনৰ শাৰীৰিক অৱস্থা সম্পৰ্কে তেওঁ যিমান দূৰ জানিছিল তাৰ এটা বিবৃতি দাঙি ধৰে। পীড়িত লোকৰ ওচৰলৈ তেওঁৰ পৰিবাৰৰ বাহিৰে আন কোনো লোকৰ দেখা কৰাৰ অনুমতি নাছিল, তেওঁৰ পৈণীয়েক হাস্পাতালতেই আছিলগৈ। জনচনৰ মাকে জীৱনত প্ৰথমবাৰৰ কাৰণে বিমানেৰে পুতেকক চাবলৈ অষ্টিনৰপৰা ৱাচিংটনলৈ আহিছিল। জনচনে আনন্দমনেৰে বিশ্ৰাম গ্ৰহণ কৰিছিল। তথাপি তেওঁক এতিয়াও অক্সিজেন টেণ্টতে ৰখা হৈছে।

"এই অৱস্থাত" কেণ্টাকীৰ সদস্যজনে কৈছিল, "সংখ্যাগৰিষ্ঠ দলৰ

নেতা হিচাপে তেওঁৰ দায়িত্ব লোৱা মোৰ কৰ্তব্য। মোৰ কাৰ্যভাৰ অস্থায়ী যদিও এনেকুৱা এগৰাকী লোকৰ কৰ্তব্য গ্ৰহণ কৰা যে মোৰ পক্ষে কঠিন আৰু বিব্ৰতকৰ সেই কথা স্বীকাৰ কৰাত মোৰ অকণো সংকোচ নাই।

"এই অধিবেশন চলা কালছোৱাত লিণ্ডণ জনছনে নেতৃত্বৰ যি মাপ স্থাপন কৰি গৈছিল তাৰ ফলস্বৰূপে চৰকাৰৰ গণতান্ত্ৰিক আদৰ্শৰ প্ৰতি আস্থাশীল প্ৰতিজন সদস্যৰপৰা তেওঁ অভিনন্দন পাইছিল। তেওঁৰ কঠোৰ শ্ৰম, সময়োপযোগী ব্যৱস্থা কেৱলমাত্ৰ ব্যক্তিগতভাৱে তেওঁকেই নহয়, সমগ্ৰ চিনেটকেই গৌৰৱান্বিত কৰিছিল।

"এজন ঘনিষ্ঠ ব্যক্তিগত বন্ধু হিচাপে মই লিণ্ডণ জনছনৰ পৰম অনুৰাগী। এজন মাৰ্কিণ নাগৰিক হিচাপেও যিকোনো উপায়ে মই তেওঁৰ সহযোগী হবলৈ সুযোগ পোৱাত পৰম গৰ্বিত।"

তেওঁ আন্তৰিকতাৰে সৈতে কয়—"লিণ্ডণ জনছনৰ প্ৰতি বন্ধুত্বপূৰ্ণ মনোভাব নোলোৱা কোনো লোক চিনেটৰ উভয় পাৰ্টিৰ ভিতৰত আছে বুলি মোৰ বিশ্বাস নহয়।"

ক্লিমেণ্টৰ বক্তৃতা অনুসৰণ কৰি যিসকলে সংখ্যাগৰিষ্ঠ দলৰ নেতাৰ প্ৰতি শ্ৰদ্ধা দেখুৱাইছিল তাতো সেই একে সুৰেই ধ্বনিত হৈছিল। এই বক্তৃতাই সকলোৰে মনত বিস্ময়ৰ সৃষ্টি কৰিছিল। তাৰ পিছত উভয় দলৰ কেবাজনো সদস্যই সংখ্যাগৰিষ্ঠ দলৰ নেতাৰ প্ৰতি শ্ৰদ্ধা নিবেদনাৰ্থে উপযুক্ত শব্দৰ মাধ্যমেৰে ব্যক্তিগত অনুভূতি প্ৰকাশৰ বাবে উঠিপৰি লাগিল।

নিউইয়ৰ্কৰ সদস্য লেমেণে এই মৰ্মে প্ৰস্তাৱ কৰে—"আহক, আমাৰ পৰম প্ৰিয় প্ৰবীণ চিনেটৰ, সংখ্যাগৰিষ্ঠ দলৰ নেতা লিণ্ডণ জনছনৰ শীঘ্ৰে সম্পূৰ্ণভাৱে আৰোগ্য হোৱাৰ কাৰণে চিনেটৰ আটায়ে থিয় হৈ সৰ্বমঙ্গলময় পৰমেশ্বৰৰ ওচৰত নীৰৱে প্ৰাৰ্থনা জনাওঁ।" অথচ লেমেণেই পাৰ্টিৰ নীতিগত কথাত জনছনৰ লগত প্ৰচুৰ তৰ্কবিতৰ্ক কৰিছিল। তেওঁৰ কথা-মতে আটাইবিলাক চিনেটৰে দুই মিনিট সময় থিয় হৈ জনছনৰ আৰোগ্যাৰ্থে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছিল—ই সঁচাকৈয়ে চিনেটৰ কাৰণে এক অভূতপূৰ্ব ঘটনা।

জনছনৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি সিদিনা যিসকল চিনেট সদস্যই বক্তৃতা

দিছিল, তাৰ মাজেদি আৰু যিটো সত্য প্ৰতিভাত হৈছিল সি হ'ল তেওঁ-লোকৰ বন্ধুত্ব আৰু সহযোগিতামূলক প্ৰীতিভাৱ। এই মনোভাৱৰ সৃষ্টিৰ কৃতিত্ব মূলতে জনছনৰ। স্লিমেণ্টেও যথাসাধ্য চেষ্টা কৰি সেই ঐতিহ্য অক্ষুণ্ণ ৰাখিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছিল। সংখ্যালঘিষ্ঠ দলৰ নেতা নোলেণ্ডেও তাত সহযোগিতা কৰাৰ প্ৰতিশ্ৰুতি দিছিল।

জনছনৰ নেতৃত্ব দান ক্ষমতা আৰু ব্যক্তিগত গুণাৱলীৰ উচ্চ প্ৰশংসাত ডেমোক্ৰেটিক পাৰ্টীৰ ছেভেজ, চিমিংটন, এলেণ্ডাৰ, হামফ্ৰে, মেন্সফিল্ড, হিল, গোৰ আৰু মনোৰানি প্ৰমুখ্যে চিনেটৰসকলৰ লগত ৰিপাব্লিকান পাৰ্টীৰ যিবিলাক সদস্যই যোগ দিছিল তাৰ ভিতৰত আছিল দক্ষিণ ডাকোটাৰ কাৰ্ল ই মুণ্ডট্, মেইনৰ মাৰ্গাৰেট চেছ স্মিথ আৰু কালিফোৰ্ণিয়াৰ টমাচ কে. কুছেল প্ৰভৃতি। কেতিয়াবা কেতিয়াবা তীব্ৰ সমালোচক ৱেণ মৰ্চে আবেগপূৰ্ণভাষাত জনছনৰ নিঃস্বাৰ্থপৰতা আৰু অসুস্থ নেতাৰ প্ৰতি তেওঁ ব্যক্তিগত ঋণ স্বীকাৰ কৰি বক্তৃতা দিছিল। "বিগত কেবা বছৰতো মই লিণ্ডণ জনছনৰপৰা পুনঃপুনঃ উপকৃত হৈ আহিছোঁ। মই তেওঁক কেৱল এজন মহান ৰাজনৈতিক ৰূপেই নহয় মহৎ ব্যক্তিহিচাপেও শ্ৰদ্ধা কৰোঁ।"

এই শ্ৰদ্ধাজ্ঞাপনৰ ক্ষেত্ৰত কোনো আনুষ্ঠানিকতাৰ স্থান নাছিল। সেয়া আছিল তেওঁলোকৰ অন্তৰ উথলি অহা স্বতঃস্ফূৰ্ত ভাৱাবেগ।

চিনেটৰ আলবেণ বাৰ্কলিৰ লগত একাধিক সদস্যই পূৰ্ণ ঐক্যমত প্ৰকাশ কৰিছিল। "মই বিশ্বাস কৰোঁ যে চিনেটত সৰ্বশ্ৰেষ্ঠ শ্ৰদ্ধা আমি সকলোৱে তেওঁকেই দিব পাৰোঁ যিজনে এই অধিবেশনৰ বাকী থকা সময় ছোৱাত আৱশ্যকীয় কামবোৰ আগবঢাই নিয়াত সহযোগিতা কৰে আৰু কোনোপধ্যে তাক পিছ পেলাই নথয়।"

জনছন আৰু চিনেটৰ প্ৰতি তেওঁৰ মনোভাৱৰ বিষয়ে গভীৰ উপলব্ধিয়েই সদস্যসকলৰ এনেকুৱা হিয়াভৰা শ্ৰদ্ধা নিবেদন সম্ভৱ কৰি তুলিছিল।

যিসকলে জনছনৰ লগত কাম কৰিছে আৰু দৈনিক কৰ্মসূচীৰ মাজত তেওঁক দেখিছে তেওঁলোকে জনছনৰ প্ৰতি এনেকুৱা শ্ৰদ্ধা নিবেদন কৰাত আচৰিত হব লগীয়া একো নাই। কাৰণ জনছনৰ মাজতেই তেওঁলোকে শ্ৰদ্ধা-ভাজন নেতা এজনৰ সন্ধান পাইছিল। কিন্তু জনছনৰ অতি অন্তৰঙ্গ বন্ধুসকলকো যি কথাই স্তব্ধ কৰি তুলিছিল সেয়া আছিল জনছনৰ নেতৃত্বই যে সমগ্ৰ জাতিৰ ওচৰত স্বীকৃতি লাভ কৰিছিল তাৰেই বাহ্যিক অভিব্যক্তি।

সি প্ৰথম প্ৰকাশ পায়, তেওঁ হৃদৰোগাক্ৰান্ত হোৱাৰ পিছৰ কেইদিনত বাতৰি কাগজৰ সম্পাদকীয় মন্তব্যৰ প্লাবনৰ মাজেদি। দৈনিক ডাক খুলি জনছনৰ ষ্টাফৰ সদস্যবিলাকৰ অনেকেই ভাবিছিল যে দেশৰ বাতৰি-কাকতৰ সম্পাদকবোৰে যেন সংখ্যাগৰিষ্ঠ দলৰ নেতাৰ প্ৰতি আশাৰ দৃষ্টি ৰাখি আছিল। বৰ্তমান সেই কাম আৰু যি গৰাকী ব্যক্তিয়ে সেইবোৰ কৰি আহিছে তেওঁৰ বিষয়ে পাঠকবৰ্গক জনাই দিয়া তেওঁলোকৰ বিশেষ কৰ্তব্য বুলি ভাবিছে।

শ শ সম্পাদকীয় প্ৰবন্ধ প্ৰকাশিত হব ধৰিলে। সেইবোৰ স্থান পায়—যুক্তৰাষ্ট্ৰৰ প্ৰতিখন ৰাজ্য, কানাডীয় আৰু ইংৰাজী সংস্কৰণৰ অসংখ্য কাকতত। থূলমূলকৈ ধৰিলে এই কথাই সত্যৰূপে প্ৰতিভাত হয় যে, জনছনৰ "ঐক্য, সংযম আৰু সহযোগিতা"ৰ নীতি সম্পৰ্কে তেওঁ নিজে যি আশা কৰিছিল যুক্তৰাষ্ট্ৰৰ জনসাধাৰণৰ মনোভাবৰ মাজেদি তাতকৈ বেছি প্ৰকাশিত হৈছিল।

আমেৰিকাৰ শীৰ্ষস্থানীয় বহুসংখ্যক সম্পাদকীয় প্ৰবন্ধৰ দুই এক শাৰীৰ সমাৱেশত এটি "পূৰ্ণাঙ্গ" সম্পাদকীয় তলত দিয়া হ'ল :

"চিনেটত সংখ্যাগৰিষ্ঠ নেতা লিণ্ডণ জনছনে প্ৰমাণ কৰিছে যে তেওঁ আজন্ম নেতাসকলৰেই এজন।" কেণ্টণ, ওহিও, 'ৰিপোজিটৰী'। "৪৬ বছৰীয়া টেক্সাচবাসীৰ বিৰোধভাৱ দূৰকৰাত এজন শক্তিশালী পুৰুষ। তেওঁ কেৱলমাত্ৰ ডেমোক্ৰেট কংগ্ৰেছ আৰু ৰিপাব্লিকান চৰকাৰৰ মাজতেই ঐক্য প্ৰতিষ্ঠা কৰা নাই, ডেমোক্ৰেট সদস্যৰ মাজত অন্তৰ্বিৰোধো দূৰ কৰাত কৃতিত্বৰ পৰিচয় দিছে।"—পোৰ্টলেণ্ড, 'অৰিগোনিয়ান'। "সংখ্যাগৰিষ্ঠ দলৰ নেতৃত্বদানত তেওঁ এজন খাটি প্ৰতিভাশালী ব্যক্তি।"—'লুইচিভিলে টাইমচ্'।

"ৰিপাব্লিকান চৰকাৰৰ শাসনত বিভক্ত অথচ ডেমোক্ৰেটিক পাৰ্টি নিয়ন্ত্ৰিত চিনেটত চিনেটৰ জনছনে নেতৃত্ব দিয়ে। তেওঁৰ নেতৃত্বত সুষ্ঠ আৰু স্বাভাৱিক দায়িত্ব সম্পাদন, বিৰোধ আৰু অপকৌশলৰপৰা আঁতৰি থকাৰ ক্ষেত্ৰত চিনেটে বিশেষ খ্যাতি অৰ্জন কৰে।"—কলম্বাচ, ওহিও, 'ষ্টেট-জাৰ্নেল'। "ডেমোক্ৰেটিক পাৰ্টিৰ উদাৰনৈতিক ৰক্ষণশীলসকলৰ মাজত ঐক্যপ্ৰতিষ্ঠাৰ ক্ষেত্ৰত তেওঁ অতুলনীয় খ্যাতি ৰাখিব পাৰিছে।"—'লেবাৰ,' ৱাছিংটন, ডি-চি।

"প্ৰতিটো বিষয়তে ডেমোক্ৰেটসকলৰ মাজত ঐক্যবদ্ধ মনোভাৱ প্ৰতিষ্ঠা আৰু সূক্ষ্ম কৌশল নৈপুণ্যত জনছনৰ নেতৃত্ব অতুলনীয়।"—'ডি নিউইয়ৰ্ক টাইমচ্'। "কংগ্ৰেছৰ এজন সুদক্ষ কৰ্মকৰ্তা হিচাপে মিঃ জনছনে দুয়োটা পাৰ্টিৰ আইন প্ৰণয়নকাৰীসকলৰপৰা আন্তৰিক শ্ৰদ্ধা লাভ কৰিব পাৰিছে।" —নিউইয়ৰ্ক, 'হেৰাল্ড ট্ৰিবিউন'। "লিণ্ডণ জনছন দুয়ো পাৰ্টিৰ ভিতৰতে এজন বিশিষ্ট দক্ষ ব্যক্তি। ৮৪ তম কংগেছত সুশৃংখল আৰু কম সময়ৰ ভিতৰত দায়িত্ব সম্পাদন ক্ষেত্ৰত জনছনে যথেষ্ট কৃতিত্ব অৰ্জন কৰিছে।"—চেণ্ট লুই, 'পোষ্ট ডিস্পাছ'। "যি কোনো একক দলৰ স্বাৰ্থতকৈ দেশীয় স্বাৰ্থৰ বাবে আৱশ্যকীয় আইন প্ৰণয়নত তেওঁ বিশেষ উৎসাহী।"—ষ্টামফোৰ্ড, কনেক্টিকাট, 'এডভোকেট'।

"যি কোনো লোকে সহজে কব পাৰে যে লিণ্ডণ জনছন ডেমোক্ৰেট আৰু ৰিপাব্লিকান উভয় দলৰে নেতা আছিল।"—'নিউইয়ৰ্ক মীৰৰ'। "আইন প্ৰণয়নৰ ক্ষেত্ৰত প্ৰেচিডেণ্ট হিচাপে আইচেনহাৱাৰতকৈয়ো তেওঁ আছিল ডাঙৰ।"—চেণ্ট পিটাৰ্চবাৰ্গ, ফ্লোৰিডা, 'টাইমচ'। "জাতীয় ৰাজনৈতিক মহলত তেওঁ আছিল সৰ্বাধিক প্ৰভাৱশীল ব্যক্তি।"—'ডাল্লাচ নিউজ'।

"জাতি হিচাপে যে এতিয়া বাধাহীন পথেৰে ঐক্যবদ্ধভাৱে আগবাঢ়ি গৈছে তাৰ ভালেমান কৃতিত্ব জনছনৰ প্ৰাপ্য।"—'প্ৰভিডেন্স বুলেটিন'। "কৌশল, সদিচ্ছা আৰু স্থিৰ বুদ্ধিৰে তেওঁ ৰিপাব্লিকান প্ৰেচিডেণ্টৰ লগত কাম কৰি গৈছে আৰু নিজৰ পাৰ্টিৰ কাৰণে কৃতিত্ব আদায় কৰি গৈছে।" —'ৱাছিংটন ষ্টাৰ'।

"কেপিটেল হিলত নেতৃত্বৰ যথাৰ্থ ভূমিকা গ্ৰহণ কৰি জনছনে আন্তঃ পাৰ্টি বিৰোধৰ মীমাংসা আৰু চিনেটৰ কাম আগবঢ়াই নিয়াত যি পাৰ্লামেণ্টৰী প্ৰতিভাৰ চিনাকি দিছে সাম্প্ৰতিক কালত তাৰ কোনো তুলনা নাই।" —'বাফেলো নিউজ'। "ডেমোক্ৰেটিক পাৰ্টি নিয়ন্ত্ৰিত কংগেছৰ ৮৪ তম অধিবেশন আছিল বাস্তবিকে জনছনৰ অধিবেশন।"—'লাইফ মেগাজিন'।

"লিণ্ডণ জনছন জাতিৰ প্ৰয়োজন।"—আনাৰিলো, টেক্সাচ, 'নিউজ'। "ৰাজনৈতিক নেতাৰ খাটি গুণবোৰ তেওঁৰ গাত বিদ্যমান।"—গ্ৰীনভিলে, দক্ষিণ কেৰোলিনা, 'পিডমণ্ট'। "জাতিৰ আইনসভাত তেওঁৰ নেতৃত্বৰ প্ৰয়োজন। জাতিয়ে আশা কৰে যে তেওঁক তেওঁৰ জীৱনৰ এই সৰ্ববৃহৎ সংকটময় কালৰপৰা উদ্ধাৰ কৰি পূৰ্ণ কৰ্মশক্তি আৰু উৎসাহ ঘুৰাই পোৱাত

সহায়তা কৰিব।"—'এন্টাৰ প্ৰাইজ', বিউমন্ট, টেক্সাচ।

"চিনেট সদস্য জনছনৰ অচিৰে পূৰ্ণাৰোগ্য লাভৰ কামনাত প্ৰেচিডেন্ট আৰু চিনেটৰসকলৰ লগত আমাৰো শুভেচ্ছা আছে।"—ফোনিক্স, আৰিজোনা, 'ৰিপাব্লিক'।

চিনেটৰসকলে ব্যক্তিগতভাৱে জনছনক ভাল পাইছিল আৰু তেওঁৰ কাৰ্য দক্ষতাৰ প্ৰতিও তেওঁলোকে শ্ৰদ্ধা দেখুৱাইছিল। বাতৰি-কাকতৰ সম্পাদকসকলৰো তেওঁৰ নীতিৰ প্ৰতি সমৰ্থন আছিল আৰু তেওঁলোকে ভাল পাইছিল জনছনে নিজৰ নীতিক বাস্তৱক্ষেত্ৰত প্ৰয়োগ কৰিছিল।

আৰু জনসাধাৰণে, এককথাত তেওঁলোকে জনছনক ভাল পায়।

জনছন হৃদৰোগাগ্ৰস্ত হোৱাৰ প্ৰথম ঘোষণাৰ পিছতেই কেইঘণ্টামানৰ ভিতৰতে সমবেদনাসূচক শুভেচ্ছাৰ বাণীৰে হাস্পাতাল ভৰি পৰে। প্ৰথমে টেলিফোন আৰু টেলিগ্ৰাম আৰু পিছত চিঠিৰ যোগেদি সমবেদনাৰ বাণী আহিবলৈ ধৰে। সেই বাণী কেৱল জনছনৰ পুৰণি বন্ধু-বান্ধৱৰপৰাই অহা নাছিল, আহিছিল বিশ্বৰ বিভিন্ন ঠাইৰ ব্যৱসায় বাণিজ্য আৰু উচ্চ চৰকাৰী পদত থকা নেতাসকলৰপৰা। এনেকুৱা লোকৰপৰাও বাণী আহিছিল যাৰ নামকে জনছনে শুনা নাছিল আৰু জনছনৰ কথাও হয়তো যি কোনো দিনে শুনাৰ আশা কৰা নাছিল।

বাণীত কোৱা হৈছিল, "আৰোগ্য হৈ উঠক; আপোনাক দেশৰ দৰ্কাৰ।" বহুতে আকৌ কৈছিল, "কেইবছৰমানৰ আগতে ময়ো এনেভাৱে হৃদৰোগত ভুগিছিলোঁ। আপুনি যদি এনেকুৱা বা তেনেকুৱা কৰে তেনেহলে সোনকালে সুস্থ হৈ উঠিব।"

আন কিছুমান খবৰত কোৱা হৈছিল, "আপুনি সমগ্ৰ দেশৰ বাবে কেনেকৈ কাম কৰি আহিছে বাতৰি-কাকতৰপৰাই আমি তাক জানি আহিছোঁ। আমিয়ো তাকেই কামনা কৰোঁ। আপুনি সোনকালে ভাল হৈ উঠক, পুনৰ আগৰদৰে কামত লাগক।"

হাজাৰ হাজাৰ বাণীত কোৱা হৈছিল—"আমি আপোনাৰ আৰোগ্য কামনা কৰি পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।"

প্ৰেচিডেন্ট আৰু তেওঁৰ মন্ত্ৰীসভাৰ সদস্যসকল, ভাইচ-প্ৰেচিডেন্ট, প্ৰায় বিলাক চিনেটসদস্য আৰু প্ৰতিনিধি সভাৰ ভালেমান সদস্য, গৱৰ্ণৰসকল, আৰু ৰাষ্ট্ৰদূতসকলে উদ্বেগেৰে সৈতে টেলিফোন কৰি আৰু পিছত চিঠি

লিখি তেওঁৰ খা-খবৰ লৈছিল। বাৰ্ণাৰ্ড ক্ৰছে তেওঁৰ শুভেচ্ছা পঠায়। তেনেকুৱা ধৰণৰ শুভেচ্ছা পঠাইছিল অভি মাৰফি, বাৰ্ন্টাৰ উইলছেন, এডলাই ষ্টিভেনছন, জিমি বাইৰনৃচ, হাৰ্বাৰ্ট বেয়াৰ্ড চুপ, নিউইয়ৰ্কৰ গৱৰ্ণৰ এভৰেল হাৰিমেন আৰু টেক্সাচৰ গৱৰ্ণৰ এলেন চিভাৰ্ছ আদিয়ে।

টেক্সাচৰ মাৰ্ছালৰপৰা নিগ্ৰোসকলৰ উইলী কলেজৰ প্ৰেচিডেণ্টে লিখি জনায় যে তেওঁৰ কলেজৰ ছাত্ৰসকলে জনছনৰ আৰোগ্য কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায়। লেডী বাৰ্ড এই মাৰ্ছালৰ ওচৰতে তেওঁৰ বাল্যকালটো কটাইছিল।

ইটালীত থকা মাৰ্কিন ৰাষ্ট্ৰদূত আৰু প্ৰতিনিধি পৰিষদত জনছনৰ সহকৰ্মী ক্লেথাৰ বুথ লুচে তেওঁৰ উদ্বেগ জনাই দুটা বাৰ্তা পঠায়।

এজনী পেন্সনভোগী বুঢ়ী তিৰোতাই তেওঁৰ চিঠিৰ লগত এখন ডলাৰৰ বিল পঠায় আৰু কামনা কৰে যাতে সেই টকা জনছনৰ কাৰণে কিবা কিনাত হাস্পাতালে খৰচ কৰে। তেওঁ আৰু জনায় যে কংগ্ৰেছত জনছনৰ কাৰ্যব্যৱস্থাত তেওঁ বিশেষভাৱে উপকৃত হৈছে।

জেনেৰেল লুচিয়াচ ক্লেই জনছনক যথেষ্ট প্ৰশংসা কৰি নিজ হাতে লিখা দীঘলীয়া চিঠি এখন পঠায়। আইচেনহাৱাৰ ৰাজপথ সংক্ৰান্ত বিলখনৰ তেৱোঁ আছিল এজন সদস্য। কেইদিনমানৰ আগতে মাত্ৰ জনছনে সেই বিলখনৰ তীব্ৰ বিৰোধিতা কৰিছিল।

কেথলিক ছিষ্টাৰসকলৰ এখন চিঠিৰে জনোৱা হয় যে তেওঁক তেওঁলোকে নিজৰ চিনেটৰ ৰূপে গ্ৰহণ কৰিছে আৰু তেওঁলোকৰ দৈনিক প্ৰাৰ্থনাত জনছনৰ বাবে শুভেচ্ছা জনায়।

এজন জাৰ্মান আইনজীৱীয়ে জাৰ্মান ভাষাত লিখা এখন চিঠিৰে জনায় যে এবাৰ তেৱোঁ হৃদ্‌ৰোগত ভুগিছিল আৰু তাৰপৰা সোনকালে কেনেকৈ আৰোগ্য লাভ কৰে তাকো লিখিছিল। তেওঁৰ এই অভিজ্ঞতাৰে সাহায্য কৰিবলৈ নিজৰ খৰচত আমেৰিকালৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰে। "কিয়নো, আপোনাৰ দেশৰ নেতা হিচাপে আপুনি আমাৰ দেশৰ হকেও যথেষ্ট কাম কৰিছে।"

এজন ভাৰতীয় খেতিয়কে তেওঁৰ ঘৈণীয়েকৰ হাতেলিখা কবিতাৰ উদ্ধৃতিৰে নতুন ধৰণৰ শুভেচ্ছা জ্ঞাপক কাৰ্ড তিনি সপ্তাহ ধৰি প্ৰতিদিনে এখনকৈ পঠাইছিল।

টাইপ কৰা আৰু পেন্সিলেৰে লিখা চিঠিপত্ৰ, পোষ্টকাৰ্ড, "গেট ৱেল" শুভেচ্ছাজ্ঞাপক কাৰ্ড আৰু উপহাৰ সামগ্ৰী, কিতাপ-পাতি, ফুল, বিশেষ খাদ্য, এটা সৰু ৰেডিও চেট, এখন হাতেগোঠা প্ৰাৰ্থনাসূচক কমাল, আৰু অন্যান্য নানাৰকমৰ উপহাৰেৰে ঘৰ ভৰি পৰিছিল। আৰু সেইবোৰ আহিছিল বিশ্বৰ প্ৰায়বোৰ দেশৰ সকলো শ্ৰেণীৰ মানুহৰপৰা—ধনী, দুখীয়া, মধ্যবিত্ত, ঘৰৰ বোৱাৰী, খেতিয়ক, কৰ্পোৰেছনৰ প্ৰেচিডেণ্ট, শ্ৰমিক, বন্দুৱা, বেঙ্কৰ মালিক, পেন্সনভোগী, ক্লাবৰ মহিলা আদিৰপৰা।

নিজে অনুভৱ কৰিবপৰা নাছিল যে জনছন এজন জাতীয় নেতালৈ ৰূপান্তৰিত হৈছে। সংখ্যাগৰিষ্ঠ পাৰ্টিৰ নেতা হিচাপে তেওঁৰ বিৰাট অৱদান আৰু তাক বাস্তৱত ৰূপায়িত কৰি তোলাৰ নীতি সম্পৰ্কে দেশে যেতিয়া জানিবলৈ ধৰে ঠিক সেই সময়তে জনছন হৃদ্‌ৰোগৰ কবলত পৰে। লগে লগে বাতৰি-কাকত, বেতাৰ, টেলিভিছন আদিয়ে বিৰামহীনভাৱে তেওঁৰ বিষয়ে তথ্যপাতি পৰিবেশন কৰিবলৈ আৰম্ভ কৰি দিয়ে। জনসাধাৰণে তেওঁৰ বিষয়ে আৰু বহু কথা জানিবলৈ সক্ষম হয় আৰু নতুন কথাবোৰ জানিবলৈ পাই জনসাধাৰণ অধিকতৰ আনন্দিত হৈ পৰে।

ৱাছিংটনৰ এখন বাতৰি-কাকতে এটা শিৰোনামাত এইদৰে দিছিল "লিণ্ডণ সকলোৰে প্ৰিয়।" চমুকৈ ইয়াৰদ্বাৰাই পৰিস্থিতিটো অতি চমৎকাৰ ভাৱে বৰ্ণনা কৰা সম্ভৱ।

## তেৰ

হাস্পাতালত ভৰ্তি হোৱাৰ দুসপ্তাহৰ ভিতৰতে জনছনে তেওঁৰ আৰোগ্য লাভৰ চেষ্টা ৰাজনৈতিক প্ৰচাৰকাৰ্যৰ দৰে সুসংগঠিত কৰি পেলালে। তেওঁৰ যিমানখিনি বৈশিষ্ট্য তাৰ সকলোখিনিকে এই প্ৰয়াসত সংযুক্ত কৰি পেলালে।

যিমানদূৰ সম্ভৱ সৰ্বশ্ৰেষ্ঠ পৰামৰ্শ গ্ৰহণ কৰি তাৰ পিছত তাক পালন কৰাৰ তেওঁৰ বহুদিনৰ প্ৰতিষ্ঠিত নীতিতে আবদ্ধ থাকি ডাক্তৰে তেওঁক যি কৰিবলৈ কৈ গৈছিল তাকেই আখৰে আখৰে পালন কৰি গৈছিল। ৰাজনীতিতো এই নীতি ফলপ্ৰসূ হৈছিল। স্বাস্থ্য আৰু জীৱন ৰক্ষাৰ সংগ্ৰামত যে সি মঙ্গলজনক হৈ উঠিব এই বিষয়ত তেওঁৰ লেশমানো সন্দেহ নাছিল। আচলতে ডাক্তৰৰ পৰামৰ্শতকৈয়ো তেওঁ বেছি সাৱধানে চলিবলৈ ধৰিলে। নিজৰ জনা-শুনা কেটামান ভাল ব্যৱস্থাও তেওঁ পালন কৰি যাব ধৰিলে।

এসময়ত জনছন আছিল নিদাৰুণ ভোজনবিলাসী আৰু উৎকৃষ্ট খানা আছিল তেওঁৰ সৰ্বাধিক প্ৰিয়। কিন্তু অসুখৰ পিছত ডাক্তৰসকলে তেওঁৰ দৈনিক খাদ্য পোন্ধৰ শ কেলোৰীৰ মাজত সীমাবদ্ধ কৰি দিছিল আৰু তেওঁ নিজৰ চেষ্টাত তাক বাৰ শ কেলোৰীলৈ নমাই আনিছিল। তেওঁৰ ওজন দুশ পাউণ্ডৰপৰা এশ পঁচাশী পাউণ্ডলৈ নমাই অনাই আছিল ডাক্তৰৰ উদ্দেশ্য। তেওঁ তাতকৈয়ো দহ পাউণ্ড কমাবলৈ দৃঢ় সংকল্প লৈছিল।

এসময়ৰ এজন সাংঘাতিক ধূমপানবিলাসী হৈয়ো সম্পূৰ্ণভাৱে চিগাৰেট তেওঁ এৰি পেলালে। অৱশ্যে নিজকে পৰীক্ষা কৰাৰ কাৰণে বিছনাৰ কাষত টেবিলত সদায় একপেকেট চিগাৰেট সাজু ৰাখিছিল।

একালত ক্ষুদ্ৰ কথাতো তেওঁ সোনকালে উত্তেজিত হৈছিল; এতিয়া এটা তাণ্ডৱ কাণ্ড হৈ গলেও বিন্দুমাত্ৰও উত্তেজিত তেওঁ নহয়। আৰোগ্য লাভৰ লগে লগে তেওঁ মাৰাত্মক হতাশাৰ সন্মুখীন হবলগীয়া হয়। পিছে যুঁজত সুবিধা লাভ কৰাৰ লগে লগে সেই হতাশ-পীড়া আঁতৰিবলৈ

ধৰে। জনছনৰ জীৱনৰ সকলো ক্ষেত্ৰতে আছিল যুঁজ—আত্মাৰ স্থৈৰ্য আৰু প্ৰশান্তি লাভৰ সংগ্ৰাম।

সদায় আবেলিপৰত তেওঁ বহুসময় ধৰি দিবানিদ্ৰাৰ মাজেদি সময় কটাবলৈ ধৰিলে। জনছনক যিসকলে ভালদৰে জানে তেওঁলোকে শপত খাই কলেও এই কথা বিশ্বাস নকৰিব।

সাহায্য তেওঁ পাইছিল। যিদিনা ৰাতি স্বামীক হাস্পাতাললৈ নিয়া হয় সিদিনাখন লেডী বাৰ্ডো ৰাতিটো হাস্পাতালতে কটাইছিল। হাস্পাতালৰপৰা ওলাই নহালৈকে তেৰোঁ তাতেই আছিল। জনছনৰ কোঠাৰ কাষতে তেওঁকো এটা কোঠা দিয়া হৈছিল। গিৰীয়েকৰ সংকটাৱস্থাৰ সেই কালছোৱাত এদিনো তেওঁ গিৰীয়েকক এৰি বাহিৰলৈ অহা নাছিল।

জনছনে পিছত কৃতজ্ঞভাৱে কৈছিল—"মই যিমানবাৰ হাতেৰে খেপিয়াইছোঁ তিমানবাৰ মোৰ সাহায্যকাৰিণীক তাতেই পাইছোঁ।"

লেডী বাৰ্ডে গিৰীয়েকৰ খাদ্যৰ সমস্ত দায়িত্ব নিজে লৈছিল। পুষ্টি আৰু ভিটামিনৰ প্ৰতি সম্পূৰ্ণভাৱে লক্ষ্য ৰাখি কেলৰীৰ হিচাপ কৰি তেওঁ খাদ্যতালিকা প্ৰস্তুত কৰিছিল। অৱস্থা ক্ৰমশঃ ভালৰ ফালে অহাৰ পিচৰপৰা দুই চাৰিজন দৰ্শনাভিলাষীক জনছনৰ লগত সাক্ষাত কৰিবলৈ দিয়া হৈছিল। লেডী বাৰ্ডে সেই দৰ্শনাৰ্থীৰো সংখ্যা নিয়ন্ত্ৰণ কৰিছিল। তেওঁ গিৰীয়েকক হাজাৰ হাজাৰ উৎসাহব্যঞ্জক শুভেচ্ছা বাণী পঢ়ি শুনাইছিল। তেওঁ সেই চিঠি-পত্ৰৰ উত্তৰ দিছিল। সদায় গিৰীয়েক টোপনি মাৰি উঠাৰ আগতে কেবা ঘণ্টা ধৰি তেওঁ চিঠিৰ উত্তৰ ডিক্টেট কৰিছিল আৰু ৰাতি গিৰীয়েক শোৱাৰ কেইঘণ্টামান পিছলৈকে সেইবোৰ চিঠিপত্ৰত চহী দিছিল।

এইবিলাকৰ মাজতো সদায়ে লেডী বাৰ্ড প্ৰফুল্ল আৰু বাহ্যিকভাৱে প্ৰশান্ত আছিল। তেওঁ কেতিয়াও ধৈৰ্য হেৰুৱা নাছিল। মাত্ৰ এবাৰ গিৰীয়েকৰ ওচৰত এটা অপ্ৰাসঙ্গিক মন্তব্যত তেওঁ প্ৰকাশ কৰি পেলাইছিল কেনেকুৱা অসহ্য মানসিক যন্ত্ৰণাত তেওঁৰ দিনবোৰ যাব লাগিছে। তেওঁ ধীৰভাৱে কৈছিল, "এইবোৰ যেতিয়া শেষ হৈ যায় তেতিয়া মই অকলশৰীয়াকৈ দুঘণ্টাধৰি কান্দিবলৈ বিচাৰোঁ।"

জনছনৰ অন্তৰঙ্গ বন্ধুসকলে প্ৰায়ে কৈছিল যে লিগুণ যিদৰে নিজৰ ক্ষেত্ৰত, লেডী বাৰ্ডো সেইদৰে তেওঁৰ ক্ষেত্ৰত অসাধাৰণ আছিল। তাৰ

প্ৰমাণৰ দৰ্কাৰ হলে সেই সময়তেই সি প্ৰতিভাত হৈছিল। দক্ষিণাঞ্চলৰ এই মনোহাৰিণী মহিলাগৰাকীয়ে বাহিৰৰ কোমলতাৰ তলত যে লৌহ সদৃশ দৃঢ়তা লুকাই আছে সেই সময়ছোৱাত তাকেই প্ৰমাণ কৰি দেখুৱালে।

হৃদ্‌ৰোগাক্ৰান্ত হোৱাৰ প্ৰথম কালছোৱাৰেপৰা জনছনৰ মাক ৰেবেকা বেইন্স জনছনো ইয়াৰ লগত জড়িত আছিল। তেওঁৰ বয়স তেতিয়া ৭৪ বছৰ। বেমাৰী পুতেকৰ পাৰিপাৰ্শ্বিকতাৰ মাজত সুস্থ পৰিবেশ সৃষ্টিত এই সুশৃংখল মানসিকতাসম্পন্ন মহিলাগৰাকীৰ সাধাৰণ জ্ঞানবুদ্ধি বিশেষ সহায়ক হৈছিল। জনছনৰ ল'ৰালিৰ গল্প শুনাই তেওঁ বাতৰি-কাকতৰ ৰিপোৰ্টাৰ আৰু অন্যান্য দৰ্শনপ্ৰাৰ্থীসকলক মুগ্ধ কৰি পেলাইছিল। তেওঁৰ বিশ্বাস আছিল যে জনছনৰ ভাগ্যত যি ভূমিকা তেতিয়াও বাকী আছিল তাক প্ৰদৰ্শন কৰিবলৈ জনছনে আৰোগ্য লাভ কৰিবই।

জনছনৰ দুয়োটি ছোৱালী তেওঁৰ ওচৰতে আছিল আৰু বাপেকক যথেষ্ট আনন্দও দিছিল। সাক্ষাতকাৰীক দেখা কৰাৰ অনুমতি দিয়াৰ লগে লগে ভালেমান লোক অহাযোৱা কৰিছিল। কংগ্ৰেছ সদস্য হোমাৰ থৰ্ণবেৰীয়ে খুব ঘনাই অহাযোৱা কৰিছিল। তেওঁ প্ৰতিনিধি পৰিষদলৈ জনছনে এৰি অহা আসনৰপৰা নিৰ্বাচিত হৈছিল। থৰ্ণবেৰী আছিল ঘনিষ্ঠ বন্ধু আৰু ডমিনো খেলাৰ প্ৰতিপক্ষ। তেওঁ লেডী বাৰ্ডক কৈছিল, জনছনে যেতিয়া খেলাত জয়লাভ কৰাৰ কাৰণে আগৰদৰে আগ্ৰহান্বিত হৈ পৰে, তেতিয়াই তেওঁ বুজিব পাৰিছে যে তেওঁৰ অৱস্থা ভালৰ ফালে আহিব ধৰিছে।

জনছনে কিন্তু অসুস্থতাৰ অমঙ্গলকৰ পৰিণতিৰ প্ৰতি ঠাট্টা কৰিবলৈ এৰা নাছিল। তেওঁ অসুস্থ হোৱাৰ বাৰ চৈধ্য-দিন পিছত এদিন আবেলিপৰত লেডী বাৰ্ডে হাস্পাতালত গিৰীয়েকক কলেহি যে জনছনৰ কাৰণে যি দুটা স্যুট তৈয়াৰ কৰিবলৈ দিয়া হৈছিল সেই দুটা লগত লৈ আহি দৰ্জীয়ে সুধিছে তাৰে কি কৰা হব।

জনছনে কলে, "তেওঁক নীলা স্যুটটো সোনকালে চিলাই কৰিবলৈ কোৱাগৈ, যিয়ে নহ'ক সেইটো ব্যৱহাৰ কৰিব পৰা যাব।"

আৰু কিছু ভাল হৈ উঠাৰ পিছত বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনৰ লগত দেখা কৰা, ডমিনো খেলা আৰু সামান্য পঢ়া-শুনাৰ মাজত নিজকে ব্যস্ত ৰখাটো জনছনৰ পক্ষে অসহ্য হৈ পৰিল। চিনেটৰপৰা দুজন ছেক্ৰেটৰী

হাস্পাতাললৈ টাইপৰাইটাৰ লগত লৈ আহিছিল আৰু অবিৰাম টেলিফোন বজাতো অসীম ধৈৰ্য ধৰি আছিল। জনছনৰ বিশ্বস্ত আৰু সুদক্ষ কৰ্মচাৰী ৱাল্টাৰ জেঙ্কিন্‌চে অফিচৰপৰা চিঠি-পত্ৰ আৰু চিনেটৰ খবৰ-বাতৰি লৈ দিনে দুই তিনিবাৰ হাস্পাতাললৈ অহাযোৱা কৰিছিল। তেওঁ গোটেই জীৱনতে কাৰো কাৰণে ইমানখিনি কাম কৰা নাই। তদুপৰি জনছনৰ ভায়েক ছাম হিউষ্টন জনছনেও ভায়েকক সন্তুষ্ট ৰখাৰ কাৰণে যৎপৰোনাস্তি অহোপুৰুষাৰ্থ কৰিছিল।

হাস্পাতালৰ গোটেই ওঠৰ তলাটোৱে জনছনৰ পৰিষদবৰ্গৰ আয়ত্তাধীন হৈ পৰিছিল। বেথেছডা নেভেল হাস্পাতালৰ লোকসকলে তাৰ আগতে আৰু এনেকুৱা দৃশ্য কোনোদিনে দেখা নাছিল। কেৱল মানুহ আহিছে আৰু গৈছে, টেলিফোন বাজিব লাগিছে, টাইপৰাইটাৰে খট্‌খট্‌কৈ বাজিব লাগিছে—যেনিবা চাৰিও পিনে প্ৰস্তুতিৰ পৰিবেশ বিৰাজমান।

অৱশ্যে এই সকলো কাজ কাম কৰা হৈছিল জনছন থকা কোঠাৰপৰা কিছু দূৰত যাতে তেওঁৰ শান্তিত কোনো ৰকম বিঘিনি নঘটে। কিন্তু এই সকলো কামতে তেওঁ খা-খবৰ ৰাখিছিল আৰু নিজে সেইবোৰ নিয়ন্ত্ৰণো কৰিছিল। ই আছিল নিৰ্বাচনী অভিযানৰ দৰেই আৰু নিয়ন্ত্ৰণ সামান্য হলেও তেওঁ নিজেই তেওঁৰ অভিযানৰ দায়িত্ব লৈছিল। সোনকালে তেওঁ আৰোগ্যৰ পথত আগবাঢ়িছিল আৰু ডাক্তৰসকলেও ৰোগীহিচাপে তেওঁৰ ওচৰত যথেষ্ট সহযোগিতা লাভ কৰিছিল।

চিনেটৰ অধিবেশন তেতিয়া বহিছিল। ডাক্তৰে যদিও তেওঁক অধিবেশনত যোগদিবলৈ অনুমতি দিয়া নাছিল তথাপি তেওঁ সদায়ে "কংগ্ৰেছনেল ৰেকৰ্ড" পঢ়ি চিনেটৰ বিষয় সকলো খা-খবৰ ৰাখিছিল। তেওঁ এজন ডাক্তৰৰ প্ৰতি লক্ষ্য কৰি কৈছিল—"মনত ৰাখিব, মোৰ পথ্যাদিৰ লগত ৰাজনীতিৰ এটা ডাঙৰ সম্পৰ্ক আছে। প্ৰতিদিনত খাদ্যতালিকাৰ মাজত ৰাজনীতি মোৰ দৰ্কাৰ, তাৰ বাহিৰে মোক একো নালাগে।"

জেনেভা সন্মিলনীলৈ যোৱাৰ আগতে প্ৰেচিডেণ্ট আইচেনহাৱাৰ তেওঁৰ লগত সাক্ষাত কৰিবলৈ আহিল আৰু এইবুলি জনছন আৰু লেডী বাৰ্ডৰ অন্তৰত তেওঁ গভীৰ ৰেখাপাত কৰিলে—"মোৰ এই মন তোমাৰ ওচৰত ৰৈ যাব।" ভাইচ-প্ৰেচিডেণ্ট নিক্সনো আহিছিল দুই এষাৰ কথা পাতিবলৈ। ডাক্তৰে প্ৰথম অৱস্থাত আত্মীয়-স্বজনৰ বাহিৰে আন কাৰো লগত জনছনক

আলাপ কৰিবলৈ দিয়া নাছিল। এই দুসপ্তাহৰ ভিতৰতে তাম নেৰাৰ্থ অধৈৰ্য হৈ পৰিছিল। অনুমতি পোৱাৰ লগে লগে তেওঁ জনছনৰ লগত দেখা কৰি এইবুলি উপদেশ দিছিল যে, এতিয়া ব্যক্তিগত প্ৰয়োজনৰ বাবে তেওঁ সকলো কথা সহজভাবে মানি লোৱা উচিত। উভয় পাৰ্টিৰ সদস্য-বিলাক, মন্ত্ৰীসকল, আৰু চুপ্ৰীম কোৰ্টৰ বিচাৰকসকল আৰু টেক্সাচৰ পুৰণি বন্ধুবিলাকে তেওঁক দেখা কৰিবলৈ হাস্পাতাললৈ আহিবলৈ ধৰিলে।

অসংখ্য লোকৰপৰা জনছনে যি উদ্বেগ আৰু উৎসাহব্যঞ্জক চিঠি পাইছিল সিবোৰে আৰোগ্য লাভৰ সংগ্ৰামত বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। হাস্পাতালৰপৰা ওলাই অহাৰ পিছদিনা জনছনে কেপিটল হিলৰ কৰ্মচাৰী বিলাকৰ বাতৰি-কাকত "ৰোল কল"ত এটা বিবৃতি দি তেওঁৰ অসুস্থাৱস্থাত বিভিন্ন শুভাকাঙ্খীসকলৰপৰা পোৱা বাৰ্তাবোৰ যে কিমানখিনি গুৰুত্বপূৰ্ণ আছিল তাৰ উল্লেখ কৰে—"মোৰ বিশ্বাস, পৃথিৱীত অসংখ্য ভাল মানুহ আছে। বেথেছডা নেভেল হাস্পাতালত নবীয়াপাটীত শুই শুই মই কেৱল বাৰে বাৰে এই কথাকেই ভাবিছিলোঁ।

"প্ৰথম অৱস্থাত সংকটময় দিন কেটাত কিমান লোকে যে মোক সুস্থ কৰি তুলিবলৈ চেষ্টা কৰিছে আৰু কিমানে যে মোৰ আৰোগ্য কামনা কৰিছে আৰু এই ঘটনাই মোৰ মনত যথেষ্ট আশা সঞ্চাৰ কৰিছিল।

"লেডী বাৰ্ডে প্ৰথমতপৰাই এই সান্ত্বনাদায়ক বাণীবোৰ মোক পঢ়ি শুনাইছিল। সেই সময়ত এইবোৰ যে মোৰ কাৰণে কিমান মূল্যবান আছিল মই প্ৰকাশ কৰিব নোৱাৰোঁ। মই হলে তাৰপৰা সাহস আৰু শক্তি লাভ কৰিছিলোঁ।

"হাস্পাতালৰপৰা ওলাই অহাৰ পিছত যিসকল ডাক্তৰে মোক চোৱা-চিন্তা কৰিছিল তেওঁলোকে কয় যে মোৰ চিকিৎসাৰ প্ৰতিটো বিষয়তে মই সহযোগিতা দেখুৱাই আহিছোঁ। মোৰ এই মনোভাৱ সৃষ্টিৰ কৃতিত্ব আচলতে যিসকলে মোক চিঠি-পত্ৰ লিখিছিল, তাঁৰ-বাৰ্তা পঠাইছিল সেই সকলৰহে প্ৰাপ্য। কাৰণ তেওঁলোকেই মোৰ কথা চিন্তা কৰে বুলি মোক সজাগ কৰি দিছিল। হাজাৰ হাজাৰ লোকৰপৰা মই আনন্দদায়ক 'গেট বেল' কাৰ্ড পাইছিলোঁ।

"মানুহৰ সহজাত সাধুতাৰ মই এজন গুণগ্ৰাহী বুলি নিজকে সদায় ভাবোঁ। এতিয়া বুজিব পাৰিছোঁ যে মোৰ সেই গুণগ্ৰাহিতা যথেষ্ট শক্তিশালী নাছিল।

প্ৰেচিডেণ্ট কেনেডী আৰু ভাইচ-প্ৰেচিডেণ্ট জনছন, ১৯৬০





১৯৬১ চনত ভাৰত পৰিভ্ৰমণ কৰোঁতে ভাইচ-প্ৰেচিডেণ্ট জনছনে এটি ভাৰতীয় শিশুক মৰম কৰিছে।



৭ চেপ্তেম্বৰ ১৯৬২ : পৰোলোকগত ত্ৰিবিংশতি পোপ জনৰ সৈতে লিণ্ডন জনচন।

"মাকিন জনসাধাৰণৰ সহৃদয়তা আৰু আন্তৰিক মানৱতাবোধক আৰু মই কোনোদিনে নিকৃষ্ট বুলি নাভাবোঁ। মোৰ অন্তৰৰপৰা তেওঁলোকৰ প্ৰতি কৃতজ্ঞতাবোধ কোনোদিনে লোপ নাপাব। কাৰণ মোৰ এনেকুৱা এটা সময়ত তেওঁলোকৰ প্ৰেৰণাদায়ক শুভেচ্ছা-বাৰ্তাসমূহ মোৰ বাবে অসীম মূল্যবান।

"মোৰ চিনাকি আৰু অচিনাকি বন্ধুসকলে মোক অত্যন্ত নিদানৰ দিনত ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিছিল। সেয়ে মই কওঁ যে 'এই পৃথিৱী সাধুলোকেৰে ভৰপূৰ'—মই জানো যে এই কথা আখৰে আখৰে সঁচা।"

হাস্পাতালত আৰু পিছৰ কালত ৱাছিংটনত আৰু টেক্সাচৰ ঘৰত থকা কালত যিসকলে জনছনৰ লগত দেখা কৰিছিল তেওঁলোকে অনুভৱ কৰিছিল যে আৰোগ্যলাভ কৰাৰ পিছত কেবাপিনৰপৰাই তেওঁ পৰিবৰ্তিত লোক।

এজন বন্ধুক তেওঁ কৈছিল, "মই চাবুকডাল দলিয়াই পেলাইছিলোঁ। হৃদ্‌ৰোগৰ আক্ৰমণটোৱে খুব ব্যস্ত মানুহে সময়ে সময়ে পাহৰি যোৱা কেইটামান বিষয় চিন্তা কৰাৰ সুযোগ দিলে। মই মোৰ তুয়োজনী ছোৱালীৰ লগত ডমিনো খেলি বুজিব পাৰিছোঁ যে সি খুব আনন্দৰ কথা। তদুপৰি মোৰ পৰিবাৰ আৰু ওচৰ-চুবুৰীয়াৰ লগত সৰু-সুৰা কথাৰ আলোচনা কৰাটো কিমান আনন্দদায়ক সেই কথাও বুজিব পাৰিছোঁ। থাটাংভাৱে কবলৈ গলে এইবোৰৰ মাজত কেনেভাৱে জীয়াই থাকিব পাৰি সেই কথাকেই মই শিকিছোঁ।"

পৰিবৰ্তনৰ আৰু কেইটামান গভীৰ দিক আছিল। ৰাজনৈতিক সোপানেৰে খৰখেদাকৈ ওপৰলৈ উঠিবলৈ গৈ টেক্সাচৰ এই গৰাকী লোকে গভীৰভাৱে পঢ়া-শুনা কৰাৰ আৰু আত্মকেন্দ্ৰিক চিন্তা-ভাৱনা কৰাৰ সময় পোৱা নাছিল। তেওঁ নিজেই কৈছিল যে কলেজত পঢ়াৰ পিছত বাকী-ছোৱা জীৱনত দুখন কিতাপ পঢ়িছে নে নাই তেওঁৰ সন্দেহ। বাতৰি-কাকতৰ শিৰোনামা আৰু যিবোৰৰ বিচাৰ বুদ্ধিৰ ওপৰত তেওঁৰ বিশ্বাস আছে সেই লোকৰ টোকাবিলাকৰপৰা চলিথকা বিভিন্ন বিষয় সম্বন্ধে তেওঁ জ্ঞান আহৰণ কৰিছে।

সমগ্ৰ জীৱনটো তেওঁ পাগলৰ দৰে দৌৰি ফুৰিছে। এনেকুৱা সময় কোনোদিনে তেওঁৰ নাছিল যেতিয়া তেওঁ দাৰ্শনিকতাৰ বিলাসিতা কৰাৰ সুযোগ পাইছিল। ৰাজনীতিত তেওঁ এনেকুৱা এটা সহজাত প্ৰবৃত্তিৰ

আলম লৈ কাম কৰিছিল যিটোৱে তেওঁক আনপিনে চকু দিবলৈ সুযোগ দিয়া নাছিল। তেওঁৰ পৰিণত জীৱনত ৰাজনীতি ভিন্ন আন বিশেষ একো নাছিল। অতীত সম্পৰ্কে অগাধ জ্ঞান আৰু বৰ্তমান সম্পৰ্কে বিস্তৃত সজাগ সচেতনতাৰ ভিত্তিত কোনো বিশেষ ৰাজনৈতিক দৰ্শন প্ৰতিষ্ঠিত কৰাৰ তেওঁ কোনো বিশেষ প্ৰয়োজন উপলব্ধি কৰা নাছিল। যোৱা পঁচিশ বছৰ ধৰি দৌৰাদৌৰি কৰাৰ পিছত জনছনে পিছপিনে উভতি চাবলৈ, পঢ়া-শুনা আৰু কিছু চিন্তা কৰাৰ সুযোগ পালে। তেওঁ যি সিদ্ধান্তত উপনীত হ'লহি সি তত্ত্বগত ভাৱে যিমানখিনি পুথিগত তিমানখিনি বাস্তৱো। ৰোগ উপশম হোৱাৰপৰা সম্পূৰ্ণ আৰোগ্য লাভৰ এই সময়ছোৱাত বাধ্যতামূলক বিশ্ৰামৰ সময়ত কেৱল মাত্ৰ মানুহৰ দৈনিক প্ৰয়োজনৰ প্ৰতিয়েই নহয় মানুহৰ ভৱিষ্যতৰ প্ৰতিও মনোযোগ দিবলৈ অৱসৰ হয়।

ফলত অসুখৰ পিছত জনছনক চাবলৈ যিয়েই আহিছিল সিয়েই আৰু গভীৰ আৰু সৌম্য-শান্ত এজন জনছনৰ লগত সাক্ষাত পাইছিল। এই জনছনে "নিউইয়ৰ্ক টাইমচ্" আৰু "কংগ্ৰেছনেল ৰেকৰ্ড"ৰ লগত প্লেটো আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ আদি যুগৰ বুৰঞ্জী পঢ়িছিল। একেষাৰ কথাত, যিজনে তেওঁৰ জীৱনৰ অন্যান্য অভিজ্ঞতাৰপৰা যিদৰে শিকিছিল, সেইদৰে এই অভিজ্ঞতাৰ-পৰাও তেওঁ শিকিব পাৰিছিল।

১৯৫৫ চনৰ শৰত কালত ডেমোক্ৰেটিক পাৰ্টীৰ উচ্চপদস্থ সদস্যসকল ক্ৰমান্বয়ে তেওঁৰ টেক্সাচৰ ঘৰত তেওঁৰ লগত দেখা কৰিবলৈ আহিবলৈ ধৰিলে। পাৰ্টীৰ নীতি নিৰ্ধাৰণৰ বিষয়ে জনছনে কি ব্যৱস্থা হাতত লৈছে সেই বিষয়ে বাতৰি-কাকতত নানা জল্পনা-কল্পনা আৰম্ভ হৈছিল। জনচনে নিজে হলে এনেকুৱা কথাৰ অস্বীকাৰ কৰিছিল। কিন্তু নেতাসকলৰ লগত আলোচনা প্ৰসঙ্গত যে নিজৰ মতামত জনাইছিল সেই বিষয়ত কোনো সন্দেহ নাছিল।

এই কামৰ বাবে তেওঁ আছিল উপযুক্ত ব্যক্তি। এই বিষয়ে নিউইয়ৰ্কৰ "হেৰল্ড ট্ৰিবিউনত" লিখিবলৈ গৈ শ্ৰদ্ধাভাজন ৰোছকো ড্ৰাউমণ্ডে কৈছিল, "এতিয়া ডেমোক্ৰেটিক পাৰ্টীৰ গতিপথ সুন্দৰ। জনছনে প্ৰাথমিকভাৱে নিজৰ আশা-আকাঙ্খাৰদ্বাৰা অনুপ্ৰাণিত হৈ পাৰ্টীৰ সেৱাত আত্মনিয়োগ কৰিলেও পাৰ্টীৰ গতিপথ অব্যাহত থাকিব।"

জনছনৰ দৈনিক গুৰুত্বপূৰ্ণ সাক্ষাৎকাৰীবোৰৰ কথা বাতৰি-কাকতত

প্ৰকাশিত হৈছিল। জনছনৰ বন্ধুৱে সেইবোৰ খবৰৰ বিষয়ে মন্তব্য দিবলৈ গৈ জনছনে আৰু কিছু কাম হাতত লৈছে নে নাই সেই বিষয়ে উদ্বেগ প্ৰকাশ কৰিছিল। উত্তৰত জনছনে কৈছিল—"নাই, ৰিপোৰ্টাৰবোৰে কেৱল স্পীকাৰ আডলাই ষ্টিভেন্সন, বব কেৰ, হুবাৰ্ট হামফ্রে এই তিনিজনৰ কথাকে কৈছে। কিন্তু ইফালে যে মই পৰম আনন্দেৰে দুপৰীয়া দিবানিদ্ৰা, আবেলি লেডী বাৰ্ড আৰু মোৰ ছোৱালীহঁতৰ লগত খেলাকৰি সময় কটাওঁ সেই কথা তেওঁলোকে পাহৰি গৈছে।"

লিণ্ডা বাৰ্ড আৰু লুচী বেইনৃচক ঘনিষ্ঠভাৱে জানিব পাৰি জনছন সঁচাকৈয়ে আনন্দিত হৈছিল। তেওঁলোক দুজনী আছিল এঘাৰ আৰু আঠ বছৰীয়া। বন্ধু-বান্ধৱৰ বিষয়ে ছোৱালীহঁতৰ গুৰুত্বপূৰ্ণ আলোচনা, ৱাছিংটনত সিহঁতৰ স্কুলৰ কাৰ্যসূচী, আৰু পিতাকৰ সংস্পৰ্শত সিহঁতৰ আনন্দত জনছন সঁচাকৈয়ে মুগ্ধ হৈছিল।

জনছনে পিছত কৈছিল, "মাৰাত্মক অসুখৰপৰা যি মানুহে আৰোগ্য লাভ কৰে, সামান্য এটা বস্তুও তেওঁৰ কাৰণে বৰ ডাঙৰ হৈ উঠাটো এটা সুন্দৰ কথা। ১৯৫৫ চনৰ শীতকালটোত মই মোৰ ছোৱালী দুজনীৰপৰা এনেকুৱা কিছুমান কথা শিকিছোঁ যিবোৰ মই বিশাল বিশ্বত আন কাৰো পৰা শিকিব পৰা নাছিলোঁ।

"কিয়, আমাৰ কুকুৰ, লিটিল বিগলৰপৰাও মই কেটামান কথা শিকিছিলোঁ। এদিন বাৰান্দাত অকলে বহি আছোঁ। মনটো বৰ বেয়া লাগি আছিল। বিগলৰ দৃষ্টি আকৰ্ষণ কৰাৰ বাবে মই এটা হুমুনিয়াহ এৰি দিছিলোঁ। তাতকৈ বেছি একো কৰা নাছিলোঁ। লগে লগে বিগলে গুৱলৈ এৰি মোৰ কাষলৈ দৌৰি আহিল। সি মোৰ আঠুৰ মাজত মূৰটো ৰাখি চকুদুটা তৰতৰকৈ মেলি মোলৈ চাই ৰ'ল। মই কলোঁ, 'যা বিগল, ইয়াৰপৰা আঁতৰি যা, ভাবিব লগীয়া একো নাই।' কিয় যে এনে হৈছিল কব নোৱাৰোঁ, কিন্তু তাৰ পিছৰপৰাই মোৰ মনটো খুব পাতল হৈ পৰিছিল।"

জনছনৰ সাক্ষাতকাৰীসকলৰ ভিতৰত ভালেমান আছিল ৰাজনীতিৰ লগত কোনো সম্পৰ্ক নথকা বিধৰ লোক। এওঁলোক সদায়ে অহা যোৱা কৰা সত্ত্বেও জনছনে সহজভাৱেই দিনবোৰ কটাইছিল। পেডাৰনেলচ্ নদীৰ পাৰত থকা তেওঁৰ ঘৰটো হৃদ্‌ৰোগাক্ৰান্ত লোকৰ সম্পূৰ্ণ অযোগ্য

লাভৰ বাবে আছিল উপযুক্ত ঘৰ। চৌ খেলি থকা সেই ঠাইখন যেনে শান্ত তেনে শান্তিপূৰ্ণ। তদুপৰি দেখা কৰিবলৈ ইচ্ছা প্ৰকাশ কৰা লোক বিলাকৰ লগতহে তেওঁ সাক্ষাত কৰিছিল। কিয়নো লেডী বাৰ্ডে সাক্ষাতকাৰীসকলক নিয়ন্ত্ৰণৰ দায়িত্ব লৈছিল।

সেই সময়ত প্ৰায়ে তেওঁ কঠিন কটিন মানি চলিব লগীয়া হৈছিল। পুৱা খোজকাটি ফুৰা, দুপৰীয়া শোৱা, আৰামকৈ বহি পঢ়া-শুনা কৰা, নাইবা ৰেকৰ্ড প্লেয়াৰত বহি গান শুনা।

আৰোগ্য লাভৰ বাবে তেওঁ কঠোৰ শ্ৰম কৰিছিল। তেওঁ কৈছিল, "ইয়াক যদি এটা ৰাজনৈতিক প্ৰচাৰ অভিযানৰ লগত তুলনা কৰা হয়, তেনেহলে তাক ডিচেম্বৰৰ নিৰ্বাচনৰ দিনাখনলৈকে চলোৱা প্ৰচাৰ অভিযান বুলিব পাৰি। ইয়াত মোৰ জয়লাভো হৈছিল।"

ডিচেম্বৰত পুংখানুপুংখভাৱে জনচনৰ শৰীৰ পৰীক্ষা কৰা হয়। তেওঁক চিকিৎসা কৰা ছজন ডাক্তৰে ভালদৰে পৰীক্ষা কৰি জনচনৰ স্বাস্থ্য সম্পৰ্কে এটা যুক্ত বিবৃতি দিয়ে। সেই ছজন ডাক্তৰ হ'ল—জৰ্জিয়াৰ আটলাণ্টাত থকা এমোৰী বিশ্ববিদ্যালয়ৰ জনৈক বিশেষজ্ঞ জে. উইলচ হাৰ্ষ্ট, নৌবাহিনীৰ ৰিজাৰ্ভ অফিচাৰ হিচাপে তেওঁ বেথেছডা হাস্পাতালতো কাম কৰিছিল; মেয়ো ক্লিনিকৰ হাৱাৰ্ড বাৰ্চেল আৰু জেনচ চি. কেইন; টেক্সাচৰ টেম্পলস্থ স্কট এণ্ড হোৱাইট ক্লিনিকৰ অলিন গ্লোভাৰ; নেচনেল কেপিটেল ফিজিছিয়ান ষ্টাফৰ আৰ. ডব্লিউ গিফোৰ্ড আৰু জনচন চিটিৰ জে বি. হোৱালী।

তেওঁলোকৰ বিবৃতিটো এইদৰে দিয়া হৈছিল—"জুলাইৰ দিনাখন চিনেটৰ লিণ্ডণ বি. জনচন হৃদৰোগত পৰাৰ এতিয়া ছমাহ পাৰ হৈ গ'ল। আমি গভীৰ মনোযোগেৰে সৈতে তেওঁৰ শৰীৰ পৰীক্ষা কৰি চাই তলৰ সিদ্ধান্তবোৰত উপনীত হব পাৰিছোঁ:

(১) "তেওঁ সোনকালে আৰোগ্য লাভ কৰা বাবে আমি অত্যন্ত আনন্দিত। এতিয়া আৰু তেওঁৰ কোনো জটিলতা নাই আৰু ক্ৰমবৰ্ধমান কাম-কাজত তেওঁৰ প্ৰতিক্ৰিয়া অনুকূল। তেওঁৰ ৰক্তচাপ স্বাভাৱিক, হৃৎপিণ্ডৰ আকৃতি স্বাভাৱিক আৰু তেওঁৰ ইলেক্ট্ৰোকাৰ্ড্ৰিওগ্ৰাম এজন স্বাভাৱিক মানুহৰ নিচিনাই একেই।

(২) "আকস্মিক জটিলতাৰ কথা বাদ দিলে তেওঁৰ কাম-কাজত যোগদান আৰু প্ৰধান দায়িত্বত যোগ দিয়াৰ যুক্তিসঙ্গত কাৰণ আছে।

(৩) "কেনেকুৱা অৱস্থাৰ মাজত চিনেটৰ জনছনে কাম-কাজ কৰিব পাৰে সেই কথা তেওঁৰ পৰিয়ালবৰ্গ, ষ্টাফ আৰু বন্ধু-বান্ধৱসকলক জনাই দিয়া হৈছে। তাৰ ভিতৰত ষ্টাফৰদ্বাৰা সমাধা কৰিব পৰা কামত জনছনে হাত নিদি আঁতৰি থকা, ঘড়ী-ঘণ্টা হিচাপ কৰি কাম কৰা আৰু নিয়মিত বিশ্ৰাম লোৱা আদিয়েই প্ৰধান।

(৪) "চিনেট সদস্য জনছনৰ সাধাৰণ অৱস্থা ভাল আৰু কৰ্তব্য কামত আত্মনিয়োগ কৰিবলৈকো পূৰা মাত্ৰাই সক্ষম। দায়িত্বপূৰ্ণ কাম কাজত ব্যস্ত থকা যিবিলাক লোকে মানসিক উত্তেজনা আৰু কষ্ট-সহ্য কৰিব লাগে তেওঁলোকে স্বাস্থ্যৰ প্ৰতি সাৱধান হোৱাও দৰ্কাৰ।"

ইমানেই যথেষ্ট। কংগ্ৰেছৰ ১৯৫৬ চনৰ অধিবেশনত যোগ দি চৰকাৰী কাম-কাজত মন দিব পৰা কথাৰ ইঙ্গিত পোৱাত জনছন আনন্দিত হৈ পৰিল। পিছে সুখী হলেও তেওঁ আচৰিত হোৱা নাছিল। কাৰণ অধিবেশনত যোগ দিবপৰা যে তেওঁ হব সেই বিশ্বাস জনছনৰ মনৰপৰা আঁতৰা নাছিল।

ডাক্তৰসকলে তেওঁৰ কাম-কাজৰ যি সীমা নিৰ্ধাৰিত কৰি দিছিল তাক যথাসম্ভৱ পালন কৰিবলৈ তেওঁ যৎপৰোনাস্তি চেষ্টা কৰিছিল। কিন্তু তেওঁ আছিল সংখ্যাগৰিষ্ঠ নেতা, আৰু তেওঁ ইয়াকো জানিছিল যে নেতৃত্বৰ ক্ষমতা আনৰ হাতত এৰি দিয়া নাযায়। সেয়ে যি কোনো সময়ৰ দৰে তেতিয়াও তেওঁ দায়িত্ব গ্ৰহণৰ বাবে সাজু আছিল।

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটত টেক্সাচৰ এই চিনেট সদস্যজন তেতিয়াও আছিল সংখ্যাগৰিষ্ঠ দলৰ এজন সক্ৰিয় নেতা।

## চৈধ্য

কংগ্ৰেছত ডেমোক্ৰেটিক পাৰ্টিৰ নেতা ৰূপে আঠ বছৰেই তেওঁ এটা বিভক্ত চৰকাৰৰ বাস্তৱতাৰ প্ৰতি লক্ষ্য ৰাখি চলিছিল। হোৱাইট হাউচত তেতিয়া আছিল এজন ৰিপাব্লিকান প্ৰেচিডেণ্ট। অথচ তেওঁৰ পাৰ্টিয়ে কংগ্ৰেছক নিয়ন্ত্ৰণ কৰিছে শাসনকালৰ মাত্ৰ দুটা বছৰৰ বাবে। এনেকুৱা অৱস্থাত ডেমোক্ৰেটিক পাৰ্টিয়েই চৰকাৰ চলোৱাৰ দায়িত্ব লব লগীয়া হৈছিল। তাৰ প্ৰতি চকু দিয়াৰ বাবে জনছনেই আছিল উপযুক্ত লোক।

অধিক সংখ্যক আইনেই আছিল বিতৰ্কমূলক। সেয়ে সংখ্যাগৰিষ্ঠ দলৰ নেতাই কোনোৰকমৰ ক্ৰোধ নেদেখুৱাই এই বিষয়ত অনুমোদন লাভ কৰাকে প্ৰধান দায়িত্ব বুলি ধৰি লৈছিল। জনছন আছিল সেই কামৰ কাৰণে উপযুক্ত লোক।

নাগৰিক অধিকাৰৰ প্ৰশ্নটো আছিল আটাইতকৈ বেছি বিতৰ্কমূলক আৰু বহুতৰ মনত এই বিষয়ে সন্দেহ আছিল যে টেক্সাচৰ এই চিনেট সদস্যজনে কাৰ্যকৰী ভাল কাম কিবা কৰিব পাৰিব। কিন্তু তেওঁলোকে এই মানুহগৰাকীৰ কাম-কাজৰ কোনো ৰেকৰ্ড নাৰাখিছিল।

চিনেটত আসন গ্ৰহণৰ মাত্ৰ কেই সপ্তাহমানৰ পিছত জনছনে সভাত এক বক্তৃতাত কৈছিল :

"যিবিলাকে আমাৰ দেশৰ বিশেষ কোনো শ্ৰেণীৰ লোকক শৃঙ্খলাবদ্ধ কৰি ৰাখিবলৈ বিচাৰে তেওঁলোকৰ প্ৰতি মোৰ কোনো সহানুভূতি নাই। কোনো কোনোৱে হয়তো সেই গোষ্ঠীক অস্বীকাৰ কৰিব আৰু প্ৰতিজন মাৰ্কিন নাগৰিকৰ যি বাসস্থান, শিক্ষা আৰু কৰ্মসংস্থানৰ অধিকাৰ আছে তাক অস্বীকাৰ কৰিবলৈ বহুতেই ইচ্ছা দেখুৱাব, কিন্তু মই তেওঁলোকৰ মাজত নাই। মোৰ স্বদেশীয় ভাই-ভনীসকলৰ প্ৰতি মোৰ বিশ্বাস ইমান গভীৰ যে বিশেষ কোনো গোষ্ঠীৰ বিৰুদ্ধে কোনোৰকমৰ সংকীৰ্ণ মনোভাৱ মোৰ মনত ঠাই পাব নোৱাৰে। মোৰ বিশ্বাস আৰু মনে-প্ৰাণে মই

বিশ্বাস কৰোঁ যে আমাৰ প্ৰতিনিধিত্বমূলক চৰকাৰী ব্যৱস্থাই এক উন্নততৰ জীৱনমান সৃষ্টিত সকলো গোষ্ঠীকে ঐক্যবদ্ধভাৱে কাম কৰাত সুবিধা দিয়াৰ বাবে যথেষ্ট শক্তিশালী আৰু যথেষ্ট কাৰ্যকৰী।"

চিনেটৰ নৱাগত সদস্য হিচাপে এদিনাখন তেওঁ যি মনোভাৱ প্ৰকাশ কৰিছিল চিনেটত থকা কালছোৱাত গোটেই জীৱনটোত তেওঁ তাকেই অনুসৰণ কৰি আহিছে। ১৯৫৭ চনৰ নাগৰিক আইন প্ৰণয়ন তেওঁৰ কাৰণেই সম্ভৱ হৈ পৰিছিল। সুদীৰ্ঘ বিৰাশী বছৰৰ ভিতৰত এইখনেই আছিল প্ৰথম নাগৰিক অধিকাৰ আইন। ১৯৬০ চনৰ নাগৰিক অধিকাৰ আইনৰ বাবে কংগ্ৰেছৰ অনুমোদন লাভত তেওঁ সফলতা লাভ কৰিছিল: নিগ্ৰোসকলৰ ভোটাধিকাৰ নিশ্চয় কৰিবলৈ এই আইনৰ ফলত এটা নতুন ৰেজিষ্ট্ৰেছন ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছিল।

এই বিষয়ক প্ৰত্যেক বিলেই চিনেটত তুমুল তৰ্ক-বিতৰ্ক আৰু বিৰোধিতাৰ সম্মুখীন হৈছিল। আন আন বিষয়ত যিসকলে জনছনৰ হাতত হাত মিলাইছিল সেই দক্ষিণাঞ্চলৰ প্ৰতিপত্তিশীল নেতাসকলেই এই আইনৰ ঘোৰ বিৰোধিতা কৰিছিল। চিনেটত তেওঁৰ নেতৃত্বৰ কালছোৱাত জনছনে বিৰাট সাফল্য লাভ কৰিছিল। কিন্তু তেওঁ আটাইতকৈ বেছি সন্তুষ্টি লাভ কৰিছিল নাগৰিক অধিকাৰ সম্পৰ্কীয় দুখন আইন-প্ৰণয়ন সম্ভৱ হৈ উঠা বাবে।

"ৰিপোৰ্টাৰ" মেগাজিনত ডেভিড ডেমাৰেষ্ট লয়েডৰ এটা প্ৰবন্ধত ১৯৫৮ চনৰ নাগৰিক অধিকাৰ আইনক "মনুষ্য সৃষ্ট এক অলৌকিক ঘটনা" ৰূপে আৰু জনছনক বৰ্তমান কালৰ এজন বিশিষ্ট আৰু স্মৰণীয় নেতা ৰূপে অভিহিত কৰিছে। ডেভিড লয়েডে কৈছিল—"চিনেটত আপোচ আৰু কোৱালিচন সৃষ্টিৰ ক্ষেত্ৰত তেওঁৰ অদ্ভুত কৃতিত্বই তেওঁৰ স্বাভাৱিক বুদ্ধি কৌশল আৰু ব্যক্তিত্বৰ সাধাৰণ স্বীকৃতিক ম্লান কৰি তুলিছে। কেৱল উন্নত স্তৰৰ বৈষয়িক অভিজ্ঞতাৰ কাৰণেই নহয় বৰং দৃষ্টিভঙ্গীৰ নিৰ্মলতা আৰু মানসিক চিন্তানিপুণতাৰদ্বাৰাই তেওঁ সহকৰ্মীসকলক নেতৃত্ব দি যাব পাৰিছিল।

জাতীয় নিৰ্বাচনত ভোট গ্ৰহণত অংশ লোৱাৰ আগতে যি ভোট কৰ দিয়াৰ নিয়ম আছিল তাৰ উচ্ছেদসাধনৰ কাৰণেও তেওঁ সাংবিধানিক সংশোধনৰ বাবে চেষ্টা কৰিছিল। আলাস্কা আৰু হাইৱেক মাৰ্কিন

যুক্তৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত কৰিবলৈকো তেওঁ অহোপুৰুষাৰ্থ কৰিছিল।

টেক্সাচৰ সংখ্যালঘিষ্ঠ সম্প্ৰদায়ৰ বাবে জনছনে যিবোৰ কাম কৰিছিল সেই বিষয়ে যিবিলাকৰ সামান্যতম ধাৰণাও আছিল তেওঁলোকৰ কাৰণে মানবিক অধিকাৰ আইনত জনছনৰ পৃষ্ঠপোষকতাদান যথেষ্ট আশ্চৰ্যৰ কথা। ১৯৫৯ চনত লুক নামৰ মেগাজিনত কোৱা হৈছিল, "সহানুভূতি-মূলক কাৰ্যাৱলীৰ কাৰণেই তেওঁ টেক্সাচৰ সৰহভাগ মেক্সিকান, নিগ্ৰো, ইহুদী, পোলিচ, চেক, জাৰ্মাণ আৰু ইটালিয়ানৰ ভোট পাইছিল। সংখ্যা-লঘিষ্ঠ হলেও এই প্ৰতিটো সম্প্ৰদায়ৰে ভোটসংখ্যা যথেষ্ট।"

মাৰ্কিন ডেকাসকলৰ উন্নতমানৰ শিক্ষাৰ সা-সুবিধাৰ ব্যৱস্থা কৰাত তেওঁ আছিল অত্যন্ত সক্ৰিয়। যুদ্ধক্ষেত্ৰৰ ফক্সহোল বা ট্ৰেঞ্চৰ সলনি শ্ৰেণীকোঠাসমূহকেই তেওঁ স্বাধীনতাৰ নতুন সীমান্তৰূপে বিবেচনা কৰিছিল। ১৯৫৮ চনত চিনেটৰ এক বক্তৃতাত তেওঁ কৈছিল, "আমাৰ ল'ৰা-ছোৱালীৰ শিক্ষা আৰু আধুনিক জগতৰ প্ৰয়োজনৰ বাবে সিহঁতৰ প্ৰস্তুতিৰ বাহিৰে আন কিবা বিষয়ে অগ্ৰস্থান পাব পাৰে বুলি মোৰ ধাৰণা নহয়।" যিজনে এইদৰে চিন্তা কৰিছিল তাৰ কাৰণে এইটো নিতান্ত স্বাভাৱিক যে ১৯৫৮ আৰু ১৯৬০ চনত শিক্ষাৰ কাৰণে সাহায্য আইনৰ হকে সংগ্ৰাম তেওঁ পৰিচালনা কৰিবই। বাতৰি-কাকতৰ চিন্তাশীল লিখক মাৰ্কুইচ চাইল্ডচে মন্তব্য কৰিছিল "নেতা হিচাপে তেওঁৰ যি পৰিদৰ্শিত স্কুল এইড বিলৰ অনুমোদনত প্ৰকাশ পাইছে আন কতো তেনে প্ৰকাশ পোৱা নাই।"

নেতা জনছনে মাৰ্কিন যুক্তৰাষ্ট্ৰক মহাশূন্যৰ যুগতো প্ৰকৃত নেতৃত্ব দিছে। ১৯৫৭ চনৰ জাৰৰ দিনত চোভিয়েট ইউনিয়নে মহাশূন্য পৰিভ্ৰমণৰ প্ৰথম স্পুটনিক নিক্ষেপ কৰে। জনছনৰ প্ৰস্তুতি-চাবকমিটিৰ তৰফৰপৰা যুক্তৰাষ্ট্ৰ কিয় ইমান পিছুৱাই আছে তাৰ ব্যাপক তদন্ত পৰিচালনা কৰা হয়। তদন্ত শেষ কৰাৰ পিছত কমিটিয়ে জৰুৰী অৱস্থাৰ ভেটিত এইবুলি মত দিয়ে যে বিমান বাহিনীক সুপৰিকল্পিতভাৱে আধুনিকীকৰণ আৰু শক্তিশালী কৰিব লাগিব, স্থল আৰু নৌবাহিনীকো সমানে উন্নত কৰিব লাগিব, ক্ষেপণাস্ত্ৰৰ উৎপাদন বঢ়াব লাগিব আৰু দহলাখ পাউণ্ড ওজনৰ নিক্ষেপণ চাপশক্তি সম্পন্ন এক ৰকেট মটৰ উদ্ভাৱনাৰ্থে চেষ্টা কৰিব লাগিব

মহাশূন্য বিজয়ৰ এয়া হ'ল সামৰিক দিশ। তাৰ লগতে আৰু এটা দিশো

আছিল। মহাশূন্য গবেষণাৰ লগতে সেই সম্পৰ্কীয় অন্যান্য সকলো সমস্যাৰ বিষয়ে আৰু কিছু আলোচনাৰ বাবে জনছনে এটা বিশেষ চিনেট চাব-কমিটি গঠনৰ প্ৰস্তাৱ বাস্তৱত ৰূপায়িত কৰে। তেওঁ নিজে তাৰ চেয়াৰমেনৰ দায়িত্ব লয়। পিছত তেওঁৰ আবেদন মতে স্থায়ী বিমান বিজ্ঞান আৰু মহাশূন্য বিজ্ঞান কমিটি গঠন কৰা হয়। চিনেটত থকা কালছোৱাত তেৱেঁই আছিল এই কমিটিৰ প্ৰধান হোতা।

সংখ্যাগৰিষ্ঠ নেতা জনছনে মহাশূন্য গবেষণা আৰু মহাশূন্যৰ শান্তিপূৰ্ণ ব্যৱহাৰত আন্তৰ্জাতিক সহযোগিতাৰ প্ৰতি বহু আগতেই গুৰুত্ব আৰোপ কৰে। প্ৰেচিডেণ্ট আৰু পৰৰাষ্ট্ৰ সচিবৰ অনুৰোধ অনুসৰি তেওঁ নিউইয়ৰ্কত জাতিসঙ্ঘত দিয়া এটা বক্তৃতাত মহাশূন্যৰ বিষয়ত যুক্তৰাষ্ট্ৰৰ ভূমিকা বিশ্লেষণ কৰে। যুক্তৰাষ্ট্ৰৰ ভূমিকাৰ প্ৰতি "বলিষ্ঠ সমৰ্থন" জ্ঞাপনাৰ্থে নিউইয়ৰ্কৰ "হেৰাল্ড ট্ৰিবিউনৰ" এটা সম্পাদকীয় প্ৰবন্ধত জনছনক অভিনন্দন জনোৱা হয়। আৰু সেই মৰ্মে মন্তব্য দিয়া হয় যে তেওঁৰ তেজী বক্তৃতা নিঃসন্দেহে নিৰপেক্ষ ৰাষ্ট্ৰবিলাকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব।

জনছনে বহুদিন আগৰেপৰা জানিব পাৰিছিল যে বিশ্বত বিচ্ছিন্নভাৱে বসবাস কৰাৰ যুক্তৰাষ্ট্ৰৰ কোনো উপায় নাই। তেওঁ ঘোষণা কৰিছিল—"ব্যক্তিৰ জীৱনৰ দৰে জাতিৰ জীৱনলৈকো এনেকুৱা বহু সময় আহে যেতিয়া সিহঁতে নিজৰ বা জাতিৰ ওচৰৰপৰা পলাই ফুৰাটো বন্ধ কৰিবলৈ বাধ্য হয়।" যুক্তৰাষ্ট্ৰ আৰু অন্যান্য দেশৰ সম্পৰ্কৰ বিষয়ে তেওঁ গভীৰভাৱে আলোচনা কৰে। কংগ্ৰেছৰ ব্যৱস্থাৰ জৰিয়তে বৈদেশিক নীতি নিৰ্ধাৰণতো তেওঁৰ স্বাভাৱিক সক্ৰিয় ভূমিকা আছিল। ব্যক্তিগত কূটনৈতিক মেৰপেচ প্ৰদৰ্শনত তেওঁ বিশেষ দক্ষতা দেখুৱাইছিল। চিনেট সভা আৰু ক্লকৰুমত তেওঁ এই আৰ্টৰ চৰ্চা সদায়ে কৰিছিল। গতিকে ইয়াত আচৰিত হব লগীয়া একো নাছিল।

জনছন সংখ্যাগৰিষ্ঠ দলৰ নেতাৰূপে থকা কালছোৱাত ভালেমান বিদেশী নেতাও বাছিংটনলৈ আহিছিল। জাৰ্মাণৰ চেন্সেলাৰ কোণৰাড এডেনুৰ, ইজৰাইলৰ প্ৰধানমন্ত্ৰী বেন গুৰিয়ন, গ্ৰেট বৃটেনৰ প্ৰধান মন্ত্ৰী হেৰাল্ড মেকমিলান, ছাৰ উইনষ্টন চাৰ্চিল আৰু সেই পৰ্যায়ৰ আন কেবা গৰাকী নেতাৰ লগত বৈঠকত মিলিত হবলৈ হোৱাইট হাউচলৈ প্ৰায়ে তেওঁক মতা হৈছিল।

প্ৰেচিডেণ্ট আইচেনহাৱাৰৰ ব্যক্তিগত অনুৰোধক্ৰমে তেওঁ মেক্সিকোত তাৰ প্ৰেচিডেণ্টৰ লগত দেখা কৰে আৰু পিছত টেক্সাচৰ পাম্‌ৰ ঘৰত তেওঁক আলহীৰূপে সোধপোচ কৰে। এইদৰে ব্যক্তিগত বন্ধুত্বৰ জৰিয়তেও অন্যান্য দেশ সম্পৰ্কে তেওঁৰ উৎসাহ প্ৰকাশ পাইছে।

এচিয়াৰ বিভিন্ন দেশৰপৰা অহা শিক্ষাৰ্থীসকলক ট্ৰেনিং দিয়াৰ কাৰণে তেওঁৰ উদ্যোগতে হাৱাই বিশ্ববিদ্যালয়ত ইষ্ট ৱেষ্ট চেণ্টাৰ খোলা হয়। এই সম্পৰ্কীয় পৰিকল্পনাও প্ৰথম তেওঁৰে সৃষ্টি আৰু সেই বিষয়ক আইন প্ৰণয়নতো তেওঁৰ ভূমিকাই বিশেষ সক্ৰিয়।

বৈদেশিক সম্পৰ্কৰ ক্ষেত্ৰত জনচনৰ নেতৃত্বৰ আন এটা উজ্জ্বল উদাহৰণ হ'ল তেওঁৰ "যৱনিকা উন্মোচন" প্ৰস্তাৱ। নিকিতা ক্ৰুশ্চেভৰ আমেৰিকান টেলিভিছনত সাক্ষাৎ দিয়াৰ পিছত এই প্ৰস্তাৱ উত্থাপন কৰা হৈছিল। লৌহ যৱনিকা উন্মোচন আৰু উভয় দেশৰ মাজত ভাৱৰ আদান-প্ৰদানৰ ক্ষেত্ৰত সি আছিল কমিউনিষ্টসকলৰ প্ৰতি এটা সুস্পষ্ট আৰু প্ৰৱল আহ্বানস্বৰূপ। "খ্ৰীষ্টান চায়েন্স মনিটৰ" কাকতত এই প্ৰস্তাৱক "নিৰ্ভয় মানসিক স্বাধীনতাৰ জেফাৰচনসুলভ শ্বাসবায়ু আৰু বৈদেশিক নীতিত মানসিক প্ৰসাৰতাৰ এটা ভাবাবেগোদ্দীপক আবেদন" ৰূপে অভিহিত কৰা হৈছিল। কেইমাহমানৰ পিছত যুক্তৰাষ্ট্ৰ আৰু চোভিয়েট ইউনিয়নৰ মাজত যি বিনিময় চুক্তিৰ ঘোষণা প্ৰকাশ কৰা হয় তাৰ ভেটি ৰচিত হৈছিল জনচনৰ সেই প্ৰস্তাৱৰ জৰিয়তে। বৰ্তমান শতিকাৰ চতুৰ্থ দশকৰ আদি ভাগত কাৰ্ডেল হালে যি বাণিজ্যবিধিৰ উদ্যোগ গ্ৰহণ কৰিছিল। জনচন আছিল তাৰ এজন প্ৰধান সমৰ্থক। ১৯৫৮ চনত তেওঁৰ উৎসাহতে ৰিচিপ্ৰোকেল ট্ৰেড এক্টৰ ম্যাদ আগৰ যিকোনো কালতকৈ অধিক দিনৰ বাবে সম্প্ৰসাৰিত হৈছিল। মিচেচ এলিণৰ ৰুজভেল্টে তেওঁৰ "চিণ্ডিকেট" কাকতৰ যোগেদি মন্তব্য কৰিছিল, "পাৰস্পৰিক বৈদেশিক বাণিজ্য-চুক্তিৰ সঠিক তাৎপৰ্য উপলব্ধি কৰা বাবে সংখ্যাগৰিষ্ঠ দলৰ নেতা লিণ্ডণ জনচন আৰু তেওঁৰ সহকৰ্মীবৃন্দ আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ।"

প্ৰাচুৰ্যহীন পৰিবেশৰ মাজত জনচনৰ জন্ম হয়. এই শতিকাৰ প্ৰথম কুৰি বছৰত যিবোৰ মাৰ্কিন নাগৰিকে জন্মগ্ৰহণ কৰিছিল সেইবোৰৰ বহুতেই এই একে পৰিবেশৰ মাজতেই। জনচনে সেয়ে তেওঁৰ উপযুক্ত বয়সত প্ৰতিজন মাৰ্কিন নাগৰিকৰ কল্যাণাৰ্থে আইন প্ৰণয়নত গভীৰভাৱে

আত্মনিয়োগ কৰে। তেওঁ কয়, "যিকোনো দায়িত্বশীল ৰাষ্ট্ৰই প্ৰথমে তাৰ জনসাধাৰণৰ নিৰাপত্তাত ভাৰসাম্য প্ৰতিষ্ঠা আৰু তাৰ লগে লগে বাজেটত ভাৰসাম্য প্ৰতিষ্ঠা কৰাত আত্মনিয়োগ কৰে।"

জনছনে এটা পূৰ্ণাঙ্গ কৰ্মসংস্থান আইনপ্ৰণয়নত সমৰ্থনদান কৰিবলৈ গৈ ১৯৫৯ চনৰ বসন্তকালৰ এটি মধুৰ দিনত এ. এফ.এল.—চি. আই. ও.ৰ আনএম্পলয়মেণ্ট কংগ্ৰেছত বক্তৃতা প্ৰসঙ্গত এই বুলি কৈছিল :

"বহুতো লোকেই ভাবে যে দয়া-দাক্ষিণ্যৰ দৃষ্টিভঙ্গীয়েই বেকাৰ সমস্যা সমাধানৰ একমাত্ৰ উপায়। আকৌ আন কিছুমানে এই ধাৰণা লৈ আমোদ পায় যে কিছু পৰিমাণে বেকাৰত্ব 'স্বাস্থ্যকৰ' আৰু 'স্বাভাৱিক'। যি দেশে নাগৰিকসকলৰ উৎপাদনক্ষম শক্তিৰ পূৰ্ণ ব্যৱহাৰ কৰে সেই দেশেই স্বাস্থ্যকৰ, স্বাভাৱিক আৰু দৃঢ়বদ্ধ দেশ। যি দেশৰ কৰ্মী পুৰুষ আৰু মহিলাৰ নাম দৰমহাৰ বহীত লিখা আছে অভাৱ পীড়িতক সাহায্য কৰাৰ তালিকাত লিখা নাই সেই দেশেই উন্নত আৰু দৃঢ়বদ্ধ।"

ছাম ৰেবার্ণে এবাৰ কৈছিল—"এজন নেতাই কেনেভাৱে নেতৃত্ব দিয়ে সেই কথা নিজৰ পক্ষে জনা যথেষ্ট কষ্টকৰ।" কিন্তু শেষৰ পিনে কেবাজনো চিনেটৰ পৰ্যবেক্ষকে অনুমান কৰিব পাৰিছিল যে জনছনৰ নেতৃত্ব কৰাৰ ভালেমান ৰহস্য তেওঁলোকৰ কাৰণে জনা সম্ভৱ নহয়। পাৰ্লামেণ্টাৰিয়ান হিচাপে তেওঁ সিদ্ধহস্ত আছিল যদিও তেওঁ আচল কামবোৰ নিজৰ অফিচকম আৰু ক্লককমতে শেষ কৰি পেলাইছিল। নিজৰ মতত আনক দীক্ষিত কৰিব পৰা তেওঁৰ ক্ষমতাৰ তুলনা নাই। ৱাছিংটনৰ "ষ্টাৰ" কাকতত মেৰী মেকগ্ৰোৰীয়ে এবাৰ লিখিছিল, "কোনো এজনক জয় কৰা জনছনৰ কাৰণে অতি সহজ কথা আৰু তেওঁ অসংখ্যবাৰ জয় কৰিছে।"

মিচ মেকগ্ৰোৰীয়ে আৰু কৈছিল, "এইবোৰৰ পদ্ধতিত আছিল বুজাই মেলি ৰাজি কৰা, বিৰক্ত কৰা, তোষামোদ কৰা, ভয় দেখুৱা, আগৰ উপকাৰ আদি সোঁৱৰাই আৰু ভৱিষ্যতৰ সুযোগ সুবিধা দিয়াৰ কথা। সৰু ঘৰ এটাৰ ভিতৰত মুষ্টিমেয় লোকৰ মাজত আলোচনাত জয়লাভ কৰাৰ কাৰণ এয়ে।"

অৱশ্যে তাতকৈয়ো আৰু কিছু বেছি আছিল। জনছনে যেতিয়া কোনো আইন বিষয়ে কোনো চিনেটৰৰ লগত আলোচনা কৰে তেতিয়া তেওঁ আনুষঙ্গিক সকলো তথ্য-পাতি ভালদৰে জনাৰ চেষ্টা কৰে। কোনো

বিষয়ৰ প্ৰস্তুতিমূলক কামকে উপেক্ষা কৰা বিধৰ লোক তেওঁ নাছিল। গোটেই জীৱন ধৰি তেওঁ প্ৰশ্ন কৰি, তাৰ পিছত গভীৰ মনোযোগেৰে উত্তৰ শুনি শিকি আহিছিল। আনৰপৰা সকলো তথ্য সংগ্ৰহ কৰাৰ পিছতহে তেওঁ তাক কাৰ্যক্ষেত্ৰত ৰূপায়িত কৰিবলৈ নিজৰ ব্যক্তিত্বক পূৰ্ণমাত্ৰাই নিয়োগ কৰিছিল।

বাতৰি-কাকত, ৰেডিঅ' আৰু টেলিভিজনৰ প্ৰতিনিধিবিলাকে দেশ বিদেশত প্ৰচাৰ কৰি দিছিল যে চিনেটৰ ইতিহাসত এনেকুৱা কঠোৰ পৰিশ্ৰমী সংখ্যাগৰিষ্ঠ পাৰ্টিৰ নেতা আগতে চিনেটত নাছিল। ৱাছিংটনৰ যশস্বী ৰাজনৈতিক লিখক গুন্ড লিঙ্কনে তেওঁৰ প্ৰবন্ধৰ নাম দিছিল—"লিণ্ডন জনচন পৰ্বত সদৃশ উন্নত"। আন এজন বিখ্যাত সাংবাদিক ভৰিচ ফ্লিছনে জনচনক কঠোৰভাৱে সমালোচনা কৰা সত্ত্বেও স্বীকাৰ কৰিবলৈ পাহৰা নাছিল যে জনছনৰ এটা মাত্ৰ কৃতিত্ব প্ৰদৰ্শন বাকী আছে—সিয়েই হ'ল সঙ্গীত।

জনচনে মাজে মাজে বাতৰি-কাকতৰ কথাবোৰ আৰু সম্পাদকীয়ৰ প্ৰশংসাত বিৰক্ত হৈ পৰিছিল। সমস্ত প্ৰশংসাৰ মাজতো বহুবাৰ তেওঁক নিষ্প্ৰাণ আইন প্ৰণয়নৰ যন্ত্ৰবিশেষ বুলি আখ্যা দিয়া হৈছিল। যিবোৰ কামে মানুহক আনন্দ দিয়ে জনচনক সেইবোৰ উপভোগ কৰাৰ ক্ষমতাবিহীন নিৰস আৰু অমানৱীয় চৰিত্ৰৰ লোক বুলি কোৱা হৈছিল।

এবাৰ তেওঁ কৈছিল—"মোৰ বিৰুদ্ধে বহু লোকৰ এনেকুৱা এটা অভিযোগ আছে যে কিভাৱে জিৰণি লব লাগে তাক মই নাজানো। আচলতে তেওঁলোকে নাজানে। এসময়ত মই গলফ্ খেলিছিলোঁ, খুব ভাল খেলুৱৈ আছিলোঁ। এতিয়া যদি মই গলফৰ পাছত দৌৰিবলৈ ধৰোঁ তেনেহলে দেশৰ কাৰণে কৰিব লগীয়া কামত বাধা পৰিব। সেই কথা কোনোৱে নাজানে।"

অসীম গুৰুত্বৰে সৈতে তেওঁ কামৰ দায়িত্ব লৈছিল। তাত কোনো সন্দেহ নাই। মাৰ্কিন চিনেটৰ অতিশয় যুক্তিবাদী সদস্যসকলৰ মাজতো প্ৰায় আটাইবিলাকে সামাজিক উৎসৱ অনুষ্ঠান উপভোগৰ বাবে কিছু সময় খৰচ কৰিছিল। জনচনে কিন্তু বেছি 'সামাজিকতা' কৰা নাছিল। সংখ্যাগৰিষ্ঠ পাৰ্টিৰ নেতা হিচাপেও তেওঁ তেনেকুৱা একেবাৰেই কৰা নাছিল।

এদিন বাতি তেওঁ ভীষণ ক্লান্ত হৈ ঘৰলৈ আহে। সিদিনা বহু ৰাতিলৈকে চিনেটৰ অধিবেশন বহিছিল। তেওঁৰ ঘৈণীয়েকেও এটা নৃত্যানুষ্ঠানৰপৰা উভতিছে মাত্র। তেওঁ গিৰীয়েকক সেই অনুষ্ঠানৰ এটা বিস্তাৰিত বৰ্ণনা দিয়ে।

তেওঁ বিৰক্তি প্ৰকাশ কৰি গিৰীয়েকক কয়—"আপুনি যে কিয় এই আমোদ-প্ৰমোদৰ বাবে অকণমান সময় উলিয়াব নোৱাৰে মই বুজি নাপাওঁ। সকলো চিনেটৰেইচোন সময় পায়। কিয়, চিনেটৰ গ্ৰীণ, তেওঁ চোন আপোনাতকৈ যথেষ্ট বয়সিয়াল—তেৰোঁ তাত আছিল—বেচ আনন্দেৰেই আছিল। জানে, মই তেওঁৰ লগত দুবাৰ নাচিছোঁ।"

"চিনেটৰ গ্ৰীণ।"—জনছনে হাঁহি হাঁহি বাগৰি পৰে। "তেওঁৰ এখন বিল পাছ কৰিবলৈ গৈয়ে মই আজি ইমান পলমকৈ থাকিব লগীয়া হলোঁ।"

অৱশ্যে তেওঁ খাটাংভাৱে জানিছিল যে সেই নিৰ্দিষ্ট বিলখন নহলেও আন কিবা কাৰণতে তেওঁ ইমান দেৰীলৈ থাকিব লাগিলহেঁতেন।

তেওঁৰ বন্ধু উইলিয়াম এচ. হোৱাইটে "নিউইয়ৰ্ক টাইমচ" কাকতত লিখিছিল, "চিনেটৰ জনছন ডেকাও নহয়, নইবা বুঢ়াও নহয়। তেওঁ ভীষণ কৰ্মব্যস্ত ৰাজনৈতিক লোক। কামৰ আগত তেওঁৰ ওচৰত বয়স, স্বাস্থ্য আৰু আন ভালেমান উদ্বেগজনক বিষয় একেবাৰে মামুলী।"

কিন্তু ১৯৫৫ চনত হৃদৰোগত ভোগাৰ পিছত জনছনে স্বাস্থ্যৰ প্ৰতি লক্ষ্য নৰখা নহয়। ডাক্তৰসকলে তেওঁৰ সম্পূৰ্ণ আৰোগ্য লাভৰ যি ভৱিষ্যৎবাণী কৰিছিল সি বাস্তৱত ৰূপায়িত হৈছিল। তেওঁ পুনৰায় অতিৰিক্ত শ্ৰম কৰিবলৈ আৰম্ভ কৰি দিলে; কিন্তু খাদ্যৰ প্ৰতি নজৰ ৰাখে আৰু চিগাৰেট খোৱা একেবাৰে বন্ধ কৰি দিয়ে। লগত সদায়ে শেষ ইলেকট্ৰোকাৰ্ডিয়ো-গ্ৰামটো লৈ ফুৰিবলৈ ধৰে আৰু বন্ধুবৰ্গক সেইটো দেখুৱাই কয় যে অতিৰিক্ত টকা নিদিয়াকৈয়ে তেওঁ জীৱনবীমা কৰিবলৈ সক্ষম।

স্বাস্থ্য-ৰক্ষাটো তেওঁৰ এটা গুৰুত্বপূৰ্ণ কাম। ১৯৬০ চনৰ জাতীয় নিৰ্বাচন যিমানে আগবাঢ়ি আহিল সিমানে ক্ৰমবৰ্ধমান লক্ষণবোৰ দেখা দিবলৈ ধৰিলে যে চিনেটত সংখ্যাগৰিষ্ঠ দলৰ নেতা প্ৰেচিডেণ্ট পদৰ বাবে ডেমোক্ৰেটিক পাৰ্টিৰ মনোনয়নৰ কাৰণে যোগ্য প্ৰাৰ্থী হবগৈ।

জনছনৰ সমৰ্থক গোষ্ঠী কেৱল দক্ষিণাঞ্চলতে সীমাবদ্ধ নাছিল। "নিউইয়ৰ্ক টাইমচ"ৰ সম্পাদকীয়ত কোৱা হৈছিল, "তেওঁ যে এজন

বৰ্ণ বৈষম্যৰ সমৰ্থক এই কথা তেওঁৰ চূড়ান্ত বিৰুদ্ধবাদীয়েও কব নোৱাৰে। বেয়া ৰাজ্যৰ লোকো তেওঁ নহয়। তেওঁ প্ৰেচিডেন্ট হলেও টেক্সাচৰ তেলৰ স্বাৰ্থত অন্ধ সমৰ্থক হব বুলিও কব নোৱাৰি। বিশ্ব ৰাজনীতিৰ পৰিপ্ৰেক্ষিতত ক্ৰুশ্চেভ, মেকমিলান আৰু ড্যগলৰ লগত আলাপ-আলোচনা কৰিবলৈ হলে তেওঁ যিকোনো প্ৰাৰ্থীতকৈ অধিক দক্ষতা দেখুৱাব।" ৱাছিং-টনৰ "ষ্টাৰেও" এনেকুৱা মন্তব্যকেই কৰিছিল—"এইটো সৰ্বজন স্বীকৃত, আনকি জনছনৰ বিৰুদ্ধবাদীবোৰেও ভাবে যে তেওঁ প্ৰেচিডেন্টৰূপে নিৰ্বাচিত হলে এজন শক্তিশালী আৰু কৃতকাৰ্য প্ৰশাসনিক নেতা হব পাৰিব।" জন এফ কেনেডীয়ে বাতৰি-কাকতৰ এজন প্ৰতিনিধিক কৈছিল যে তেওঁ নিজক একমাত্ৰ জনছনৰ "বাহিৰে" আন যি কোনো ডেমোক্ৰেটতকৈ প্ৰেচিডেন্টৰ বাবে উপযুক্ত প্ৰাৰ্থী বুলি ভাবে।

জনছনৰ কিন্তু ৱাছিংটনত ব্যস্ত থাকিবলগীয়া কাম আছিল। তেওঁ ভালদৰে জানিছিল যে প্ৰেচিডেন্ট পদৰ বাবে মনোনয়ন লাভত যিহেতু চিনেটত সংখ্যাগৰিষ্ঠ দলৰ নেতা হিচাপে তেওঁৰ কৰ্মদক্ষতাই প্ৰধান সম্পদ হব সেইহেতুকে কংগ্ৰেছৰ এই কৰ্ম ব্যস্ততাপূৰ্ণ অধিবেশনৰ সময়ত এনেকুৱা দায়িত্বৰপৰা আঁতৰি থাকি আসন্ন ডেমোক্ৰেটিক কনভেনছেনত সমৰ্থন লাভৰ বাবে প্ৰচাৰ অভিযানত নমা উচিত নহব। সেয়ে অধিকাংশ সময় তেওঁ ৱাছিংটনতে আবদ্ধ হৈ আছিল।

ছাম ৰেবাৰ্ণ আৰু জন কণেলীৰ নেতৃত্বত (১৯৬৩ চনৰ শেষৰ পিনে টেক্সাচৰ গবৰ্ণৰ। প্ৰেচিডেন্ট কেনেডী দুৰ্বৃত্তৰ হাতত গুলী খোৱা সময়ত তেওঁ একে গাড়ীতে আছিল আৰু তেৰেঁা দুৰ্বৃত্তৰ হাতত আহত হৈছিল) জনছনৰ অন্যান্য বন্ধু-বান্ধৱে ১৯৬০ চনৰ ২ জুনত ৱাছিংটনত চিটিজেন ফৰ জনছন কমিটিৰ সদৰ উদ্বোধন কৰে। কিন্তু জনছনে ৫ জুনৰ দিনাহে ঘোষণা কৰে যে তেওঁ কনভেনছনত তেওঁৰ নাম প্ৰস্তাৱ কৰিবলৈ দিব। তেওঁ ডেমোক্ৰেটিক পাৰ্টিৰ কোনো প্ৰাথমিক নিৰ্বাচনতে অংশ লোৱা নাই।

কনভেনছনত তেওঁ প্ৰতিনিধিসকলৰ সমৰ্থনৰ কাৰণে ভীষণ শ্ৰম কৰে, বিভিন্ন প্ৰতিনিধিৰ লগত তেওঁ সাক্ষাত কৰি নিজৰ বক্তব্য জনায়। ডাঙৰ ডাঙৰ ৰাজনৈতিক নেতাবিলাকক নিজৰ হোটেলৰ ঘৰলৈ মাতি আনি সমৰ্থন বিচাৰে আৰু শেষত জন এফ কেনেডীৰ লগত সমগ্ৰ দেশ জুৰি

প্ৰচাৰিত টেলিভিছনত "তৰ্ক যুদ্ধত" নামে।

কেনেডী বহুদিনৰেপৰা আগশাৰীৰ নেতাৰূপে স্বীকৃতি লাভ কৰি আহিছিল।

প্ৰথম বেলটতেই কেনেডীয়ে যেতিয়া মনোনয়নত জয়লাভ কৰিলে, টেক্সাচৰ এই গৰাকী ব্যক্তিয়ে তাঁৰ যোগে তেওঁক অভিনন্দন জনায় আৰু আগত নিৰ্বাচনী অভিযানত ডেমোক্ৰেটিক পাৰ্টীৰ মনোনয়নৰ প্ৰতি তেওঁৰ সক্ৰিয় সমৰ্থনৰ প্ৰতিশ্ৰুতি দি এটা বিবৃতি প্ৰচাৰ কৰে।

# পোন্ধৰ

১৯৬০ চনৰ নিৰ্বাচনত ভাইচ-প্ৰেচিডেণ্ট পদৰ বাবে ডেমোক্ৰেটিক পাৰ্টীৰ প্ৰাৰ্থী হিচাপে লিণ্ডণ জনছনে কিভাবে মনোনীত হ'ল সেই কথা নানাভাৱে কোৱা হয় আৰু ইয়াৰ সম্পৰ্কে নানা পৰস্পৰবিৰোধী মতামতো আছে। মনোনয়ন প্ৰকাশিত হোৱাৰ কেইমিনিটমানৰ পিছতেই টেলিভিছন ভাষ্যকাৰসকলে নানা জল্পনা-কল্পনা আৰম্ভ কৰি দিয়ে। লচ এঞ্জেলচ সম্মিলনীৰ বাতৰি যোগনিয়াৰ আৰু সম্পাদকীয় লিখকসকলে নিজ নিজ ঠাইলৈ গৈ যিমান সোনকালে লিখাবোৰ প্ৰকাশ কৰিব পাৰে তাৰ বাবে ব্যস্ত হৈ পৰিল আৰু বাতৰি-কাকতবোৰেও একেপথকে অনুসৰণ কৰিবলৈ ধৰিলে। থিয়োডৰ এচ হোৱাইট প্ৰণীত "দি মেকিং অৱ দি প্ৰেচিডেণ্ট: ১৯৬০" আৰু চি ডুইট ডৰো ৰচিত ছাম ৰেবাৰ্ণৰ জীৱনী "মিঃ ছাম"—এই দুয়োখন পুথিতে মনোনয়নৰ ঘটনাসমূহৰ বৰ্ণনা সন্নিবিষ্ট হৈছে কিন্তু সকলো তথ্যৰ সামঞ্জস্যপূৰ্ণ বৰ্ণনা তাত বিশেষ নাই।

জনছন কি কাৰণত মনোনীত হৈছিল আচলতে এই প্ৰশ্নৰ উত্তৰ সহজ। প্ৰেচিডেণ্ট পদৰ বাবে মনোনয়ন লাভ কৰি জন ফিটজেৰাল্ড কেনেডীয়ে লিণ্ডণ বেইনচ জনছনক তেওঁৰ সঙ্গী হিচাপে ডেমোক্ৰেটিক পাৰ্টীৰপৰা টিকট বিচাৰিলে আৰু ডেমোক্ৰেটিক পাৰ্টীৰ মঙ্গল কামনা কৰি জনছনক যোতিয়া ভাইচ-প্ৰেচিডেণ্ট পদৰ বাবে প্ৰাৰ্থীৰূপে আবেদন জনোৱা হয় তেতিয়া তেওঁ ৰাজি হ'ল।

স্বীকাৰ কৰিব লাগিব যে, এই মৌলিক সৰলতাৰ পিছতো আছিল ভালেমান বৃহত্তৰ জটিলতা।

ৰাজনৈতিক ভাষ্যকাৰসকলৰ কিছুমানে ভাইচ-প্ৰেচিডেণ্টৰ প্ৰতিদ্বন্দ্বিতাত জনছনৰ সম্মতিত বিক্ষুব্ধ হৈছিল। কিয়নো ভাইচ-প্ৰেচিডেণ্ট পদ গ্ৰহণত জনছনৰ বাৰে বাৰে নিৰুৎসাহ ভাব প্ৰদৰ্শনক তেওঁলোকে এইদৰে অভিহিত কৰিছিল যে জনছন দ্বিতীয় স্থান গ্ৰহণ কৰিবলৈ অনিচ্ছুক।

কিন্তু তেওঁ তেনেকুৱা কোনো বিবৃতি দিয়া নাছিল। ডেমোক্রেটিক পাৰ্টীৰ হকে প্ৰাণ দিয়া এই সদস্যজনৰ পক্ষে পাৰ্টীৰ কোনো দায়িত্ব তেওঁক দিলে তাক অৱমাননা কৰিব—আগধৰি এনেকুৱা মন্তব্য দিয়া তেওঁৰ চৰিত্ৰবিৰোধী।

প্ৰেচিডেণ্ট পদপ্ৰাৰ্থী হিচাপে সাধাৰণৰ অগোচৰ হলেও ব্যক্তি বিশেষৰ মনত তেওঁৰ স্থান আছিল। কেনেডীয়ে তেওঁক আমেৰিকাৰ ৰাজনীতি-ক্ষেত্ৰত আটাইতকৈ দক্ষ লোক বুলি মন্তব্য দিছিল বিখ্যাত সাংবাদিক জোছেভ এলচপৰ আগত—"এজন প্ৰেচিডেণ্ট দেশৰ কাৰণে যিমানখিনি যত্নপৰায়ণ হোৱা আৱশ্যক, তেওঁ বাস্তৱিকে দেশৰ বাবে তিমানখিনি যত্নপৰায়ণ।"

সেই সময়ত তেওঁলোক দুজনৰ বিৰাট পাৰ্থক্যৰ বিষয়ে বহুতেই নানা জল্পনা-কল্পনা কৰিছিল। তেওঁলোকৰ মাজত বহু বিষয়ত সাদৃশ্যও আছিল। বোষ্টনত জন্মগ্ৰহণ কৰা ব্যক্তিগৰাকী নিজেও সুদক্ষ লিখক, বুদ্ধিজীৱী আৰু বিদগ্ধ বিত্তৰ অধিকাৰী। "সাধাৰণ মানুহৰ লোক" টেক্সাচবাসীৰ লগত তেওঁৰ দূৰত্ব বহুখিনি। তেওঁ জন্মগ্ৰহণ কৰিছে সামান্য কৃষকৰ ঘৰত, গ্ৰেজুৱেট হৈছে ষ্টেট টিচাৰ্চ কলেজৰপৰা, পঢ়া-শুনা মূলতঃ বাতৰি-কাকত আৰু ষ্টাফ সদস্য আৰু উপদেষ্টাৰদ্বাৰা প্ৰস্তুত কৰা মেমোৰ মাজত সীমিত, কল্পনা-প্ৰৱণ আৰু তেওঁৰ মাজত বৈদগ্ধৰ ছাপ সামান্য, অথচ মানুহৰ মাজত নিজকে বিলাই দিয়াত তেওঁ সিদ্ধহস্ত। বোষ্টনৰ মানুহজন টেক্সাচৰ মানুহজনতকৈ সাধাৰণৰপৰা বহু দূৰত।

পৰ্যবেক্ষকসকলে কেনেডী আৰু জনছনৰ মাজত থকা এই বৈসাদৃশ্যবোৰ বেছিকৈ লক্ষ্য কৰিছিল, তেওঁলোকে অৱশ্যে পাহৰি গৈছিল যে তেওঁ-লোকৰ মাজত লক্ষ্য কৰিব লগীয়া সাদৃশ্যও ভালেমান আছিল। দুয়ো-জনে আছিল অভিজ্ঞ আৰু বাস্তৱবাদী ৰাজনৈতিক আৰু সেয়ে কঠোৰ, দৃঢ় সংকল্প আৰু ব্যক্তিস্বাতন্ত্ৰ্যবাদী; জনসাধাৰণৰ আৰু দেশৰ কল্যাণৰ বাবে তেওঁলোক উভয়ে সতৰ্ক। দুয়োজনেই আছিল অসীম আত্মগৰিমাৰ অধিকাৰী, পৰস্পৰে পৰস্পৰক বুজাত ইয়েই আছিল এটা ডাঙৰ অন্তৰায়।

যিয়ে নহ'ক প্ৰেচিডেণ্ট পদত ডেমোক্ৰেটিক পাৰ্টীৰ মনোনয়ন লাভৰ পিছ দিনাখন ৰাতিপুৱাই কেনেডীয়ে ভাইচ-প্ৰেচিডেণ্ট পদত মনোনয়ন গ্ৰহণৰ বাবে জনছনৰ নাম প্ৰস্তাৱ কৰে। তেওঁৰ সহকাৰী আৰু সমৰ্থকসকলৰ

অনেকে অৱশ্যে ইয়াত আপত্তি জনাইছিল; কিন্তু অন্যান্য বিষয়ৰ দৰে কেনেডীয়ে এই বিষয়তো তেওঁৰ নিজৰ ইচ্ছানুসাৰেই কাম কৰিছিল।

মূলতঃ জনছনক সহযোগী প্ৰাৰ্থী হিচাপে লোৱাৰ কোনো নতুন হেতু নাছিল। নিজে মনোনয়ন লাভ কৰাৰ আগতো তেওঁ সেই কথা চিন্তা কৰিছিল। ডেমোক্ৰেটিক পাৰ্টিৰ সম্মিলন আৰম্ভ হোৱাৰ আগৰ দেওবাৰে কেনেডীয়ে ৱাছিংটন "পোষ্টৰ" বৰ্তমান পৰলোকগত প্ৰকাশক ফিলিপ গ্ৰাহামৰপৰা জানিবলৈ বিচাৰিছিল যে জনছনক ভাইচ-প্ৰেচিডেণ্ট পদত মনোনয়ন দিলে তেওঁ সম্মতি দিব নে নিদিয়ে। গ্ৰাহাম আছিল জনছনৰ নলেগলে লগা বন্ধু আৰু তেওঁ যথাৰীতি এই খবৰটো জনছনৰ কাণত পেলাইছিল। মনোনয়নলাভ প্ৰতিদ্বন্দ্বিতাত তেতিয়াও জনছন ভীষণ ব্যস্ত। সেয়ে তেওঁ তেনেকুৱা ধৰণৰ পদগ্ৰহণৰ প্ৰস্তাৱত কোনোৰকমৰ মন্তব্য দিব খোজা নাছিল।

আনহাতে জনছন এই প্ৰস্তাৱত ৰাজী হ'ক—এয়ে আছিল কেনেডীৰ একান্ত কামনা। দক্ষিণাঞ্চলৰ ভোট লাভৰ ক্ষেত্ৰত তেওঁ নিশ্চিন্ত হোৱা দৰ্কাৰ আৰু আগৰ নবেম্বৰতেই সেই অঞ্চলৰ নিৰ্বাচন। জনছনক সঙ্গীৰূপে লোৱাটোৱেই আছিল তাৰ নিশ্চয়তা, অৱশ্যে দক্ষিণাঞ্চলৰ বাহিৰে আনবিলাকত জনছনৰ সমৰ্থন তিমান বেছি নাছিল।

ঐতিহাসিক বিচাৰ-বুদ্ধি আৰু ভৱিষ্যত সম্ভাৱনা বিচাৰ-বিবেচনাত পাৰদৰ্শী কেনেডীৰ মনত তাতকৈয়ো গুৰুত্বপূৰ্ণ কথা কিছুমান আছিল। ভাইচ-প্ৰেচিডেণ্টৰ দায়িত্বত এনেকুৱা এজন লোক থাকিব লাগিব যিজনৰ প্ৰেচিডেণ্টৰ দায়িত্ব পৰিচালনাৰ দক্ষতা থাকিব। জোছেফ এলচপক কেনেডীয়ে কৈছিল, "ভৱিষ্যতে কি হব, সেই চিন্তা তুমিয়েই কৰিব লাগিব।"

প্ৰেচিডেণ্ট পদত মনোনয়ন লাভৰ পিছদিনাখনেই পুৱা জনছনৰ লগত কেনেডীয়ে টেলিফোন কৰাৰ আগতে তেওঁ ভাইচ-প্ৰেচিডেণ্ট পদত মনোনয়ন গ্ৰহণৰ বিষয়ে কিবা চিন্তা কৰিছিল,—এনেকুৱা কোনো প্ৰমাণ নাই। কেনেডীৰ মনোনয়ন লাভ একপ্ৰকাৰ খাটাং হৈ পৰাত জনছনে ঘৈণীয়েকৰ মুখলৈ চাই কয়, "বেছ। কালিলৈ মই ছোৱালীদুজনীক লৈ আহি কিবা এটা কৰিব পাৰিম—হয়তো ডিচনেলেণ্ডলৈকো যাব পাৰোঁ।"

চিনেটৰ জনছন আৰু তেওঁৰ ঘৈণীয়েকে টেলিভিছন চাই বহি আছিল। কিন্তু অৱস্থাই ঠিক সেই পথেৰে নচলিল। ঘটনাপ্ৰবাহৰ সম্পৰ্কে জনছনে

নিজেই এটা বৰ্ণনা দিছিল। ১৯৬৩ চনৰ ২৬ মাৰ্চৰ দিনাখন টেলিভিছনত এক সাক্ষাৎকাৰ প্ৰসঙ্গত টেলিভিছনৰ সংবাদদাতা উইলিয়াম লৰেন্সে স্পষ্টভাবেই প্ৰশ্ন কৰিছিল, "মিঃ ভাইচ-প্ৰেচিডেণ্ট, ভাইচ-প্ৰেচিডেণ্ট পদৰ বাবে নিৰ্বাচনত আপুনি কেনেকৈ থিয় দিলে?"

তাৰ উত্তৰত ভাইচ-প্ৰেচিডেণ্টে কৈছিল: "লচ এঞ্জেলচত প্ৰেচিডেণ্ট পদৰ বাবে মই পৰাজিত হোৱাৰ পিছত কেই সপ্তাহমানৰ ভিতৰতে সিদিনা খন ৰাতি মই শান্তিৰে শুব পাৰিছিলোঁ। পিছদিনাখন পুৱা প্ৰেচিডেণ্ট পদৰ বাবে মনোনীত মিঃ কেনেডীয়ে মোক মাতিলে আৰু আমাৰ মাজত আলোচনা আৰম্ভ হ'ল। তেওঁ মোক এই পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ অনুৰোধ কৰে। ময়ো সেইটো চিন্তা কৰি চালোঁ। কেবাজনো বন্ধুৰ লগত কথা-বতৰা হৈ চালোঁ। শেষত দেখিলোঁ যে দেশত মাত্ৰ দুটা পদেই আছে দেশৰ সকলো লোকেই যি পদৰ নিৰ্বাচনত অংশ লয়। মই দেখিলোঁ যে এইটো সুন্দৰ সুযোগ, ই এটা চেলেঞ্জ, দেশ আৰু পাৰ্টিৰ কাৰণেও ই মঙ্গলজনক। মনোনয়ন গ্ৰহণ কৰিবলৈ মই মোৰ ইচ্ছা প্ৰকাশ কৰিলোঁ আৰু সন্মিলনেও মোকেই গ্ৰহণ কৰিলে।"

ছাম ৰেবাৰ্ণ আৰু অন্যান্য কেজনমান বন্ধুই এই মনোনয়ন গ্ৰহণৰ বিৰোধিতা কৰিছিল—ঠিক কেনেডীয়ে জনছনক ভাইচ-প্ৰেচিডেণ্টৰ বাবে প্ৰস্তাৱ কৰাত তেওঁৰ কিছুমান বন্ধুৱে বিৰোধিতা কৰাৰ দৰে। ৰেবাৰ্ণৰ প্ৰতি জনছনৰ আনুগত্যৰ কথা জানি কেনেডীয়ে স্পীকাৰক লগ ধৰে আৰু তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ জনছনক পৰামৰ্শ দিবলৈ অনুৰোধ কৰে।

ছাম ৰেবাৰ্ণৰ জীৱনীলিখক ডৰোৱে কোৱামতে স্পীকাৰে অৱশেষত উত্তৰ দিছিল, "মাত্ৰ ত্ৰিশ মিনিটৰ আগলৈকে মই জনছনৰ মনোনয়ন গ্ৰহণৰ ঘোৰ বিৰোধী আছিলোঁ। কিন্তু তোমাৰ লগত আলাপ-আলোচনা হোৱাৰ আগলৈকে মই চূড়ান্ত সিদ্ধান্ত প্ৰকাশ কৰিব খোজা নাছিলোঁ। তুমি জানা, জ্যাক, মই এতিয়া যথেষ্ট বুঢ়া আৰু মাজে মাজে মই কিছু পৰিমাণে স্বাৰ্থপৰ হৈ পৰোঁ। উপত্যকাৰ মাজেদি খোজ পেলাই আগবাঢ়োঁতেই মোৰ জীৱনৰ সূৰ্যাস্তকাল সমুপস্থিত। মোৰ কৰ্মজীৱন পাছফালে পৰি ৰ'ল; কিন্তু লিণ্ডণে এয়া তাৰ শিখৰমুখে আগবাঢ়িছেহে মাত্ৰ। মই তাক মোৰ লগত বিধান আইনৰ মাজতে ৰাখিবলৈ ইচ্ছা

কৰিছিলোঁ, কাৰণ ইয়াত সি মোৰ যথেষ্ট উপকাৰত লাগিলহেঁতেন। কিন্তু, তুমি যিধৰণে ব্যাখ্যা কৰিছাহি, মই দেখিছোঁ। মোতকৈয়ো তোমাৰহে তাক বেছি প্ৰয়োজন। তুমি সামগ্ৰিকভাৱে চিন্তা কৰিছা।"

তাৰ অলপ সময়ৰ পিছতেই কেনেডীয়ে জনছনৰ লগত টেলিফোনেৰে যোগাযোগ কৰি মনোনয়ন গ্ৰহণ কৰিবলৈ তেওঁক পুনৰায় অনুৰোধ কৰে আৰু কেনেডীয়ে নিজৰ পছন্দ মতে লিখা বিবৃতিৰ ড্ৰাফ্‌ট এটা জনছনক পঢ়ি শুনায়। টেক্সাচৰ সদস্যজনাই কেনেডীক সোধে সঁচাসঁচিকৈয়ে তেওঁ জনছনক বিচাৰিছে নেকি? সঁচাকৈয়ে জনছনক লাগে বুলি কেনেডীয়ে উত্তৰ দিয়ে। তেতিয়া জনছন ৰাজী হয়। তাৰপিছতেই আনুষ্ঠানিকভাৱে ঘোষণা কৰে আৰু সাংবাদিক সম্মিলনৰ জৰিয়তে কথাটো প্ৰকাশ হয়।

ভাইচ-প্ৰেচিডেণ্ট পদৰ বাবে জনছনক লোৱা সম্পৰ্কীয় আনুষ্ঠানিক ঘোষণাত কেনেডীয়ে এইবুলি কয়: "তেওঁৰ ৰাজনীতি ক্ষেত্ৰত দীৰ্ঘ অভিজ্ঞতাৰ সূচনা ঘটে সেই ফ্ৰাঙ্কলিন ডি. ৰুজভেল্টৰ শাসনকালৰ সময়ৰপৰাই।...তেওঁৰ প্ৰবল আৰু সুনিৰ্দিষ্ট নেতৃত্বদানৰ কাৰণেই তেওঁ পঞ্চাশখন ৰাজ্যৰেই অনুমোদন লাভ কৰিব পাৰিছে।

"মই বহুবাৰ এই কথা কৈ আহিছোঁ যে আজিৰ এই বিৰাট চ্যালেঞ্জৰ দিনত মাৰ্কিন জনসাধাৰণে এনেকুৱা এজন ভাইচ-প্ৰেচিডেণ্ট বিচাৰে যিজনে এই জাতি আৰু স্বাধীন বিশ্ব যি গভীৰ সমস্যাৰ সন্মুখীন তাৰ সমাধান কৰিব পাৰিব। আমি যদি শক্তিশালী আৰু পূৰ্ণ গৰিমা অটুট ৰাখি স্বাধীনতাৰ পথত বিশ্বক নেতৃত্ব দিব লাগে তেনেহলে আমাৰ শক্তিমান পুৰুষৰেই প্ৰয়োজন। আজি আমাৰ যি নেতৃত্বৰ প্ৰয়োজন লিণ্ডন জনছনে বহুবাৰ সেই নেতৃত্বদানত তেওঁৰ যোগ্যতাৰ প্ৰমাণ দি আহিছে।"

পেনচিলভিনিয়াৰ গৱৰ্ণৰ ডেভিড এল. লৰেন্সে কেনেডীৰ লগত সুৰ মিলাই জনছনক অত্যন্ত চমৎকাৰ মনোনয়ন বুলি অভিহিত কৰে। প্ৰতিনিধি-সভাত সংখ্যাগৰিষ্ঠ দলৰ নেতা মেচাচুছেটচৰ জন ডব্লিউ মেকাৰমেকে তেল কলৰ পৰিবৰ্তে মনোনয়ন সম্পৰ্কে ভয়েচ ভোট গ্ৰহণৰ প্ৰস্তাৱ কৰে। চেয়াৰমেনে ঘোষণা কৰে যে দুই-তৃতীয়াংশ সদস্যই সম্মতিসূচক ভোট দিছে। শেষত বিপুল কৰতালিৰ মাজেদি জনছনৰ মনোনয়ন লাভৰ ঘোষণা প্ৰকাশিত হয়। ডেমোক্ৰেটিক পাৰ্টিৰ পূৰ্বৱৰ্তী তিনিখন জাতীয় সম্মিলনত ছাম ৰেবাৰ্ণে চেয়াৰমেন হিচাপে দায়িত্ব পৰিচালনা কৰিছিল।

মনোনয়ন গ্ৰহণ কৰি দিয়া বক্তৃতাত জনছনে বিভক্ত চৰকাৰৰ যোৱা ছবছৰৰ কাৰ্যকলাপৰ পৰ্যালোচনা কৰে। সেই সময়ত চিনেটত তেওঁ সংখ্যাগৰিষ্ঠ দলৰ নেতৃত্বত আছিল। তেওঁ কয়, "প্ৰবল চেষ্টা, অসীম ধৈৰ্য, সকলো বিষয়ে জাতিৰ প্ৰতি এটা অতিৰিক্ত দায়িত্ববোধ লৈ ডেমোক্ৰেটিক পাৰ্টীয়ে বিভক্ত চৰকাৰক কামত অধিষ্ঠিত কৰি ৰাখিছে।" অৱশ্যে এই বিভক্ত চৰকাৰৰ পৰ্ব শেষ হোৱাই উচিত।

তেওঁ আৰু কয়, "এটা বিভক্ত চৰকাৰৰ প্ৰতি সমৰ্থন আৰু দায়িত্ব পালন এই দুটাৰ মাজত আচলটো বাছি লোৱাৰ কোনো সুযোগ নাই। তাত দায়িত্ব পালনৰ কথাটোৱেই প্ৰধান। কৰ্তব্য ভিন্ন কোনো দায়িত্বপূৰ্ণ বিবেচনা থাকিব নোৱাৰে। মোৰ পাৰ্টীয়ে মোৰ দেশে য'তেই মোক কাম কৰিবলৈ কব তাতেই মই কৰ্তব্য পালন কৰিবলৈ প্ৰস্তুত। মোৰ বিগত জীৱনৰ কাৰ্যাৱলী তাৰেই সাক্ষী।

বক্তৃতাত দায়িত্ববোধ সম্পৰ্কে তেওঁৰ ভাষণৰ পুনৰাবৃত্তি কৰি কয়: "দায়িত্বশীল মানুহৰ দৰেই আমি বাচি থাকিব লাগিব, আৰু কামো কৰিব লাগিব। আমাৰ মাজত থকা অসহায় শিশু, বৃদ্ধ, অসুস্থ, দুৰ্বল আৰু জীৱনৰ সকলো ক্ষেত্ৰৰে নাৰী, শিশু আৰু অন্যান্য লোকৰ বাবে উদাৰ হস্তে কাম কৰি যাব লাগিব।"

"লগে লগে আমি স্বাধীনতাৰ পুৰস্কাৰ ৰক্ষা কৰিব লাগিব। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বাহুত আমি শক্তি সঞ্চাৰ কৰিবই লাগিব আৰু দৃঢ়হস্ত আৰু দৃঢ়প্ৰতিজ্ঞ হৈ যি আক্ৰমণকাৰী অনিষ্টকৰ শক্তিয়ে আমাক চ্যালেঞ্জ কৰিছে তাক দমন কৰিব লাগিব।

"মানৱ সমাজৰ শান্তি আৰু স্বাধীনতাৰ প্ৰতি যিসকলে ভীতি প্ৰদৰ্শন কৰিব লাগিছে তেওঁলোকৰ উদ্দেশ্যে মাৰ্কিন যুক্তৰাষ্ট্ৰই স্থিৰ দৃঢ়কণ্ঠে শুনাই দিব লাগিব, এককণ্ঠে ঘোষণা কৰিব লাগিব, অবিভক্ত চৰকাৰৰ কণ্ঠে সম্পূৰ্ণ ঐক্যবদ্ধ জাতিৰ কণ্ঠে ঘোষণা কৰিব লাগিব।

"ক্ষুদ্ৰ বা বৃহৎ শক্তিবোৰে আমাৰ এই দ্বিধাগ্ৰস্তৰ সুযোগ লব আৰু আমাৰ অনিশ্চয়তা আৰু অনৈক্যৰ বিৰুদ্ধে প্ৰচণ্ড আঘাত কৰিব; কিন্তু সুদৃঢ় আৰু ঐক্যবদ্ধ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বিৰুদ্ধে থিয় দিব পাৰে এনেকুৱা কোনো শক্তিয়েই আজি পৃথিৱীত নাই। এয়ে হ'ল আমাৰ মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু তাতেই আমি বসবাস কৰিম।"

প্ৰেচিডেণ্ট পদপ্ৰাৰ্থীয়ে তেওঁৰ প্ৰতি যি বিশ্বাস দেখুৱাইছে জনছনে তাৰ বাবে কৃতজ্ঞতা প্ৰকাশ কৰে। এই মৰ্মে জনছনে প্ৰতিশ্ৰুতিবদ্ধ হয়, "তেওঁ মোক য'লৈকে নিবলৈ চায়—পাৰ্টি আৰু দেশৰ কাৰণে মই যাবলৈ সাজু। মই তেওঁক অনুসৰণ কৰিম। কাৰণ, মই জানো যে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মৰ্যাদা সম্পৰ্কে আমাৰ উভয়ৰে একে ধাৰণা।"

বাস্তৱিক তেওঁ তাকেই কৰিলে। শৰতকালৰ অভিযানত তেওঁ ব্যাপকভাবে বিস্তীৰ্ণ অঞ্চলত প্ৰচাৰ কাৰ্য চলায়। সেই দায়িত্ব আছিল জনসাধাৰণৰ মাজত অবাধে কাজ কৰা, জনছনেও তাকেই বিচাৰিছিল।

নিৰ্বাচনত কেনেডী-জনছনৰ জয় হলেও তেওঁলোকে বিশ শতিকাৰ প্ৰেচিডেণ্ট, ভাইচ-প্ৰেচিডেণ্ট নিৰ্বাচনত সৰ্বনিম্ন ভোটৰ ব্যৱধানত জয়লাভ কৰিছে। জনছনৰ নিৰ্বাচনী অভিযান দক্ষিণাঞ্চলতেই সীমাবদ্ধ নাছিল যদিও সেই অঞ্চলতে তেওঁ অধিক শক্তি প্ৰয়োগ কৰিছিল। ৰিপাব্লিকান পাৰ্টিৰ নেতাসকলৰ দৰে তেওঁলোকৰ প্ৰাৰ্থীৰ পৰাজয়তো জনছনৰ বিৰাট ভূমিকা আছিল।

জনছনৰ গভীৰ তৃপ্তিৰ কাৰণ হ'ল নিজৰ ৰাজ্য টেক্সাচ, ১৯৫২ আৰু ১৯৫৬ চনৰ দুয়োটা নিৰ্বাচনতে আইচেনহাৱাৰৰ পক্ষে গৈছিল, এইবাৰ ডেমোক্ৰেটিক পাৰ্টিৰ ফালে আছিল। ভালেমান বিখ্যাত বাতৰি-কাকতে কেনেডী-জনছনৰ বিৰোধিতা কৰিছিল। তাৰ বাহিৰেও আছিল অনেক গুৰুতৰ বাধা। সেইবোৰ অতিক্ৰম কৰি তেওঁলোকেই জয়লাভ কৰিলে। যিয়ে নহ'ক, জয়লাভ হ'ল আৰু দক্ষিণৰ মাত্ৰ তিনিখন ৰাজ্য ৰিপাব্লিকান দলৰ পক্ষলৈ আহিল।

ঘটনাক্ৰমে, জনছন মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটলৈ তৃতীয়বাৰৰ কাৰণে পুনৰ্নিৰ্বাচিত হ'ল। সেই সময়ৰ টেক্সাচৰ আইনে তেওঁক একেসময়তে চিনেটৰ সদস্য পদৰ বাবে আৰু ভাইচ-প্ৰেচিডেণ্টৰ পদৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ অনুমতি দিছিল। ১৯৬১ চনৰ ৩ জানুৱাৰীৰ দিনাখন চিনেটৰ হিচাপে তেওঁ শপত গ্ৰহণ কৰে আৰু লগে লগে পদত্যাগো কৰে।

২০ জানুৱাৰীৰ দিনাখন তেওঁৰ পুৰণি বন্ধু স্পীকাৰ ছাম ৰেবাৰ্ণে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ভাইচ-প্ৰেচিডেণ্ট হিচাপে শপত গ্ৰহণ কৰায়।

[illegible]

নির্বাচনী প্রচাৰ অভিযানত বাৰে বাৰে জনছনে বিশেষ জোৰ দি ঘোষণা কৰে যে কেনেডীয়েই নেতা। তেওঁ একাধিকবাৰ কৈছে, "তেওঁ য'লৈকে নিয়ে, মই তালৈকে যাম।" এই মনোভাৱকে শিৰোগত কৰি তেওঁ ভাইচ-প্রেচিডেণ্টৰ দায়িত্ব গ্রহণ কৰে।

জনজনে বহুবাৰ কৈছে, "চিনেটৰ নেতাৰূপে থকা সময়ত বৰ্ত্তমানৰ প্রেচিডেণ্টে মোকেই অনুসৰণ কৰিছিল। এতিয়া মই অনুসৰণ কৰিছোঁ। পাইলট হোৱা এক আৰু সহকাৰী পাইলট হোৱা হ'ল আন এটা কথা।"

জনছনে জানিছিল যে প্রেচিডেণ্ট মাত্র এজনহে হব পাৰে আৰু ভাইচ-প্রেচিডেণ্ট বুলি কোনো পদ নাই। প্রেচিডেণ্ট আছিল মূল কৰ্ত্তা, ভাইচ-প্রেচিডেণ্টে এই বিষয়ত কোনো সন্দেহ প্রকাশ কৰা নাই। তেওঁ এনে ধৰণৰ কোনো সাংবাদিক সন্মিলন পতা নাই য'ত সাংবাদিকসকলে প্রেচিডেণ্টৰ লগত তেওঁৰ পদমৰ্যাদাৰ প্রশ্ন তুলি ৰগৰ কৰিব পাৰে। তেওঁ জোৰ দি কৈছিল যে তেওঁৰ কথাবোৰ চৰকাৰীভাৱে বিচাৰ-বিবেচনা কৰি দিয়া হ'ক যাতে তেওঁ চৰকাৰী নীতিৰ বিষয়ে কেৱল কব পাৰে।

জনছনৰ ওপৰত প্রেচিডেণ্টৰ বিশ্বাস আছিল অত্যন্ত বেছি। তেওঁৰ অপৰিসীম কৰ্মদক্ষতাত তেওঁ প্রায়ে গভীৰ শ্রদ্ধা দেখুৱাই আহিছিল। যিকোনো বিষয়তে সুস্থিৰ আৰু সুবুদ্ধিসম্পন্ন বিবেচনাত প্রেচিডেণ্টে সকলো সময়তে চিনেটৰ ভূতপূৰ্ব নেতাৰ প্রতিভাৰ সদ্ব্যৱহাৰ কৰিছিল। চৰকাৰৰ জনৈক মুখপাত্র হিচাপে সমগ্র দেশতে ভাইচ-প্রেচিডেণ্টক তেওঁ কামত নিয়োগ কৰিছিল। তিনিবছৰতকৈয়ো কম সময় ভাইচ-প্রেচিডেণ্ট ৰূপে থকা কালছোৱাৰ ভিতৰত জনছনে পঁয়ত্রিশখন ৰাজ্য আৰু কলম্বিয়াৰ জিলাসমূহত প্রায় চাৰিশৰো অধিক বক্তৃতা দিছিল। নানা বিষয়ৰ ওপৰত তেওঁ চৰকাৰৰ অভিমত দাঙি ধৰিছিল—নাগৰিক অধিকাৰৰপৰা আৰম্ভ কৰি বাৰ্লিনৰ প্রাচীৰ, এচিয়াত কমিউনিষ্ট আধিপত্যৰপৰা আৰম্ভ কৰি

মহাশূন্যৰ অভিযানৰ অগ্ৰগতি, শিক্ষাৰ বাবে যুক্তৰাষ্ট্ৰীয় সাহায্যৰপৰা আৰম্ভ কৰি সম্প্ৰতি স্বাধীনতা পোৱা ৰাষ্ট্ৰবোৰৰ বাবে যোগান ধৰা মাৰ্কিন সাহায্য আৰু অসংখ্য অন্যান্য বিষয়।

এই বক্তৃতাসমূহ তেওঁৰ কেৱল বাগ্মিতাৰ অনুশীলনীয়েই নাছিল, নাইবা চঞ্চল উৎসাহপ্ৰৱণ এজন লোকক কোনো এটা কামত আবদ্ধ ৰখাৰ দৃষ্টিভংগীসূচক ব্যৱস্থাও ই নাছিল। যিয়ে নহ'ক, জনছন হ'ল এনে এজনা লোক যিজনে এবাৰ কৈছিল, "আপুনি ৰাজনীতি কৰিবলৈ গৈ ঘৰত সোমায়েই যদি বুজিব নোৱাৰে কোন আপোনাৰ সমৰ্থক আৰু কোন বিৰোধী, তেনেহলে ৰাজনীতি আপোনাৰ কাৰণে এটা ভুল পথ।" জনমতৰ গতিধাৰা বুজিবপৰা তেওঁৰ এটা অদ্ভুত শক্তি আছিল। কোনো বক্তৃতা দি অহাৰ পিছত যিমান সোনকালে পাৰে তিমান সোনকালে প্ৰেচিডেণ্ট কেনেডীক তাৰ এটা টোকা দিছিল। এনেকুৱা তথ্য পাই প্ৰেচিডেণ্টে তাক কোনো কাৰ্যসূচী বা নীতি সংশোধনকাৰ্যত লগাইছিল।

এজন চৰকাৰী দূত আৰু মুখপাত্ৰ হিচাপে কেৱল আভ্যন্তৰীণ বিষয়তেই প্ৰেচিডেণ্ট কেনেডীয়ে জনছনৰ ওপৰত নিৰ্ভৰশীল নাছিল। ভাইচ-প্ৰেচিডেণ্ট ৰূপে থকা কালছোৱাত তেওঁ তেত্ৰিশখন বিদেশী ৰাষ্ট্ৰ ভ্ৰমণ আৰু দেড়শৰো অধিক বক্তৃতা দিয়ে। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বুৰঞ্জীত আন কোনো ভাইচ-প্ৰেচিডেণ্টৰ ইমান বিদেশ ভ্ৰমণৰ উদাহৰণ নাই।

কেনেডী চৰকাৰৰ তিনিমাহ পূৰ নোহওঁতেই তেওঁৰ পৰৰাষ্ট্ৰ বিষয়ক তৎপৰতাৰ সূচনা হয়। ১৯৬১ চনৰ ৩ এপ্ৰিলৰ দিনাখন তেওঁ ডাকাৰত চেনিগাল সাধাৰণতন্ত্ৰৰ প্ৰথম বাৰ্ষিকী স্বাধীনতা উৎসৱ অনুষ্ঠানত প্ৰেচিডেণ্টৰ প্ৰতিনিধিত্ব কৰে। জনছনৰ ঠাইত আন লোকক সেই দায়িত্ব দিয়া হলে আনুষ্ঠানিক আৰু নিয়মতান্ত্ৰিক সৌজন্য প্ৰকাশৰ মাজতেই সি সীমাবদ্ধ থাকিলহেঁতেন; কিন্তু জনছনে জনসাধাৰণৰ মাজত কৰমৰ্দন কৰি, বয়সিয়াল মহিলাসকলৰ প্ৰতি সম্মান দেখুৱাই, কিশোৰ-কিশোৰীৰ মূৰত থপৰিয়াই আদৰ কৰি চেনিগালৰ জনগণৰ জীৱৰ মাজত সোমাই পৰিছিল। ব্যক্তিগত আন্তৰিকতাৰে তেওঁ সকলোকে মুগ্ধ কৰিব পাৰিছিল।

কেই সপ্তাহমানৰ পিছতে জনছনক কেনেডীয়ে সুদূৰ প্ৰাচ্য আৰু দক্ষিণ এচিয়া ভ্ৰমণত পঠায়। সেই ভ্ৰমণত তেওঁ ভিয়েৎনাম, ফিলিপাইন, জাতীয়তাবাদী চীন, থাইলেণ্ড, ভাৰতবৰ্ষ আৰু পাকিস্থান ৰাষ্ট্ৰৰ প্ৰধান

শাসকবর্গৰ লগত অর্থনৈতিক, সামাজিক আৰু সামৰিক সমস্যা সম্পর্কে আলোচনা কৰে। সেই বছৰতে আগষ্ট মাহত কমিউনিষ্টসকলে পূব আৰু পশ্চিম বার্লিনক পৃথক কৰি প্রাচীৰ নির্মাণ কৰে। কমিউনিষ্টৰ হাপ প্রতিৰোধার্থে মার্কিন যুক্তৰাষ্ট্ৰৰ দৃঢ় সঙ্কল্পৰ প্রতীক হিচাপে প্রেচিডেণ্টে লগে লগে জনছনক সপ্তাহ কালৰ শেষত বার্লিন পৰিদর্শন কৰিবলৈ পঠায়।

সেই গুৰুত্বপূর্ণ পৰিদর্শনৰ বিবৃতি প্রসঙ্গত জনছনে কৈছিল, "পশ্চিম বার্লিনৰ জনসাধাৰণ তথা সমগ্র মানৱতাৰ প্রতি আমাৰ অপৰিসীম দায়িত্ব আছে আৰু আমি তাক গভীৰভাৱে অনুভৱ কৰোঁ। উৎসাহ, আশা আৰু নেতৃত্বৰ আশাত তেওঁলোকে আমালৈ ব্যগ্রতাৰে চাই আছে। বিশ্বত স্বাধীনতা ৰক্ষার্থে আমি একেলগে কান্ধত কান্ধ মিলাই আগুৱাই যাম।"

পাছৰ মাহত ভাইচ-প্রেচিডেণ্ট উত্তৰ আটলাণ্টিক চুক্তি সংস্থাৰ সর্বোচ্চ নেতা জেনেৰেল লৰিচ নর্চটাড, নাটোত মার্কিন ৰাষ্ট্ৰদূত টমাচ কে. ফিনলেটাৰ, ফ্রান্সত মার্কিন ৰাষ্ট্রদূত জেমচ পি. গেভিনৰ লগত আলোচনা কৰিবৰ কাৰণে পেৰিচলৈ প্রেৰিত হয়। তেওঁ প্রেচিডেণ্ট কেনেডীৰ এই প্রতিশ্রুতি লৈ গৈছিল, "সাধাৰণ সংস্থাবোৰেৰে সৈতে এটা আটলাণ্টিক সমাজ গঠনৰ লক্ষ্য ৰূপায়িত কৰিবলৈ মার্কিন যুক্তৰাষ্ট্রই সমস্ত শক্তি প্রয়োগ কৰি হলেও আটলাণ্টিক চুক্তি সংস্থাক শক্তিশালী কৰি তুলিব।"

১৯৬২ চনতো তেওঁৰ ভ্রমণ অব্যাহত আছিল। কমনৱেলথৰ দশম বার্ষিকী অনুষ্ঠানত যোগদান আৰু মার্কিন শান্তি সেনাবাহিনী প্রতিষ্ঠা পৰিদর্শনৰ বাবে তেওঁ পোর্টোৰিকোলৈ গৈছিল। জামাইকাৰ স্বাধীনতা প্রাপ্তি উৎসৱতো তেওঁ প্রেচিডেণ্টৰ প্রতিনিধিত্ব কৰে। মধ্যপ্রাচ্যৰ বিভিন্ন দেশত মার্কিন সাহায্য অব্যাহত ৰখাৰ কাৰণে আলাপ-আলোচনার্থে তেওঁ মধ্যপ্রাচ্যৰ ৰাষ্ট্রসমূহতে পৰিভ্রমণ কৰে।

সেই বছৰতে সমস্যাসঙ্কুল অক্টোবৰ মাহত ভাইচ-প্রেচিডেণ্টে টেক্সাচত তেওঁৰ নিজৰ কৃষিপামৰ ঘৰত কিউবা সম্পর্কে যুক্তৰাষ্ট্রৰ ভূমিকা বিশ্লেষণৰ উদ্দেশ্যে মার্কিন যুক্তৰাষ্ট্রৰ অঙ্গৰাজ্যসমূহৰ প্রতিনিধিসকলৰ লগত লগ লাগে। প্রেচিডেণ্টৰ পদ গ্রহণৰ বাবে আহ্বান অহাৰ আগ মুহূর্তলৈকে জনছনৰ বিভিন্ন ৰাষ্ট্র ভ্রমণসূচী অব্যাহত আছিল। ১৯৬৩ চনৰ ৫ নবেম্বৰ দিনাখন তেওঁ বেনেলাক্স দেশবোৰত ভ্রমণৰ উদ্দেশ্যে যাত্রা কৰে। বৈদেশিক বাণিজ্যত মার্কিন নীতিৰ বিষয়ে সেই দেশবোৰক পুনৰ আশ্বাস দিয়াই

আছিল সেই ভ্ৰমণৰ উদ্দেশ্য। ওভোতাৰ আগে আগেতেও ঘোষণা কৰে যে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বৈদেশিক আৰু আভ্যন্তৰীণ উভয় নীতিয়েই আটলান্তিক মৈত্ৰীৰ প্ৰধান ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত। ক্ৰচেলছৰ এক অভিভাষণত তেওঁ কয়, "অংশীদাৰিত্বৰ স্পৃহাই হ'ল মাৰ্কিন নীতিৰ মূল শক্তি। আমাৰ জাতি অন্যান্য যৌথ ব্যৱস্থাৰ অংশীদাৰ—প্ৰশান্ত মহাসাগৰীয় দেশবোৰৰ লগত, আমেৰিকাৰ দেশবোৰৰ লগত আৰু আমাৰ নিজৰ ৰাজ্যবোৰৰ লগত।"

বেনেলাক্স দেশবোৰ ভ্ৰমণ কৰাৰ আগতে ১৯৬৩ চনত জনছনে ট্ৰুজিলোৰ পতনৰ পিছত প্ৰেচিডেন্টৰ অভিষেক উৎসৱত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰতিনিধিত্ব কৰিবলৈ ডোমিনিকান সাধাৰণতন্ত্ৰত ভ্ৰমণ কৰিছিল; পোপ ২৩ তম জনৰ অন্ত্যেষ্টিক্ৰিয়াত প্ৰেচিডেন্ট কেনেডীৰ ব্যক্তিগত প্ৰতিনিধিহিচাপে তেওঁ ৰোমলৈ গৈছিল আৰু চুইডেন, ফিনলেণ্ড, নৰৱে, ডেনমাৰ্ক আৰু আইচলেণ্ডলৈকো গৈছিল। সেইবোৰ দেশত তেওঁ এই মিত্ৰসকলৰ প্ৰতি আৰু উত্তৰ য়ুৰোপৰ দুখন মিত্ৰভাবাপন্ন দেশৰ প্ৰতি মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰতি অব্যাহত আগ্ৰহ আৰু সমৰ্থনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল।

ভ্ৰমণৰ সময়ত তেওঁ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰেচিডেন্টৰ চকু আৰু কাণ আৰু সেই একে সময়তে প্ৰায় প্ৰেচিডেন্টৰ মুখপাত্ৰৰ কাম কৰিছিল। জনসাধাৰণে হয়তো এই ভ্ৰমণবোৰ কেৱল সৌজন্যমূলক আৰু কোনোৰকম সুদূৰপ্ৰসাৰী তাৎপৰ্যহীন বুলি ভাবিছিল; কিন্তু আচলতে প্ৰতিটো ভ্ৰমণৰপৰাই তেওঁ তাৎপৰ্যপূৰ্ণ তথ্যপাতি আহৰণ কৰি আনিছিল—সিবোৰে যুক্তৰাষ্ট্ৰৰ নীতি নিৰ্ধাৰণত বিশেষভাৱে সহায় কৰিছিল।

সেইবিলাক ভ্ৰমণৰ আন এটা সুফলো আছিল। চেনিগালৰ প্ৰথম ভ্ৰমণত যি এটা পদ্ধতিৰ সূচনা হৈছিল জনছনৰ পৰৱৰ্তী ভালেমান দেশ ভ্ৰমণত তাৰেই পুনৰাবৃত্তি ঘটিছিল। সুযোগ পালেই তেওঁ বক্তৃতা মঞ্চৰপৰা নামি আহি জনতাৰ ভীৰৰ মাজত সোমাই পৰিছিল। খবৰৰ কাগজত অসংখ্য এচিয়ান বা আফ্ৰিকান লোকৰ মাজত এজন দীঘল ওখ হাঁহি মুখৰ মানুহৰ ছবি দেখাটো এটা প্ৰায় সাধাৰণ কথাত পৰিণত হৈছিল। তেওঁৰ কেউফালে হাত তুলি অভিনন্দন জনোৱা স্থানীয় লোকৰ ভীৰ—প্ৰথম আমেৰিকান ভাইচ-প্ৰেচিডেন্টক লগ পোৱাত তেওঁলোকৰ হাঁহিভৰা মুখ।

তেওঁৰ প্ৰথমৰ ভ্ৰমণসমূহৰ এটাত, ১৯৬১ চনত পাকিস্তান ভ্ৰমণৰ সময়ত

ভাবাবেগত অভিভূত হৈ কৰমৰ্দন কৰি তেওঁ এজন উটচালকক মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ আহি তেওঁৰ লগত দেখা কৰিবলৈ নিমন্ত্ৰণ কৰিছিল। পিছত সেই উটচালকজনে খবৰ দিছিল যে তেওঁ সেই নিমন্ত্ৰণ গ্ৰহণ কৰিছে আৰু সোনকালে যুক্তৰাষ্ট্ৰলৈ যাবগৈ। আশ্চৰ্যজনক কিবা হ'ক বা নহ'ক ভাইচ-প্ৰেচিডেণ্ট আৰু সমগ্ৰ দেশ এই ঘটনাত আনন্দিত হৈছিল। উটচালকক মাৰ্কিন যুক্তৰাষ্ট্ৰত আন্তৰিক অভ্যৰ্থনা জনোৱা হৈছিল আৰু টেক্সাচৰ কৃষিপামৰ ঘৰত, য'ত বিশ্বৰ ডাঙৰ ডাঙৰ নেতাসকলক সোধপোচ কৰা হৈছিল তাত উটচালকজনকো যথেষ্ট আদৰ অভ্যৰ্থনা জনোৱা হৈছিল।

বিদেশ ভ্ৰমণৰ বাবে যাওঁতে ভাইচ-প্ৰেচিডেণ্টৰ বাৰে বাৰে এই প্ৰটোকল আনুষ্ঠানিকতা খুব স্বাভাৱিকভাৱেই কূটনৈতিক কৰ্মক্ষেত্ৰৰ অনেকে পছন্দ কৰা নাছিল। জনছনে নিজেও এবাৰ প্ৰেচিডেণ্টৰ ওচৰত অভিযোগ আনি কৈছিল, "পৰৰাষ্ট্ৰ দপ্তৰৰ কিছু সংখ্যক লোক তেওঁলোকৰ অদৃশ্য এচকুৱা চছমাৰ ভিতৰেদি চাই থাকে।" তেওঁ কিন্তু কেতিয়াও আত্মবিশ্বাস হেৰুৱা নাছিল। আন্তৰিকতা আৰু বন্ধুত্বৰ পৰিবেশত তেওঁ যিমানখিনি কৰিছিল আন কাৰো তিমানখিনি কৰাৰ উপায় নাছিল।

নিৰ্বোধ সমালোচকসকলৰ প্ৰতি তেওঁৰ এটা তিক্ত মতামত আছিল। সিহঁতৰ বিষয়ে কবলৈ গৈ এইবুলি মন্তব্য দিছিল—"যিবোৰৰ ওপৰত সিহঁতৰ প্ৰাধান্য সেই আত্মম্ভৰী লোকসকলক সিহঁতে নীৰৱে এৰি গুচি যায়। আমি যদি স্বদেশৰ দৰে বিদেশতো আমাৰ লিমুজিন মটৰৰপৰা নামি আহিব নোৱাৰোঁ তেনেহলে আমি কোনোমতেই মাৰ্কিন ৰাজনৈতিক পদ্ধতিৰ মূল তাৎপৰ্য আৰু আদৰ্শ প্ৰদৰ্শন কৰিব নোৱাৰিম। আচলতে কিহৰ মৰ্যাদা প্ৰতিষ্ঠা আমাৰ উদ্দেশ্য—ভাইচ-প্ৰেচিডেণ্ট পদৰ নে মানৱতাৰ!"

বিদেশত তেওঁৰ ভ্ৰমণে বাতৰি-কাকতৰ শিৰোনামা প্ৰস্তুত কৰিলেও সিয়েই কেনেডী চৰকাৰৰ প্ৰতি জনছনৰ একমাত্ৰ অৱদান নাছিল। তেওঁ কৰ্মৰত ভাইচ-প্ৰেচিডেণ্ট। সদায়ে তেওঁ এজন অবিৰাম গতিশীল ব্যক্তি।

বহুতো ৰাজনৈতিক পৰ্যবেক্ষকে ভাবিছিল যে ভাইচ-প্ৰেচিডেণ্ট জনছন হব চিনেটৰ সংখ্যাগৰিষ্ঠ দলৰ নেতা জনছনৰেই এটা সম্প্ৰসাৰিত ৰূপ। ইয়াৰ পূৰ্বাভাস প্ৰকাশ কৰিও তেনেকুৱা মন্তব্য দিয়া হৈছিল। কিন্তু বাস্তৱ ক্ষেত্ৰত তাৰ কোনো সম্ভাৱনা নাছিল। চৰকাৰৰ ক্ষমতাৰ চিৰাচৰিত বিভাগৰ প্ৰতি জনছনৰ আছিল গভীৰ শ্ৰদ্ধা। নিজৰ ভাষাত, সেয়া তেওঁৰ

মন্ত্ৰাগত আৰু এতিয়া তেওঁ প্ৰশাসন বিভাগৰে একজন। আইন প্ৰণয়ন বিভাগৰ কামত কোনোৰকমৰ প্ৰভাৱ বিস্তাৰৰ চেষ্টা তেওঁৰ বাবে আছিল পৰৱৰ্তী নিৰ্বাচনত ৰিপাব্লিকান পাৰ্টিক ভোট দিয়াতকৈয়ো অকল্পনীয়।

তেওঁৰ একমাত্ৰ প্ৰশাসনিক দায়িত্ব আছিল চিনেটৰ অধিবেশনত সভাপতিত্ব কৰা। ৱাছিংটনত থকা সময়ত প্ৰায়ে অধিবেশনত কোনো মনোনীত চিনেটৰৰ ওপৰত দায়িত্ব এৰি দিয়াৰ আগতে অলপ সময়ৰ বাবে হলেও তেওঁ সভাপতিত্ব কৰিছিল। তেওঁ বিভিন্ন সময়ত চিনেটৰ ডেমোক্ৰেটিক সদস্যসকলৰ লগত অলপ সময়ৰ বাবে হলেও লগ লৈছিল। ইয়াৰ বাহিৰে ভাইচ-প্ৰেচিডেণ্টৰ কোনোৰকম সাহায্য বা প্ৰতিবন্ধকতাৰ বাহিৰে কংগ্ৰেছৰ কাম যথাৰীতি পৰিচালিত হৈছিল।

১৯৬৩ চনৰ ২৬ মাৰ্চৰ দিনাখন তিনিজন বাতৰি যোগনিয়াৰৰ লগত টেলিভিছনত প্ৰচাৰাৰ্থে এক সাক্ষাতদানত জনছনে তেওঁৰ দায়িত্বৰ বিষয়ে এইবুলি কৈছিল—"প্ৰেচিডেণ্ট কেনেডী আৰু তেওঁৰ সহকৰ্মী সদস্যসকল আৰু মন্ত্ৰীসভাত যিবোৰ গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল সেই বিষয়ে খবৰ ৰখা আৰু তাত অংশ লোৱাৰ আৰু ইচ্ছানুসৰি কোনো পৰামৰ্শ দিয়াত মই অবাধ সুযোগ পাই আহিছোঁ।"

ভাইচ-প্ৰেচিডেণ্টে জাতীয় বিমান চালনা বিদ্যা আৰু মহাশূন্য পৰিষদৰ সভাপতি, কৰ্মসংস্থানৰ সমান সুযোগ সংক্ৰান্ত প্ৰেচিডেণ্টৰ কমিটিৰ সভাপতি আৰু শান্তি সেনাবাহিনী উপদেষ্টা পৰিষদৰ সভাপতি হিচাপে কাম কৰি আহিছে। জাতীয় বিমান চালনা বিদ্যা আৰু মহাশূন্য কাৰ্যনিৰ্বাহৰ কাজৰ তত্ত্বাৱধানৰ বাবে মহাশূন্য কাউন্সিল গঠন কৰা হয়। ১৯৫৮ চনৰ জাতীয় বিমান চালনা বিদ্যা আৰু মহাশূন্য আইনৰ বলত এই পৰিষদ স্থাপনৰ ব্যৱস্থা কৰা হয়। এই আইন প্ৰণয়নৰ মূলতে জনচন। প্ৰেচিডেণ্ট কেনেডী চৰকাৰৰ আমোলত জনছনৰ নেতৃত্বত মহাশূন্য আইনৰ সংশোধন কৰা হয়। পৰিষদৰ অন্যান্য সদস্যসকল হ'ল পৰৰাষ্ট্ৰ মন্ত্ৰী, প্ৰতিৰক্ষা মন্ত্ৰী, আণবিক শক্তি কমিছনৰ সভাপতি আৰু জাতীয় বিমান চালনা বিদ্যা আৰু মহাশূন্য কাৰ্যনিৰ্বাহৰ পৰিচালক।

যুক্তিসঙ্গত কাৰণতেই জনছনৰ ওপৰত দায়িত্ব জাপি দিয়া হৈছিল। মহাশূন্য কাৰ্যসূচী হিচাপে তেওঁ আছিল অত্যন্ত উৎসাহী, তাৰ লগতে জড়িত আছিল সুদূৰপ্ৰসাৰী শাখা-প্ৰশাখা। ভাইচ-প্ৰেচিডেণ্ট গঠিত

পৰিষদৰ কৰ্মচাৰীবিলাকে যি গবেষণা কৰে ১৯৬১ চনৰ আদিভাগত প্ৰেচিডেণ্ট কেনেডীক সেই পৰ্যালোচনাৰ ফল দেখুৱাই ৰাজী কৰিলে যে এই যুগ শেষ হোৱাৰ আগতে চন্দ্ৰলৈ মানুহ পঠোৱাৰ প্ৰতি লক্ষ্য ৰাখি মাৰ্কিন যুক্তৰাষ্ট্ৰই মহাশূন্য অভিযান উন্নয়নৰ কৰ্মসূচী প্ৰস্তুত কৰিব লাগিব।

চাকৰিৰ সমান সুবিধা কমিটিৰ সভাপতি হিচাপে ভাইচ-প্ৰেচিডেণ্টৰ স্থিৰ সংকল্প আছিল যে যিবোৰ পৰিকল্পনাৰ লগত যুক্তৰাষ্ট্ৰীয় চৰকাৰ জড়িত আছিল সেইবোৰত চাকৰি দিয়া বিষয়ত জাতিগত বৈষম্য পৰিহাৰ কৰিব লাগিব। তেওঁ কমিটিৰ কাম আৰু ব্যক্তিগত চেষ্টাক যথেষ্ট পৰিমাণে শিক্ষামূলক কৰিবলৈ যত্নবান হৈছিল।

বৰ্ণ বৈষম্য সম্পৰ্কে তেওঁ ডাঙৰ ডাঙৰ কৰ্পোৰেছনৰ প্ৰবীণ কৰ্মকৰ্তা বিলাকৰ লগত বহু ঘৰুৱা বৈঠকত মিলিত হৈছিল আৰু চৰকাৰী বেচৰকাৰী ব্যৱসায়ীৰ লগত নানা আলাপ-আলোচনা হৈছিল।

এই বিষয়ে তেওঁ নানা গোষ্ঠীৰ মাজত বক্তৃতাও দিছিল। এবাৰ তেনেকুৱা বক্তৃতাত কৈছিল: "মই স্পষ্টভাৱে কবলৈ বিচাৰিছোঁ যে আমাৰ কমিটি এটা কৰ্মসংস্থান কেন্দ্ৰ নহয়। সিহঁতৰ জাতিৰ বাবে, সিহঁতৰ ধৰ্মৰ বাবে বা সিহঁতৰ বংশৰ বাবে সেই জনসাধাৰণক চাকৰিৰ ব্যৱস্থা কৰি দিয়াত আমি নাই। এইবোৰ কাৰণত যাতে কোনোৱে কৰ্ম সংস্থানৰ পৰা বঞ্চিত নহয় তাৰ নিশ্চয়তা বিধানেই আমাৰ কৰ্তব্য। আমি যেতিয়া কোনো কামৰ মাজত থকা বুলি কওঁ তেতিয়া আচলতে আমি প্ৰকৃত কাম কৰাৰ কথাকে কওঁ।"

বাস্তৱিকে তেওঁ কামৰ মৰ্যাদা বুজি পাইছিল নীতিগত সাম্য আৰু মানৱিক মৰ্যাদা সম্বন্ধে তেওঁৰ উদ্বেগ আৰু দৃঢ়বিশ্বাস যে নতুন আছিল এনে নহয়। যিবিলাক ব্যৱসায়ীৰ লগত তেওঁ আলোচনা কৰিছিল তেওঁলোকে তেওঁৰ যুক্তিৰ প্ৰতি অৱহেলা দেখুৱালে তেওঁৰ ক্ষমতাশালী অস্ত্ৰপাট নিক্ষেপ কৰিছিল: চৰকাৰী কণ্ট্ৰাক্ট দিয়া বা নিদিয়াত তেওঁৰ ক্ষমতা। তেওঁ এই অস্ত্ৰ দেখুৱাই প্ৰয়োজন বুজি সতৰ্ক কৰাৰ ফলত প্ৰায় পঞ্চাশটা ডাঙৰ কোম্পানীৰ মালিকে কৰ্মচাৰীৰ ক্ষেত্ৰত জাতিগত বৈষম্যৰ প্ৰশ্ৰয় নিদিবলৈ প্ৰতিশ্ৰুতি দিছিল।

এই কমিটিৰ কাম জনছনৰ কলিজাৰ লগত জড়িত হৈ আছিল। তেওঁ কৈছিল: "আমি জনসাধাৰণক এই বুলি ধৈৰ্য ধৰিবলৈ কব পাৰিম যে

তেওঁলোকৰ বংশধৰসকলৰ অৱস্থা আৰু ভাল হ'ব, সেই সময় এতিয়া পাৰ হৈ গৈছে যদিও বহু আগতে সি পাৰ হৈ যোৱা উচিত আছিল। মই এই মুহূর্ত্ততে সকলোৰে হকে কাম কৰিবলৈ প্ৰস্তুত। আমাৰ বংশধৰসকলৰ অৱস্থা যাতে আৰু ভাল হয় মই তাৰ ব্যৱস্থা কৰিবলৈ ইচ্ছুক।"

ভাইচ-প্ৰেচিডেণ্ট হিচাপে জনছনে যিবোৰ কাম কৰিছিল ৰাজনৈতিক ভবিষ্যৎবাণীৰ লগত তাৰ তিমান মিল নাছিল। আনকি জনছনৰ একালৰ ধাৰণাৰ নিচিনাও সি নহ'ল। অৱশ্যে সি আছিল উত্তেজনাময় আৱশ্যকীয় আৰু পূর্ণসময়ৰ কামতকৈয়ো বেছি। গোটেই জীৱনৰ আনবোৰ কাম তেওঁ যিভাৱে কৰিছিল এইটোৱো সেইভাৱে কৰিছিল।

প্ৰেচিডেণ্ট কেনেডীয়ে জনছনক ভালদৰেই জানিছিল। ধাৰাবাহিক মিলাপ্ৰীতিৰ ফলত তেওঁলোকৰ পৰস্পৰৰ প্ৰতি শ্ৰদ্ধাবোধ আৰু গভীৰ হৈ পৰিছিল। নীতি সম্পৰ্কীয় প্ৰধান প্ৰধান সিদ্ধান্তবোৰতেই ভাইচ-প্ৰেচিডেণ্টক আৱদ্ধ ৰখা নহয়। বৰং কেন্দ্ৰীয় চৰকাৰৰ প্ৰতিটো গুৰুত্বপূর্ণ পদক্ষেপতে তেওঁক সম্পূর্ণভাৱে সজাগ ৰখাৰ ক্ষেত্ৰতো প্ৰেচিডেণ্টে বিশেষ গুৰুত্ব আৰোপ কৰিছিল।

চৰকাৰৰ প্ৰথম বছৰত ১৯৬১ চনৰ ৩০ আগষ্টত প্ৰেচিডেণ্টৰ অক্ষমতাৰ কোনো প্ৰশ্নতে আইচেনহাৱাৰ আৰু নিক্সনে যি নীতি গ্ৰহণ কৰিছিল সেই নীতিকে অটুট ৰাখিবলৈ প্ৰেচিডেণ্ট আৰু ভাইচ-প্ৰেচিডেণ্ট কৃতসংকল্প হয়। এই সিদ্ধান্ত অনুসৰি প্ৰেচিডেণ্ট কেতিয়াবা কাৰ্য পৰিচালনাত অক্ষম হৈ পৰিলে তেওঁ ভাইচ-প্ৰেচিডেণ্টক জনাব আৰু ভাইচ-প্ৰেচিডেণ্ট কৰ্মক্ষম হৈ উঠাৰ আগ মুহূর্ত্তলৈকে অস্থায়ী প্ৰেচিড়েণ্ট হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰিব। প্ৰেচিডেণ্টে নিজে কৰ্তব্য পালনত অক্ষম হৈয়ো যদি ভাইচ-প্ৰেচিডেণ্টক সেই কথা জনাবলৈ সক্ষম নহয় তেনেহলে ভাইচ-প্ৰেচিডেণ্টে মন্ত্ৰীসভাৰ লগত আলোচনা হৈ নিজৰ কৰ্মপদ্ধতি নিৰ্ধাৰণ কৰিব। উভয় ক্ষেত্ৰতে প্ৰেচিডেণ্টে নিজে ঠিক কৰিব কেতিয়া তেওঁৰ অক্ষমতাৰ অৱসান হব আৰু তাৰ পিছত তেওঁ চৰকাৰী দায়িত্ব গ্ৰহণ কৰিব পাৰিব।

আইচেনহাৱাৰ নিক্সনৰ মাজৰ এই ব্যৱস্থাৰ আগতে তেনেকুৱা কোনো ব্যৱস্থা নাছিল। এই বিষয়ে হোৱাইট হাউচৰপৰা এইবুলি ঘোষণা কৰা হৈছিল: "এই কাৰণে আগৰ ভাইচ-প্ৰেচিডেণ্টে অক্ষম হৈ পৰা সময়ত নেতৃত্ব দিবলৈ দ্বিধাবোধ কৰিছিল। প্ৰেচিডেণ্ট কেনেডী আৰু ভাইচ-

প্রেচিডেণ্ট জনছনে আগৰ শাসনকৰ্তাৰছাৰা প্রতিষ্ঠিত ব্যৱস্থাকে অনুসৰণ কৰিবলৈ স্থিৰ কৰিছে। " প্রেচিডেণ্ট আৰু ভাইচ-প্রেচিডেণ্টৰ মাজত ক্রমবৰ্ধমান ঘনিষ্ঠ সম্পৰ্কৰ এটা সুফল ফলিছিল এয়ে যে প্রেচিডেণ্টৰ কাৰ্যাৱলীৰ বিৰাট পৰিধি জনছনে ভালদৰে দেখিবলৈ পাইছিল। এবাৰ প্রেচিডেণ্ট কেনেডীৰ লগত এখন পৰামৰ্শ সভাত যোগদিয়াৰ পিছত তেওঁ মন্তব্য দিছিল, "প্রেচিডেণ্টৰ দায়িত্ব সম্পৰ্কে মোৰ ইমান দিনে যি ধাৰণা আছিল আচলতে প্রেচিডেণ্টে তাতকৈ বহু বেছি দায়িত্ব বহন কৰে। নিঃসন্দেহে সি মাৰাত্মক দায়িত্ব।" ডল্লাচৰ মৰ্মন্তুদ বিয়োগান্ত ঘটনাই আকস্মিকভাবে লিণ্ডণ বেইনচ জনছনৰ কান্ধৰ ওপৰত সেই দায়িত্বকে জাপি দিছিল। যি কোনো লোকতকৈ তেওঁ এই গুৰুত্বপূৰ্ণ দায়িত্বৰ বিষয়ে' অধিকতৰ সচেতন। এই দায়িত্ব পালনত বিন্দুমাত্র শঙ্কিত হোৱাৰ কোনো চিহ্নই তেওঁ প্রকাশ কৰা নাই।

## সোঁতৰ

চিনেট-সদস্য জনছন আৰু ভাইচ-প্ৰেচিডেণ্ট জনছনে মাৰ্কিন জনসাধাৰণৰ পক্ষে সুদূৰপ্ৰসাৰী গুৰুত্বপূৰ্ণ বিভিন্ন বিষয়ত দৃঢ় অভিমত পোষণ কৰে। যেতিয়াই ভাবিছে যে তেওঁৰ মতামতৰদ্বাৰা কোনো বিষয়ত বিশেষ সুবিধা হোৱাৰ আশা আছে, কোনো আকাঙ্খিত লক্ষ্যত উপনীত হোৱাৰ বাবে তেওঁৰ কোনো মতামত বেছি সহায়ক হব, তেওঁ তাক নিৰ্বিবাদে প্ৰকাশ কৰাত দ্বিধাবোধ কৰা নাই। কেইটামান জাতীয় স্বাৰ্থজড়িত বিষয়ত তেওঁৰ মনোভাৱ বহুবাৰ যথেষ্ট জোৰেৰে সৈতে সেই সিদ্ধান্ত প্ৰমাণ কৰিবলৈ এই অভিমত ব্যক্ত কৰিছিল যে এই সমস্যাবোৰৰ প্ৰতি তেওঁৰ ব্যক্তিগত ধাৰণা নিজৰ মৌলিক ৰাজনৈতিক দৰ্শনৰেই বিশেষ অঙ্গস্বৰূপ। চিনেটৰ আৰু ভাইচ-প্ৰেচিডেণ্ট জনছনে এই একে মনোভাবকে লৈ বহুতো বক্তৃতা দিছিল। তাৰে কেটামান চিনেটত, নাইবা দেশৰ বিভিন্ন অনুষ্ঠানত নানা শ্ৰেণীৰ শ্ৰোতাৰ মাজত, আনবোৰ বেতাৰ আৰু টেলিভিছনৰ আলোচনাৰ যোগেদি বা সাক্ষাত প্ৰসঙ্গৰ জৰিয়তে আৰু আন কেটামান বাতৰি-কাকত আৰু আলোচনীৰ প্ৰতিনিধিৰ প্ৰশ্নোত্তৰ স্বৰূপে কোৱা।

প্ৰেচিডেণ্টৰ দায়িত্ব লোৱাৰ এই বিবৃতিসমূহ ৰাজনৈতিক, অৰ্থনৈতিক আৰু মানৱিক অধিকাৰৰ বিষয়ত এই অভিমতে জাতীয় স্বাৰ্থ-জড়িত সমস্যা ৰাজিত তেওঁৰ ব্যক্তিগত দৃষ্টিভঙ্গীৰ মাজত এই অন্তদৃষ্টিয়ে এটা চমৎকাৰ তাৎপৰ্য দাঙি ধৰিছিল। সেইবোৰৰে কেইটামান বিষয়ৰ উক্তি উদ্ধৃত কৰা হ'ল :

### ।। নাগৰিক অধিকাৰ ।।

১৯৬৩ চনৰ ৩০ মেৰ দিনাখন

"মেমোৰিয়েল ডে'ত পেনিচিলভেনিয়াৰ গেটিচবাৰ্গত দিয়া ভাষণ :

এই পবিত্ৰ ময়দানৰ বুকুতেই এক শতাব্দী আগতে বীৰত্বপূৰ্ণ কীৰ্তি স্থাপিত হৈছিল আৰু ভালেমান ওজস্বিতাপূৰ্ণ বক্তৃতা দিয়া হৈছিল।

গেটিচবার্গৰ সেই কীৰ্ত্তিকলাপ আৰু উক্তি আমি যিসকল জীৱিত, সেই সকলে পাহৰা নাই আৰু বিশ্বয়ো কোনোদিনে তাক পাহৰিব নোৱাৰে। আজি আমি ১৯৬৩ চনৰ এই পবিত্ৰ স্মৰণীয় দিনটোত সমবেত হৈ পৃথিৱীত স্থায়ী শান্তি আৰু সাৰ্বজনীন স্বাধীনতা আৰু ন্যায়বিচাৰ সম্পৰ্কে আমাৰ আশা পূৰণাৰ্থে প্ৰাৰ্থনা জনাই তেওঁলোকৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছোঁ। শান্তি আৰু স্বাধীনতা ৰক্ষাৰ্থে আমাৰ প্ৰতিটো কামতেই গেটিচবাৰ্গৰ সেই পবিত্ৰ বাণীৰ পূৰ্ণ সম্মান ৰক্ষাৰ বাবে আমাৰ প্ৰতি আহ্বান আহিছে।

বিশ্ব-শান্তি প্ৰতিষ্ঠাৰ ক্ষেত্ৰত আমি সতৰ্ক প্ৰহৰী। বিশ্বত যেতিয়ালৈকে আক্ৰমণকাৰী থাকিব, যেতিয়ালৈকে স্বেচ্ছাচাৰতন্ত্ৰৰ বিনাশ নহব, যেতিয়ালৈকে প্ৰতিখন দেশতে স্বাধীনতাৰ অভ্যুত্থান নহব, তেতিয়ালৈকে বিদেশৰ মাটিত আমাৰ যিবিলাক সৈনিকে প্ৰাণ বিসৰ্জন দিছে সিবিলাকৰ আত্মদান যাতে নিষ্ফল নহয় তাৰ প্ৰতি আমি সতৰ্ক দৃষ্টি অব্যাহত ৰাখিম।

শান্তিৰ প্ৰতি সতৰ্ক দৃষ্টি ৰক্ষা কৰিবলৈ লোৱাৰ লগে লগে মনত ৰাখিব লাগিব যে ন্যায়ৰ প্ৰতিও সতৰ্ক দৃষ্টিৰখা প্ৰয়োজন। আমাৰ দেশৰ বুকুত আত্মোৎসৰ্গ কৰা সকলৰ জীৱন বলিদান যাতে ব্যৰ্থ নহয় তাৰ বাবে আমাৰ আলি-পদূলি, শিক্ষালয়, স্কুল-কলেজ আৰু প্ৰতিজন নাগৰিকৰ জীৱনৰ মাজেদি সেই সতৰ্ক দৃষ্টি একাগ্ৰ আৰু ন্যায়বিচাৰ সুদৃঢ় কৰিব লাগিব।

এশ বছৰৰ আগতে ক্ৰীতদাসৰ মুক্তি সাধন হৈছে। আজি এশ বছৰৰ পিছতো নিগ্ৰোসকলে তেওঁলোকৰ দৈহিক বৰ্ণৰ বাবে বন্ধনাৱদ্ধ। নিগ্ৰো সকলে ন্যায়বিচাৰ প্ৰাৰ্থনা কৰিছে। যদি আজি আমি নিগ্ৰোসকলক "আৰু ধৈৰ্য ধৰা" বুলি কওঁ, তেনেহলে তেওঁলোকৰ প্ৰতি আৰু এই বসুন্ধৰাৰ বুকুত মহানিদ্ৰাভিভূতসকলৰ প্ৰতি আমাৰ এই উত্তৰ যুক্তিসঙ্গত নহব।

যিসকলে কয় যে বৰ্তমানৰ কঠিন সমস্যাসমূহৰ সমাধান সময়ৰ হাতত, সিসকলৰ কথাও ভিত্তিহীন। আমাৰ নিজৰ হাততেই আছে ইয়াৰ সমাধান। বিশ্বসভ্যতাৰ ইতিহাসত আমাৰ নিজৰ কাৰণে উচ্চ মৰ্যাদাপূৰ্ণ আসনৰ ব্যৱস্থা কৰিব লাগিব, আৰু আমাৰ সমুখত যি চ্যালেঞ্জ—শ্বেতকায়, কৃষ্ণকায় নিৰ্বিশেষে সমস্ত আমেৰিকানবাসীয়ে সংঘবদ্ধভাৱে তাৰ সমাধানত জীৱন উছৰ্গা কৰিব লাগিব।

এশ বছৰৰ আগতে, গেটিচবাৰ্গৰ এই ময়দানৰ বুকুতে আমাৰ জাতিয়ে তেওঁৰ সম্মানিত আত্মাৰ সন্ধান পাইছিল। ঘৃণ্যতাৰ ময়দানত অসম্মানৰ

মাজত আমি সেই আত্মাক বিলোপ হব দিব নোৱাৰোঁ।

নিগ্ৰোসকলক আৰু ধৈৰ্য ধৰিবলৈ কোৱাৰ মানে হ'ল যি বস্তু তেওঁ-লোকে দি আহিছে সেই বস্তুকে আৰু বেছি পৰিমাণে দিয়াৰ বাবে আবেদন জনোৱা। কিন্তু এটা যুক্ত আৰু দায়িত্বশীল সামাজিক ৰীতি-ধাৰাৰ মাজত নিগ্ৰোসকলক আৰু সমগ্ৰ মাৰ্কিনীসকলক ধৈৰ্য ধৰিবলৈ কব নোৱাৰাৰ যি ব্যৰ্থতা সি জাতীয় স্বাৰ্থৰ খাতিৰত আৱশ্যকীয় কথা এখাৰ সকলো নাগৰিকৰ উদ্দেশ্যে কব নোৱাৰাৰ সমানেই ব্যৰ্থতা।

সকলোৱে এই সত্যক অস্বীকাৰ কৰিব, আইনে তেওঁলোকক ৰক্ষা নকৰে। আকৌ সকলো এই আইন প্ৰয়োগত অসম্মত, আইনে তেওঁলোকবো সেৱা নকৰে। অবিচাৰ আৰু বৈষম্যৰ যি বুৰঞ্জী সি হ'ল আইনৰ অপব্যৱহাৰৰ বুৰঞ্জী। আইন ব্যৰ্থ হোৱা নাই আৰু কোনোদিনে নহবও। ন্যায় প্ৰতিষ্ঠা দ্ৰুতগামী কৰা বিষয়ত আইনৰ ওপৰত আস্থা আৰু তাৰ ব্যৱহাৰ নকৰাটো জাতি হিচাপে আমাৰেই ব্যৰ্থতা।

আইনৰ বাহিৰে শ্বেতাঙ্গসকলে নিগ্ৰোসকলৰ প্ৰতি যি কৰিছে তাকেই যদি তেওঁলোকে বহু বুলি ভাবে তেন্তে আইনৰ সাহায্যত নিগ্ৰোসকলে যি কৰিছে আৰু যি কৰিব পাৰে তাকো তেওঁলোকে ক্ষুদ্ৰ বুলি অনুমান কৰিব।

নিগ্ৰো নাইবা শ্বেতাঙ্গসকলৰ প্ৰতি ধৈৰ্য ধৰিবলৈ কোৱাটো যদি নিৰৰ্থক হয় তেনেহলে তেওঁলোকৰ প্ৰতি সহিষ্ণুতাৰ আবেদনো নিৰৰ্থক নহয়, বৰং সাৰ্থকহে। কেৱল ন্যায়পৰায়ণ মানুহেই বাধাৰ প্ৰাচীৰ স্মৃষ্টি কৰিব পাৰে আৰু আনবোৰে নিজকে সেই প্ৰাচীৰাবদ্ধ কৰে। কিন্তু সেই বন্ধনৰ প্ৰতিৰোধৰ উপায় কি তাক কোনোৱে কব নোৱাৰে। আমাৰ সকলোৰে সহিষ্ণুতাৰ মাজেদি তাৰ সমাধানৰ ইঙ্গিত পোৱা যাব। খুব সামান্য দাবী কৰাটো যিদৰে কাপুৰুষতাৰ পৰিচায়ক, যথেষ্ট বেছি দিব খোজাৰ প্ৰতিশ্ৰুতিও তেনেকুৱা এটা প্ৰবঞ্চনাহে মাত্ৰ। আজিৰ দিনত সম্প্ৰদায়গত হিচাপে আমি বিপন্ন নহওঁ—আমাৰ সমগ্ৰ জাতি, দেশ বিপন্ন। উত্তৰ আৰু দক্ষিণ অঞ্চলৰ অধিবাসী, শ্বেতাঙ্গ আৰু নিগ্ৰো, যিসকলে নিজ দেশক ভালপায় তেওঁলোকেই আগুৱাই আহিব লাগিব,—বিৰোধ আৰু মতদ্বৈধতাৰ মাজেদি সমগ্ৰ জাতিক সুপথে পৰিচালিত কৰিব লাগিব।

নিগ্ৰোসকলে কব, "এতিয়াই" আনসকলে কব, "কেতিয়াও নহয়।" কিন্তু বিচক্ষণ আমেৰিকানবাসী, যিসকলে এই ৰণত প্ৰাণবলি দিছে আৰু

যি সকল মহাত্মাই ইয়াত অমূল্য বাণী প্ৰচাৰ কৰি গৈছে, তেওঁলোকে কয়, "সম্মিলিতভাৱে আগুৱাই যাম।" কাৰণ তাৰ বাহিৰে আন গত্যন্তৰ নাই। ন্যায়নীতি যেতিয়ালৈকে বৰ্ণনিৰ্বিশেষে সুনিশ্চিত, শিক্ষা যেতিয়ালৈকে সম্প্ৰদায় নিৰ্বিশেষে বিভক্ত, সুযোগ-সুবিধা যেতিয়ালৈকে শাৰীৰিক বৰণক উপেক্ষা কৰিবলৈ অসমৰ্থ তেতিয়ালৈকে দাসমুক্তি এটা বাস্তৱ ঘোষণাৰ পৰিৱৰ্তে নিতান্ত এটা ঘোষণা ৰূপেই বৰ্তি থাকিব। দাসমুক্তি বাস্তৱত প্ৰয়োগ কৰিবলৈ যিমানখিনি বাকী থাকিব, স্বাধীন মানুহৰ বাবে স্বাধীনতাৰ নিশ্চয়তা প্ৰদানতো আমি ঠিক সেই অনুপাতে পিছপৰি থাকিম।

## ॥ দায়িত্ব ॥

১৯৫৫ চনৰ ৪ জানুৱাৰীত চিনেটৰ ডেমো-ক্ৰেটিক পাৰ্টিৰ সদস্যসকলৰ সম্মিলনত প্ৰদত্ত সংখ্যাগৰিষ্ঠ দলৰ নেতাৰ বিবৃতি। চৰকাৰ সেই সময়ত ৰাজনৈতিক ভাৱে বিভক্ত হৈ আছিল :

নিৰ্বাচনী সফলতাক "পুৰস্কাৰ" আখ্যা দিয়াটো হ'ল এটা প্ৰচলিত ৰীতি। কিন্তু সেইটোক এটা বিৰাট দায়িত্ব—এটা বৰ্ধিত দায়িত্বৰূপে বিবেচনা কৰাটো অধিকতৰ বাস্তৱতা সম্মত।

যোৱা দুবছৰে আমি যি শিকিলোঁ। অহা দুবছৰত আমাৰ সামৰ্থ্য তাতকৈ বহু বেছিৰকমে পৰীক্ষাৰ সম্মুখীন হব। কংগ্ৰেছৰ কথা কবলৈ গলে স্বীকাৰ কৰিব লাগিব যে তাত আমাৰ ওপৰতে নিবদ্ধ থাকিব সকলো ৰকমৰ দৃষ্টি। আমি এনেকুৱা এখন ন্যায়ালয়ৰ ওচৰত কৈফিয়ৎ দিবলৈ প্ৰস্তুত হব লাগিব য'ত কোনো আপীল নচলে, যি ন্যায়ালয় মাৰ্কিন জনসাধাৰণৰদ্বাৰা গঠিত।

মোৰ বিশ্বাস, মাৰ্কিন জনসাধাৰণে আমাৰপৰা অবাৰিত দায়িত্ববোধ তথা কৰ্তব্য পালনকে কামনা কৰে। তেওঁলোকে আৰু বিচাৰে যে ডেমোক্ৰেটিক পাৰ্টিৰ সদস্যসকল হব সুনিশ্চিত বুদ্ধি, পৰিণামদৰ্শী আৰু ৰাজনীতিজ্ঞ। তেওঁলোকে অন্ধ বিৰোধিতা বা অন্ধ সমৰ্থন কোনোটোকে আগবঢ়াই নালে।

ডেমোক্ৰেটিক পাৰ্টিৰ সদস্যসকলে দেশৰ বাবে সহায়ক সুনিশ্চিত কাৰ্যসূচী প্ৰস্তুত কৰিব বুলিয়েই তেওঁলোকৰ ধাৰণা।

## ॥ বে-চৰকাৰী উদ্যম ॥

১৯৬৩ চনৰ ২১ আগষ্টৰ দিনাখন হিউষ্টনত 'টেক্সাচ চেম্বাৰ অব কমাৰ্চ'ৰ সভাত দিয়া ভাষণ :

অবাধ বেচৰকাৰী উদ্যোগৰ প্ৰতি সমৰ্থন দান বিষয়টো আমাৰ ৰাজনৈতিক দলবোৰৰ মাজত এটা বিতৰ্কৰ উপজীব্য হব বুলি লোৱা ধাৰণাৰ প্ৰতি মোৰ কোনো সমৰ্থন নাই।

মোৰ বিশ্বাস, মাৰ্কিন ব্যৱসায়ৰ বন্ধু নহয় এনে কোনো দলেই মাৰ্কিন জনসাধাৰণৰ বন্ধু হব নোৱাৰে। সেইদৰে ইয়ো মোৰ ধাৰণা যে যিসকল মাৰ্কিন জনসাধাৰণৰ যথাৰ্থ আৰু বিশ্বাসী বন্ধু হব নোৱাৰে সিসকল মাৰ্কিন ব্যৱসায়ীৰো বন্ধু হব নোৱাৰে।

ব্যৱসায়ী আৰু ৰাজনৈতিকসকল আমাৰ স্বাধীন সমাজত স্বাভাৱিক প্ৰতিদ্বন্দ্বী নহয়। আনহাতে, স্বদেশ আৰু বিদেশ উভয়তে আমাৰ পদ্ধতিৰ সফলতাৰ বাবে তেওঁলোকে আপোচকাৰী বন্ধু হিচাপে সম্মিলিতভাৱে কাম কৰাটোৱে একান্ত বাঞ্ছনীয়।

মোৰ বিশ্বাস, পৃথিৱীৰ আৰু ইয়াত আমাৰ নিজৰ দেশৰ ক্ষেত্ৰটো আমি এক নতুন আৰু অভিনৱসূচক দুৱাৰদলিত থিয় হৈছোঁ। এইটো এটা দুৰ্লভ সুযোগৰ সন্ধিক্ষণ—যিবিলাকৰ সংশোধনৰ প্ৰয়োজন ইমান দিনে আমি অনুভৱ কৰি আহিছোঁ তাৰ ভালেমানৰ এতিয়া সংশোধন কৰা সম্ভৱ; যিবোৰৰ বিনাশ কৰা আৱশ্যক তাৰ বহুখিনিৰে বিনাশ সাধন সম্ভৱ; এইটো এনেকুৱা এটা সময়, যিটো সময়ত আমি যি উদ্দেশ্য পূৰণাৰ্থে ইমান দিনে চেষ্টা কৰি আহিছোঁ সেই উদ্দেশ্য সাফল্যৰ আশা কৰা সম্পূৰ্ণ সমীচীন।

এইবোৰ সা-সুবিধাৰ পূৰ্ণ সম্ভাৱনাক যদি আমি বাস্তৱত ৰূপ দিব খোজোঁ তেনেহলে ঐক্যবদ্ধ হোৱাটো আমাৰ নিতান্ত অপৰিহাৰ্য। কোনো ৰকমৰ গোড়ামী আৰু মতবাদ বা তত্ব নাইবা সন্দেহ আৰু নৈৰাশ্য—ইয়াৰ কোনোটোকে আমাক বিভক্ত কৰিবলৈ এৰি নিদিওঁ।

## ॥ আমেৰিকাৰ ওপৰত আস্থা ॥

১৯৬৩ চনৰ ২ জুনৰ দিনাখন ইলিণয়চৰ জেক্সনভিলে
মেকম্যুৰে কলেজত দিয়া উদ্বোধনী ভাষণ :

আমাৰ জাতি আজি শক্তিশালী—বিশ্বত সৰ্বাধিক শক্তিশালী আমাৰ জনসাধাৰণ ইয়াৰ আগতে কোনোকালে ইমান ব্যাপকভাবে সুশিক্ষিত নাছিল। আমাৰ অঞ্চলসমূহৰ মাজত প্ৰতিভা আৰু দক্ষতাৰ মাজত ইমানখিনি তাৰতম্য ইয়াৰ আগতে কোনো দিনে নাছিল।

মাৰাত্মক বাধা-বিঘিনিৰ মাজেৰে আমি আগবাঢ়িব লাগিছোঁ। আণবিক যুদ্ধৰ প্ৰচণ্ড আশঙ্কাৰ মাজেদি স্বাধীন বিশ্ব-ঐক্যৰ ফালে আমি অন্ধকাৰৰ মাজতে পথ বিচাৰি লৈছোঁ। বিপদ এতিয়াও আঁতৰা নাই সোনকালে আঁতৰিব বুলিও কব নোৱাৰি।

বিদেশত আমাৰ শত্ৰুবোৰ নিৰ্মম। দেশাভ্যন্তৰত আমাৰ নিজৰ মাজত ঘৃণা আৰু সন্দেহৰ ধ্বংসাত্মক উপাদান ভীষণ প্ৰবল। ইয়াৰ কোনোটো বিপদকে আমি যেন তুচ্ছ বুলি নাভাবোঁ; বা কোনোটোৰ লগত আপোচ মীমাংসা নকৰোঁ, নাইবা কোনোটোৰ প্ৰতি তোষামোদো যেন নেদেখুৱাওঁ।

মাৰ্কিন নাগৰিকসকল যিদৰে কমিউনিষ্টৰ দ্বাৰা আতঙ্কিত নহয় সেইদৰে উগ্ৰপন্থীসকলৰদ্বাৰা বিপৰ্যস্ত হৈয়ো নপৰে। কমিউনিষ্টৰ শেষ চিহ্নকণো যেতিয়া ধূলিৰ লগত মিহলি হৈ যাব আমেৰিকাই তেতিয়াও পূৰ্ণ গৰিমা লৈয়ে সংহত আৰু সমৃদ্ধ হৈ থাকিব। মাৰ্কিন নাগৰিকসকলে জানে যে ভয়ত কাতৰ বা সন্দেহত জঠৰ হোৱা তেওঁলোকৰ ধৰ্ম নহয়। আজি আত্মবিশ্বাসী মাৰ্কিন জাতি অভ্ৰান্ত আৰু দ্ৰুত পদক্ষেপে উন্নতি পথত ধাবমান। সম্ভৱতঃ আমাৰ প্ৰস্তুতিমূলক কাম সম্পন্ন হোৱা বাবেই সি সহজসাধ্য হৈ পৰিছে।

মহাশূন্য সম্পৰ্কেও আমি আমাৰ দেশৰ প্ৰস্তুতিমূলক কাম সম্পন্ন কৰিছোঁ। মহাশূন্য গৱেষণাত আগৰ অৱহেলাই যি উদ্বেগৰ সঞ্চাৰ কৰিছিল তাক দূৰ কৰিব পৰা অনুপাতে আমি ভালেখিনি আগবাঢ়ি আহিব পাৰিছোঁ। চৰকাৰী সংস্কাৰৰ ক্ষেত্ৰতো আমি দেশৰ বাবে কাম

কৰিছোঁ। আমাৰ সৌ পুৰণি কলীয়া কেন্দ্ৰীয় ৰাজনীতিৰ সংস্কাৰ সাধনতো আমি মনোনিবেশ কৰিছোঁ। আমাৰ জনসাধাৰণৰ বিভিন্ন সমস্যা সমাধানত আমি গভীৰ একাগ্ৰতাৰে আত্মনিয়োগ কৰিছোঁ—আৰু অতীতৰ গধূৰ ছাপ এতিয়া আমাৰ ওপৰত অত্যন্ত শিথিল।

এই শিক্ষা অব্যৰ্থ; সেইদৰে ভবিষ্যতৰ সম্ভাৱনাও অভ্ৰান্ত। শক্তিশালী আমেৰিকাই, জ্ঞানী আমেৰিকাই, অধিক সমৰ্থবান আমেৰিকাই স্বদেশৰ দিগন্ত সম্প্ৰসাৰিত কৰি বিশ্বৰ বিস্তীৰ্ণতৰ দিগন্তৰ প্ৰতি স্বাধীনতাক আগুৱাই নিবৰ কাৰণে শক্তি সঞ্চয় কৰিব।

## ॥ শিক্ষা ॥

১৯৬১ চনৰ ৯ নবেম্বৰৰ দিনাখন মিচৌৰীৰ লিবাৰ্টীৰ উইলিয়াম জুৱেল কলেজত দিয়া ভাষণ:

শিক্ষা কোনো সমস্যা নহয়। ই হৈছে এটা সুবিধা।

১৯৬১ চনৰ ১৩ মে'ত ফিলিপাইন্‌চ বিশ্ববিদ্যালয়ত দিয়া ভাষণ:

অজ্ঞতাৰ মাটিতেই দাৰিদ্ৰ্যৰ বিকাশ। অজ্ঞতাৰ মাটিতেই ৰোগ-ব্যাধিৰ পৰিস্ফুৰণ হয়। অজ্ঞতাৰ মাটিতেই জাতিগত আৰু ধৰ্মগত বিৰোধৰ বিকাশ। অজ্ঞতাৰ মাটিতেই কমিউনিজিমে স্বৈৰাচাৰৰ তিক্ত ফল ফলায়।

শিক্ষাই হ'ল মানুহৰ একমাত্ৰ আশা। শিক্ষাই হ'ল সাৰ্বজনীন আৰু স্থায়ী শক্তিৰ সোপান। বিশ্বৰ য'ত অভাৱ, ক্ষুধা আৰু অবিচাৰ বিৰাজমান শিক্ষাই তাতেই তাৰ বিৰুদ্ধে অগ্ৰগতিৰ দ্বাৰ উন্মোচন কৰে। শিক্ষাই একমাত্ৰ পথ—যি আজি আমাৰ গ্ৰহ আৰু উপগ্ৰহৰ ইঙ্গিত দিছে। আটাইতকৈ ডাঙৰ কথা হ'ল, শিক্ষাই শান্তি আৰু স্বাধীনতাৰ উৎস।

১৯৬৩ চনৰ ৯ জুনত মেচাচুচেট্‌চৰ মেট্‌ফোৰ্ডৰ টাফ্‌ট্‌ বিশ্ববিদ্যালয়ত দিয়া ভাষণ:

শিক্ষাৰ প্ৰতি আমাৰ মাৰ্কিন নাগৰিকসকলৰ প্ৰতিশ্ৰুতি প্ৰাচীন আৰু দীৰ্ঘস্থায়ী। কিন্তু সাম্প্ৰতিক কালতহে তাৰ আচল তাৎপৰ্যৰ বিকাশ লাভৰ সূচনা হব ধৰিছে।

আমি এনেকুৱা এটা যুগসন্ধিত সোমাইছোঁহি যি সময়ত শিক্ষা অভ্যাস্ত বহুতৰ ওপৰত দা-সুবিধা ভোগৰ কমসংখ্যক লোকৰ বিলাসৰ সামগ্ৰী নহয়। শিক্ষা বৰ্তমান সকলোৰে বাবে প্ৰয়োজনীয় আৰু শিক্ষা অবিহনে বৰ্তমান জটিল, শিল্পপ্ৰধান সমাজ ব্যৱস্থাত যি কোনো মানুহেই নিতান্ত অসহায়।

শিক্ষাগত ঐক্যৰ প্ৰতি আগতে ভয়ৰ চকুৰে চোৱা হৈছিল, আজি সি সহজ হৈ পৰিছে। যিবোৰ চাকৰি আগতে শক্তি আৰু সহজাত বুদ্ধিৰে পূৰণ কৰা হৈছিল বৰ্তমান সিবোৰৰ বাবে কলেজৰ ডিগ্ৰীৰ দৰ্কাৰ। আমি সঁচাকৈয়ে শিক্ষিত লোকৰ শতাব্দীত প্ৰবেশ কৰিছোঁ।

শিক্ষা আৰু দক্ষতাৰ মাজত পাৰ্থক্য সৃষ্টি এটা ভুল সিদ্ধান্ত। যিলোকক কেৱল এটা চাকৰি ধৰি ৰাখিবলৈ উপযুক্ত কৰি তোলা হৈছে তাকেই কেৱল শিক্ষিত কৰি তোলা হোৱা নাই—তাক প্ৰশিক্ষণো দিয়া হৈছে। অথচ যিজনক কেৱল মাত্ৰ প্ৰশিক্ষণ দিয়া হৈছে তেওঁ আজি এখন মুক্ত সমাজত অংশ গ্ৰহণ কৰিবলৈ উপযুক্ত নাগৰিক নহয়। কেৱল কলেজতেই যাক লাভ কৰা সম্ভৱ শিক্ষা ঠিক তেনেকুৱাও নহয়। সমগ্ৰ জীৱন ব্যাপি শিক্ষা গ্ৰহণ কৰিব লাগে: আৰু মই যেতিয়া মৃত্যুৰ কথা ভাবোঁ তেতিয়া মোৰ ধাৰণা হয় যে সি এনে এটা মুহূৰ্ত যেতিয়া মানুহৰ মস্তিষ্কই বিচাৰ বিবেচনা কৰিব নোৱাৰা হৈ পৰে, স্তব্ধ-অচল হৈ পৰে, মস্তিষ্কৰ আৰু কোনো প্ৰসাৰ নঘটে সিয়েই হৈছে মৃত্যু।

## ॥ মহাশূন্য ॥

১৯৫৯ চনৰ ১১ অক্টোবৰত ৱাছিংটনৰ
ডি. চি. ত দিয়া ভাষণ:

কছিয়াৰ প্ৰচেষ্টাক অতিক্ৰম কৰি যাবলৈ আমাৰ অৰ্থ, সময় আৰু প্ৰচেষ্টা খৰচ কৰা উচিত হব। মোৰ ধাৰণা, জৰুৰী প্ৰয়োজনীয়তাৰ সঠিক বোধ আমাৰ কৰায়ত্ত।

১৯৬২ চনৰ ১৯ এপ্ৰিলৰ দিনাখন নিউঅৰ্লিন্সত দিয়া ভাষণ:
চন্দ্ৰলোকলৈ অভিযান আমাৰ অন্যতম লক্ষ্য। কাৰণ মহাকাশ

আৱিস্কাৰৰ ইয়েই আমাৰ যুক্তিসঙ্গত প্ৰথম পদক্ষেপ। আমি ভালদৰে জানো যে আজিলৈকে প্ৰতিটো প্ৰয়াসতে আমাৰ যথেষ্ট সুফল লাভ সম্ভৱ হৈছে।

১৯৬৩ চনৰ ২৩ এপ্ৰিলৰ দিনাখন ডল্লাচত দিয়া ভাষণ :

কোনো জাতিয়েই মহাশূন্য অস্ত্ৰসমূহৰদ্বাৰা বিশ্বত প্ৰাধান্য বিস্তাৰৰ বাবে চেষ্টা নকৰিব, আমাৰ পক্ষে তেনেকৈ ভবা নিতান্ত অযুক্তিকৰ আৰু অবাস্তৱ। চন্দ্ৰত প্ৰবেশ কৰা বিপদজনক, সেই বিপদো আমি মানি লব লাগিব। কাৰণ, আমাৰ পক্ষে চন্দ্ৰাভিযান প্ৰচেষ্টাত ব্যৰ্থতা আৰু বেছি বিপদজনক।

১৯৬৩ চনৰ ২৩ মাৰ্চত ৱাছিংটনত অনুষ্ঠিত গোডাৰ্ড স্মৃতি ভোজসভাত দিয়া ভাষণ :

আমাৰ সমাজ আৰু ৰীতি পদ্ধতিৰ যিবোৰ মূল্যবোধৰ বাবে কোনো ত্যাগ স্বীকাৰেই বেছি একো নহয় মহাশূন্য প্ৰচেষ্টাত তাৰ প্ৰতি আশঙ্কা স্বৰূপ অংশটোৰ বাহিৰে এই বিষয়ত আমাৰ উদ্বিগ্ন হব লগীয়া এনে কোনো কাৰণ নাই। স্বাধীনতা হ'ল এবিধ সবল বৃক্ষ্য, কিন্তু যি বিশ্ব ব্ৰহ্মাণ্ডই আমাক পৰিবৃত কৰি ৰাখিছে সি স্বৈৰাচাৰতন্ত্ৰৰদ্বাৰা বিষাক্ত আৰু কলুষিত হৈ পৰিলে এই গছে মাটিত শিপাব নোৱাৰে আৰু ফুলে ফলে শোভিত হৈ উঠিব নোৱাৰে।

স্বাধীনতাৰ অৰ্থ সফল কৰি তুলিবলৈ হলে মহাশূন্য-বিজ্ঞান আৰু ৰাজনৈতিক বিজ্ঞানৰ মাজৰ ব্যৱধান দূৰ কৰিবলৈ আমি সচেষ্ট হবই লাগিব। আমাৰ ব্যৱস্থাত বিজ্ঞান যিমানখিনি মহৎ আৰু উদাৰভাৱে স্বাধীনতাৰ সেৱাত নিয়োজিত হৈছে আন ক'তো তিমানখিনি হোৱা নাই। আনহাতে আমাতকৈ অধিক কাৰ্যকৰভাৱে নাইবা আৰু বেছিকৈ বৈজ্ঞানিক গৱেষণা আৰু সাফল্যৰ সমৰ্থন আৰু পৃষ্ঠপোষকতা দানৰ ৰীতিও আন ক'তো নাই।

আজিৰ এই দিনত, যি দিনত যন্ত্ৰপাতিয়ে পৰস্পৰৰ লগত কথা পাতিবলৈ আৰু কাম কৰিবলৈ সক্ষম সেই দিনত আমাৰ যন্ত্ৰবিজ্ঞানক্ষেত্ৰ দায়িত্বশীল লোকসকলক আমাৰ স্বাধীনতাৰ বাবে আৱশ্যকীয় লক্ষ্য পূৰণত বৃহত্তৰ সাফল্য সম্ভৱ কৰি তুলিবলৈ কোৱাটো একো বেছি কোৱা নহব।

## ॥ মাৰ্কিন চৰকাৰ ॥

প্ৰেচিডেণ্ট জনছন মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটৰ সদস্য
হিচাপে থকা সময়ৰ এটা বেতাৰ ভাষণৰপৰা :

আমি মাৰ্কিন যুক্তৰাষ্ট্ৰক এটা প্ৰগতিশীল তৰুণ জাতি বুলি ভাবোঁ। কেবা পিনৰপৰা সেই কথা সঁচা। জনসাধাৰণৰ উৎসাহ-উদ্দীপনা আৰু প্ৰগতিশীলতাৰ ফালৰপৰা আমাৰ জাতি ডেকা, বিশ্বৰ ইতিহাসত আমাৰ জাতি ডেকা, আৰু এই অৰ্থতো ডেকা যে অতীতৰ পৰিবৰ্তে আমি ভবিষ্যতৰ অধিকাৰী। তথাপি চৰকাৰ পৰিচালনাৰ ক্ষেত্ৰত আমাক ডেকা বুলি কোৱা উচিত নহয়। আচলতে, মাৰ্কিন যুক্তৰাষ্ট্ৰত আজি পৃথিৱীৰ ভিতৰত প্ৰাচীনতম আৰু অপৰিৱৰ্তনীয় প্ৰশাসনিক ব্যৱস্থা বৰ্তমান।

বিশ্বৰ অন্যান্য দেশবোৰৰ হিচাপ কৰিলে আপুনি বুজিব পাৰিব যে এই কথা সঁচা। আমাৰ জাতীয় আন্দোলনৰ দিনৰ ইতিহাসত আমি দেখিবলৈ পাইছোঁ ৰাজতন্ত্ৰৰ পতন, গণতন্ত্ৰৰ অভ্যুত্থান, স্বেচ্ছাচাৰতন্ত্ৰৰ বিলোপসাধন ; আকৌ কোনো কোনো ঠাইত বৰ্বৰ স্বেচ্ছাচাৰতন্ত্ৰয়ো গা-কৰি উঠিব ধৰিছে।

এই সকলোবোৰৰ মাজতো যুদ্ধ-বিগ্ৰহ আৰু অৰ্থনৈতিক সংকটকাল আৰু ৰাজনৈতিক মৈত্ৰীৰ ভঙাপতাৰ মাজতো যুক্তৰাষ্ট্ৰই আত্মৰক্ষা কৰি আহিছে ; জাতি হিচাপেও অধিকতৰ শক্তি সঞ্চয় কৰি আহিছে, য'ত প্ৰতিনিধিত্বশীল চৰকাৰে প্ৰতিজন নাগৰিকলৈ স্বাধীনতাৰ আশীৰ্বাদ বৰষিছে।

আমাৰ এই বিৰাট জাতিৰ সমস্ত লোকৰ সেৱাৰ দায়িত্ব গ্ৰহণৰ বাবে আমাৰ কেন্দ্ৰীয় চৰকাৰৰ পৰিধি ক্ৰমাৎ ব্যাপকতৰ হৈ পৰিছে। কিন্তু ৰাজ্য আৰু স্থানীয় চৰকাৰৰ ক্ষমতা আৰু দায়িত্বক গ্ৰাস কৰিব পাৰে তেনেকুৱা সৰ্বব্যাপক বিস্তৃতি লাভৰ ক্ষমতা কেন্দ্ৰীয় চৰকাৰক দিয়া নাই।

যুগৰ প্ৰয়োজনাৰ্থে আমাৰ চৰকাৰ শক্তিশালী হবই লাগিব। এই শক্তি চিটিহল, কাউণ্টিচিট আৰু ৰাজ্যৰ ৰাজধানীৰপৰা আৰম্ভ কৰি ৱাছিংটন মহানগৰীলৈকে চৰকাৰৰ সকলো স্তৰতে পৰিব্যাপ্ত হৈ থাকিব লাগিব।

## ॥ কমিউনিজিম ॥

**কমিউনিজিমক কিভাবে বাধা দিব পাৰি**
**( মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চিনেটৰ সদস্য হিচাপে ) :**

বিভিন্ন পৰিবেশৰ লগত নিজকে খাপ খুৱাই নিয়া আৰু পুৰণি সমস্যাৰ নতুন সমাধান উদ্ভাৱনত পৰিৱৰ্তন সাধনৰ সনাতন ইচ্ছা আৰু অনবদ্য সুযোগেই হ'ল কমিউনিজিমৰ লগত সংগ্ৰাম কৰিবলৈ স্বাধীন মানৱগোষ্ঠীৰ সৰ্বশ্ৰেষ্ঠ শক্তি। ইয়েই একমাত্ৰ বিষয়, যিটোৱে একনায়কতন্ত্ৰৰ লগত গণতন্ত্ৰ পদ্ধতিৰ পাৰ্থক্য নিৰ্দেশ কৰে। আমাৰ স্বাধীনতাৰ লগত পৰিৱৰ্তনৰ অধিকাৰ আৰু সামৰ্থ্যও অন্তৰ্নিহিত আছে।

আমি যদি আমাৰ স্বাধীনতা আৰু শক্তি হেৰুৱাব খোজোঁ তেনেহলে কমিউনিজিমক পৰিৱৰ্তন কৰাৰ যি সুযোগ আমাৰ আছে, তাৰপৰা আমাক নিজকে বিযুক্ত কৰি সেই উদ্দেশ্য সফলকাম কৰিব পাৰোঁ!

শান্তিৰ বাবে সক্ৰিয় অনুষ্ঠান দুৰ্বলতাৰ পৰিচায়ক বুলি যিসকলে ভাবে, মই সিবিলাকৰ এজন নহওঁ। যিসকল শক্তিশালী আৰু যিসকলে নিজৰ শক্তিত আস্থাশীল সিসকলেহে আচলতে শান্তি অন্বেষণ কৰিব পাৰে।

মোৰ বিশ্বাস যে, কমিউনিষ্ট প্ৰতিনিধিবৰ্গৰ লগত সম্মিলন টেবিলত বহি উভয় বিশ্বৰ অস্তিত্ব অটুট ৰাখিবলৈ হলে আমাৰ এই জাতি যথেষ্ট শক্তিশালী হোৱা দৰ্কাৰ। আমাৰ বৈদেশিক নীতিত অতি কঠোৰ বাস্তৱতা আৰু আমাৰ পূৰ্বপুৰুষসকলৰ কল্পনাপ্ৰৱণতাৰ সংমিশ্ৰণ ঘটোৱাৰো আমাৰ আৱশ্যকতা আছে। স্বাধীন মানৱগোষ্ঠীয়ে মিত্ৰ চৰকাৰসমূহৰ কৰ্তব্যপথৰ নিৰ্দেশ কৰাৰ ইচ্ছা পোষণ নকৰে, নাইবা অন্যান্য জাতিৰ মনোনীত চৰকাৰসমূহ ধ্বংস কৰাত সচেষ্ট হোৱাৰো অভিলাষ আমাৰ নাই।

কি সম্ভৱ বা কি অসম্ভৱ সেই বিষয়ে চিন্তা কৰি আমি নিজকে প্ৰতাৰণা নকৰোঁ। য'ত শক্তিৰ কোনো অস্তিত্ব নাই তাত শক্তি আছে বুলি বা য'ত দুৰ্বলতাৰ কোনো অস্তিত্ব নাই তাত দুৰ্বলতা আছে বুলি আমি ধৰি নলওঁ।

কমিউনিষ্ট সাম্ৰাজ্য বিশাল আৰু নিষিদ্ধ। পৃথিবীৰ সৰ্বাধিক জনসাধাৰণৰ মাজত সি আজি প্ৰসাৰিত। কোটি কোটি লোকক এই দানৱ

শৃংখলে আবদ্ধ কৰি ৰাখিছে। কিন্তু ভয় আৰু ঘৃণাৰ ওপৰত নিৰ্মিত আন যি কোনো পদ্ধতিৰ দৰে কমিউনিষ্ট সাম্ৰাজ্যবো এটা দুৰ্বল দিশ আছে। ইয়াৰ অনিষ্টকৰ দুৰ্বল ফালটো তাৰ জনসাধাৰণৰদ্বাৰাই গঠিত।

এনেকুৱা বহুতো নাৰী পুৰুষ আছে যিবোৰে মাৰ্ক্সীয় স্বৰ্গৰ মিছা আশ্বাসবাণীৰদ্বাৰা প্ৰলুব্ধ হৈ কমিউনিষ্টক তেওঁলোকৰ দেশত স্বাগত সম্ভাষণ জনাইছিল। এনেকুৱা লোক কম—যিবোৰে কমিউনিষ্টৰ চাবুকৰ স্বাদ লাভ কৰি তাৰপৰা অব্যাহতি লাভৰ আশাত দেই পুৰি মৰিব লাগিছে। আনকি যিবিলাক দেশ কমিউনিষ্টৰদ্বাৰা পদদলিত, শোষিত, সেইবোৰ দেশতো স্বাধীনতাৰ চেতনাবোধ জীয়াই আছে—তাক নিঃশেষ কৰাও সম্ভৱ নহয়।

তেওঁলোকৰ এই চেতনাবোধ কিভাৱে আত্মপ্ৰকাশিত হয় তাৰ উপায় অন্বেষণেই আমাৰ চিন্তা। তাৰ বাবেই আমাৰ সকলো চেষ্টা নিয়োগ কৰা হব। স্বাধীনতা ৰক্ষা প্ৰতিজন ব্যক্তিৰে কৰ্তব্য। আমি যদি অকৃতকাৰ্য হওঁ সকলোৱে স্বাধীনতা হেৰুৱাম। একমাত্ৰ সংঘবদ্ধভাৱে কাম কৰিলেই আমি তাক ৰক্ষা কৰিব পাৰিম। এইবিলাক বিষয় চিন্তা কৰিয়েই মাৰ্কিন জনসাধাৰণ যদি ঐক্যবদ্ধ নহয়, তেনেহলে কিবা কিছু, নাইবা—একোৱেই কৰা সম্ভৱ নহব।

## ॥ ধৰ্ম ॥

১৯৬১ চনৰ ১ ফেব্ৰুৱাৰীৰ প্ৰেচিডেণ্টৰ
পুৱাৰ প্ৰাৰ্থনাৰপৰা :

আমি মনত ৰখা উচিত যে ধৰ্ম আৰু ৰাষ্ট্ৰৰ মাজত পাৰ্থক্য সৃষ্টি কৰা মানে চৰকাৰী চাকৰিজীৱীসকলৰ জীৱনৰপৰা ধৰ্মগত মূল্যৰ পাৰ্থক্য কৰা নহয়। আমি যিবোৰে আজি স্বাধীন জনগণৰ সেৱা কৰিছোঁ, আমি যদি এই যুগৰ স্বেচ্ছাচাৰীসকলৰ লগত ভিন্ন হব লাগে আমাৰ অন্তৰৰ ভগবানৰ লগত আমাৰ হাতৰ ক্ষমতাৰ ভাৰসাম্য ৰক্ষা কৰিবই লাগিব।

১৯৬২ চনৰ ১ মাৰ্চৰ প্ৰেচিডেণ্টৰ পুৱাৰ প্ৰাৰ্থনাৰপৰা :

আজি আমি ইয়াত মানুহৰ প্ৰাচীনতম দিগন্তত গোট খাইছোঁ—যি দিগন্তৰ লগত মানুহৰ মিলন ঘটিছে। ধাৰ্মিক হবলৈ গৈ স্বাধীন জাতিবোৰ দুৰ্বল হোৱাৰ বা পথানুসৰণ কৰাৰ কোনো প্ৰয়োজন নাই। জাতীয়

নেতৃত্বৰ সৰ্বোচ্চ নৈতিক আদৰ্শ হ'ল, আমাৰ বিশ্বাস—আদৰ্শ সংৰক্ষণাৰ্থে প্ৰয়োজনীয় শক্তি সৃষ্টি আৰু তাক অটুট ৰখা। আমাৰ ক্ষমতা ঠিকভাৱে ৰাখিবৰ কাৰণে বিজ্ঞতাই আমাৰ প্ৰাৰ্থনা কোৱা উচিত।

১৯৬৩ চনৰ ৭ ফেব্ৰুৱাৰীত প্ৰেচিডেণ্টৰ পুৱাৰ প্ৰাৰ্থনাৰপৰা :

আমাৰ শাসনতন্ত্ৰই ধৰ্মৰপৰা ৰাষ্ট্ৰক পৃথক কৰিছে। আমি জানো যে পৃথকীকৰণ আমাৰ ব্যৱস্থাৰ শক্তিৰ অন্যতম উৎস। কিন্তু আমাৰ জাতিৰ বিচাৰ বুদ্ধিয়ে দেশৰ জনসাধাৰণ আৰু সৰ্বশক্তিমানত বিশ্বাসৰ মাজত কোনো প্ৰকাৰ ব্যৱধান সৃষ্টিত ইন্ধন যোগোৱা নাই।

বিশ্বৰ জাতিসমূহৰ মাজত যুক্তৰাষ্ট্ৰই প্ৰথম নিজৰ ভৰিৰ ওপৰত থিয় দিয়ে। সেই দিনৰেপৰা যুক্তৰাষ্ট্ৰক যি সকলে পৰিচালনা কৰি আহিছে তেওঁলোকে নতজানু হৈয়ে তেওঁলোকৰ কৰ্তব্যপালনৰ শক্তি সঞ্চয় কৰি আহিছে। ভগবানৰ লগত চৰকাৰী কৰ্মকৰ্তাসকলৰ একাত্মতা আমাৰ স্বাৰ্থৰ কাৰণে বিৰাট এটা শক্তিৰ উৎস।

১৯৬১ চনৰ ২০ ডিচেম্বৰৰ হোৱাইট হাউচত পিজিয়েণ্ট ফৰ পিচ অনুষ্ঠানিত দিয়া ভাষণৰপৰা :

চূড়ান্ত বিশ্লেষণত দেখা যায় যে আমাৰ শক্তি পাৰ্থিব বিষয়ৰ ওপৰত নিৰ্ভৰশীল নহয়। মানৱতাৰ উচ্চতম আদৰ্শৰ বাবে ক্ষুদ্ৰ বৈষয়িক কামনা দমন কৰিবলৈ যদি আমাৰ আধ্যাত্মিক শক্তিৰ অভাৱ হয় তেনেহলে আমাৰ ঐশ্বৰ্য আৰু অস্ত্ৰশস্ত্ৰ, আমাৰ ডাঙৰ ডাঙৰ নগৰসমূহ আৰু বিশাল প্ৰাসাদ বোৰ আমাৰ কোনো কামত নালাগিব।

আমাৰ নৈতিক শক্তিৰ উৎস হ'ল আমাৰ বিশ্বাস, আমাৰ আস্থা—পৃথিৱীৰ নৈতিক চৰকাৰৰ প্ৰতি বিশ্বাস, আদৰ্শৰ বাস্তৱতাৰ প্ৰতি বিশ্বাস, স্বাৰ্থবুদ্ধিক অতিক্ৰম কৰি যি লক্ষ্য, যি পৰিণতি—তাৰ বাবে জীৱনৰ অহংকাৰসমূহ অতিক্ৰম কৰিবলৈ মানুহক যি বিশ্বাসে সামৰ্থ্য দিয়ে।

আমেৰিকাৰ উদ্দেশ্যৰ বিষয়ে কাৰো মনত যেন কোনোৰকমৰ সন্দেহৰ সৃষ্টি নহয়। আমাৰ জাতি শান্তিৰ বাবে ভগবান খ্ৰীষ্টৰ অন্বেষণাৰ্থে উৎসৰ্গীকৃত—পৰিহাৰ আৰু পশ্চাদপসৰণৰ মিছা শান্তি নহয়, গভীৰ সাধনাৰ পূৰ্ণতা আৰু প্ৰতিশ্ৰুতি পূৰণৰ পৰিসমাপ্তিত যি স্বৰ্গীয় শান্তি নামি আহে সেই শান্তিয়েই আমাৰ কাম্য।

এই আত্মোৎসৰ্গৰ সাধনাত কেতিয়াও আমি পিছুৱাই নাহোঁ।

# ৩ঠৰ

মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু সমগ্ৰ বিশ্বৰ আগত আজি একেটা প্ৰশ্ন: "তেখেত কেনে-ধৰণৰ প্ৰেচিডেণ্ট হব ?"

ইয়াৰ চূড়ান্ত সিদ্ধান্ত দিব পাৰিব ভবিষ্যতৰ বুৰঞ্জী লিখকসকলে; কিন্তু বুৰঞ্জীৰ ৰায়ৰ প্ৰতি লাখ লাখ জনতাই বাট চাই থাকিব নোৱাৰে, তেওঁলোক ব্যগ্ৰভাৱে ভাল আৰু বেয়া পদচিহ্নৰ অন্বেষণত লাগিল। এই মানুহ গৰাকী কেনে আছিল, তেওঁলোকৰ ব্যক্তিগত জীৱনৰ নানান দিশেদি কেনেকৈ সকলোকে প্ৰভাৱান্বিত কৰিছিল, তাকে গমি চাইছিল।

এই অনুসন্ধান পৰ্বত একপ্ৰকাৰ প্ৰায় উন্মত্ত ব্যগ্ৰতাৰে সৈতে তেওঁলোকে বাতৰি-কাকত আৰু আলোচনীৰ পাতত বেতাৰ আৰু টেলিভিছনৰ ভাষ্যকাৰসকলৰ বিবৃতি, চৰকাৰী কৰ্মচাৰী, যিবোৰৰ লগত তেওঁ কাম কৰি আহিছে আৰু তেওঁৰ লগত থকা বন্ধু-বান্ধৱৰ পিনে চাইছিল।

নতুন প্ৰেচিডেণ্টৰ বিষয়ে সংবাদ সৰবৰাহৰ এই আকস্মিক আৰু জৰুৰী দাবী পূৰণাৰ্থে দেশৰ বাতৰি-কাকত আৰু বেতাৰ ব্যৱস্থাই মাৰ্কিন জনসাধাৰণৰ চকু, কাণ তাৰু মনৰ মাজত প্ৰচুৰ বা-বাতৰিৰ যোগান ধৰিলে—তাৰ মাজত কিছুমান ভুল বাতৰিও প্ৰচাৰিত হ'ল। কোনোটো তথ্য একেবাৰে মামুলি ধৰণৰ আৰু কোনোটো হয়তো একেবাৰে অবাস্তৱ; কিন্তু সিবোৰৰ সৰহভাগেই আছিল তথ্যপূৰ্ণ আৰু যথাযথ। সকলোবোৰ তথ্যকেই নাগৰিকসকলে গ্ৰহণ কৰিছিল। তেওঁলোকৰ চকুৰ আগত ভাহি উঠা ছবিয়ে তেওঁলোকক অভয় দিছিল।

মাৰ্কিন পদ্ধতিৰ চৰকাৰৰ শক্তি আৰু এবাৰ পৰীক্ষিত আৰু অভ্ৰান্ত বুলি প্ৰমাণিত হ'ল। দেশে এই কথা জানিবলৈ পালে যে ১৯৬০ চনৰ প্ৰেচিডেণ্ট পদপ্ৰাৰ্থীৰ প্ৰতি দেশ ভীষণভাৱে ঋণী, কিয়নো তেৱেঁই বাৰে বাৰে জোৰ কৰিছিল যে এনেকুৱা এজন লোকক ভাইচ-প্ৰেচিডেণ্টৰ দায়িত্ব দিয়া হব যিজন প্ৰেচিডেণ্ট পদৰ বাবেও যোগ্য হব। জন এফ. কেনেডীয়ে

এই বিষয়টোৰ প্ৰতি জোৰ দিছিল আৰু মৃত্যুৰ মাজেৰেও তেওঁ যেন মাৰ্কিন জনসাধাৰণৰ হিতকে সাধি গৈছিল।

কেনেডীৰ এই গুৰুত্বৰ প্ৰতি ধন্যবাদ। দেশবাসীয়ে আজি এনেকুৱা এজনক প্ৰেচিডেণ্টৰূপে পাইছে যিজনে বিশ্বদৰবাৰত মাৰ্কিন যুক্তৰাষ্ট্ৰক উচ্চ স্থানত তুলি ধৰিবলৈ বিজ্ঞতা আৰু সাহসেৰে সৈতে আগবাঢ়ি গৈছে, যিজনে মাৰ্কিন জনগণৰ অৱহেলিত সকলৰ অৱস্থাৰ উন্নতিৰ হকে স্থিৰ সংকল্প আৰু দৃঢ় শক্তি লৈ কাম কৰিব, দৃষ্টিভঙ্গীৰ পৰিসীমাত যিবোৰ সমস্যাই এতিয়াও দেখা দিয়াহি নাই সেইবোৰো অনুমান কৰিবপৰা দূৰদৃষ্টি আৰু মানসিক শক্তি লৈ যিজনে কাৰ্যক্ষেত্ৰত ব্ৰতী হব। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জনসাধাৰণে এনেকুৱা এজনক প্ৰেচিডেণ্টৰূপে পাইছে—যিজনে ১৯৫৯ চনত "মই কি বিশ্বাস কৰোঁ" তাক নিম্নোদ্ধৃত উক্তিৰে বৰ্ণনা কৰিছিল:

"প্ৰথমতঃ, মই বিশ্বাস কৰোঁ যে প্ৰতিজন মাৰ্কিন নাগৰিকৰে নিজা বক্তব্য আছে আৰু আমাৰ পদ্ধতিত শুনাবো অধিকাৰ আছে।

"দ্বিতীয়তঃ, মই বিশ্বাস কৰোঁ যে প্ৰতিটো জাতীয় সমস্যাৰেই একোটা উত্তৰ আছে আৰু এই বিশ্বাসো মোৰ আছে যে মই নাভাবোঁ প্ৰতিটো প্ৰশ্নৰেই অপৰিহাৰ্যভাৱে দুটা দিশ আছে।

"তৃতীয়তঃ, মই ভাবোঁ যে আমি যিবোৰ অধিকাৰক অবিচ্ছেদ্য বুলি ভাবোঁ সেইবোৰ ৰক্ষা কৰাৰ পাছতেই চৰকাৰৰ প্ৰধান নীতি হোৱা উচিত আমাৰ কায়িক আৰু মানসিক সংস্থানৰ সম্পূৰ্ণ সদ্ব্যৱহাৰকৰণ।

"চতুৰ্থতঃ, অপব্যয়ক মই আমাৰ সমাজৰ প্ৰধান শত্ৰু বুলি ভাবোঁ আৰু সঞ্চিত সংস্থানৰ, জীৱনৰ, সুযোগৰ অপচয়ৰোধক মই আমাৰ চৰকাৰৰ দায়িত্বসমূহৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ বুলি ভাবোঁ। এনেকুৱা অপচয় লোপকৰণৰ প্ৰচেষ্টাত চৰকাৰে সকলো স্তৰতে আৰু এটা কৰ্তব্যৰ প্ৰতি নজৰ ৰখা দৰ্কাৰ। জনসাধাৰণৰ নতুন নতুন সুযোগ-সুবিধাৰ সুফলক ভিত্তি কৰি অপৰিণামদৰ্শী ব্যয় আৰু কৰধাৰ্যৰ জৰিয়তে যাতে অপব্যয় নহয় তাৰ প্ৰতি চৰকাৰে বিশেষ নজৰ ৰখা দৰ্কাৰ।"

মাৰ্কিন জনসাধাৰণে আজি সাধাৰণ জ্ঞানসম্পন্ন, সাহসী, বুদ্ধিদীপ্ত আৰু দেশপ্ৰেমত উদ্দীপিত আত্মোৎসৰ্গকাৰী এজন প্ৰেচিডেণ্ট পাইছে যিজনে বাৰম্বাৰ প্ৰমাণ কৰি আহিছে যে তেওঁ দেশক ভালপায় আৰু দেশৰ মঙ্গল বিধানাৰ্থে কাম কৰাৰ এজন অনন্যসাধাৰণ প্ৰতিভাৰ অধিকাৰী।

## ॥ প্ৰেচিডেণ্টৰ ভাষণ ॥

১৯৬৩ চনৰ ২৭ নবেম্বৰৰ কংগ্ৰেছৰ যুক্ত অধি-
বেশনত দিয়া প্ৰেচিডেণ্ট জনছনৰ ভাষণ :

মিঃ স্পীকাৰ, মিঃ প্ৰেচিডেণ্ট, প্ৰতিনিধি সভা আৰু চিনেটৰ সদস্যবৃন্দ মোৰ সহ-মাৰ্কিনবাসীসকল :

মোৰ যথাসৰ্বস্ব আনন্দেৰে দিলোহেঁতেন যদি আজি মই ইয়াত থিয় হব নালাগিলহেঁতেন।

এই যুগৰ ঘৃণনীয় অপৰাধৰ কাৰণে আজি আমি আমাৰ প্ৰিয়তম নেতাক হেৰুৱালোঁ। আজি জন ফিটজেৰাল্ড কেনেডী তেওঁৰ অমৰ বাণী আৰু কামৰ মাজেদি বিশ্ববাসীৰ মন আৰু স্মৃতিৰ মাজত অমৰ হৈ থাকিব। মাৰ্কিনবাসীৰ অন্তৰত কেনেডীৰ স্থান চিৰদিনলৈ অঁকা থাকিব।

আমাৰ যি ক্ষতি হ'ল, তাৰ দুঃখপ্ৰকাশৰ ভাষা নাই। আমেৰিকাৰ অগ্ৰগতি সাধনত যি দান তাক বৰ্ণনা কৰাৰ ভাষাও মোৰ নাই।

মহাশূন্যৰ বিশালতাক জয় কৰাৰ সপোন আটলাণ্টিক আৰু প্ৰশান্ত মহাসাগৰৰ সিপাৰত অংশীদাৰীত্বৰ সপোন—আমাৰ শিশুসকলৰ শিক্ষাৰ সপোন, স্বল্পোন্নত দেশবোৰত শান্তি সেনাবাহিনী গঠনৰ সপোন, মানসিক ব্যাধিৰ বিৰুদ্ধে সংগ্ৰামৰ সপোন—বয়স্কসকলৰ যত্ন লোৱাৰ সপোন—আৰু সকলোতকৈ ওপৰত, জাতিধৰ্ম-নিৰ্বিশেষে সমগ্ৰ মাৰ্কিন জনসাধাৰণৰ কাৰণে সমান অধিকাৰৰ সপোন।

এতিয়া তেওঁৰ আদৰ্শ আৰু চিন্তাধাৰাকেই আমাৰ সক্ৰিয় তৎপৰতাৰ ভিতৰলৈ আনিব লাগিব।

জন কেনেডীৰ নেতৃত্বত এই জাতিয়ে প্ৰমাণ কৰিছে যে শান্তি স্থাপনৰ সাহস আৰু যুদ্ধৰ ভাবুকিৰ সন্মুখীন হোৱাৰ বীৰত্বপূৰ্ণ সহিষ্ণুতাও এই জাতিৰ আছে। এই কথাৰ আমি প্ৰমাণ দিছোঁ যে শান্তি আৰু স্বাধীনতা অটুট ৰাখিবলৈ যিসকল কৃতসংকল্প আমি তেওঁলোকৰ বিশ্বাসী বন্ধু। ইয়াকো আমি দেখুৱাই আহিছোঁ যে যিবোৰে শান্তিৰ পথ ভঙ্গ কৰি আমাৰ আৰু আমাৰ মিত্ৰৰাষ্ট্ৰবোৰৰ ওপৰত অত্যাচাৰ আৰু পীড়ণ কৰিবলৈ উঠি-

পৰি লাগিছে সিবোৰ আমাৰ ঘোৰ শত্ৰু।

এই জাতিয়ে দক্ষিণ ভিয়েটনামৰপৰা পশ্চিম বাৰ্লিনলৈকে সমস্ত অঙ্গীকাৰ পালন কৰিব। আমি শান্তিৰ সন্ধানত অক্লান্ত, আমাৰ ভিন্ন মতাৱলম্বীসকলৰ লগত ঐক্যমত প্ৰতিষ্ঠাত যত্নবান আৰু সাধাৰণ স্বাৰ্থত আমাৰ লগত অংশগ্ৰহণকাৰীসকলৰ প্ৰতি উদাৰ আৰু আস্থাশীল।

বৰ্তমান যুগত শান্তিৰ চেষ্টাত কোনোৱেই ক্ষতিগ্ৰস্ত নহব। আনহাতে যুদ্ধতো কোনোৱে জয়লাভ কৰিব নোৱাৰিব। গতিকে জাতীয় শক্তিৰ লগত আমাৰ জাতীয় ধৈৰ্য ধাৰণৰ ক্ষমতাৰ সামঞ্জস্য স্থাপনৰ প্ৰয়োজনীয়তাক স্বীকাৰ কৰি লবই লাগিব। একেযোগে আমি শক্তিৰ সীমাবদ্ধ কৰাৰ বাবে সাজু থাকিব লাগিব। জাতীয় স্বাৰ্থ-ৰক্ষাৰ্থে আৰু আলাপ-আলোচনাৰ মাজেদি সাধাৰণ স্বাৰ্থ-ৰক্ষাৰ বাবে প্ৰস্তুত হব লাগিব।

এই পথকে আমি মানি লব পাৰিম। আমাৰ সাহস পৰীক্ষাকাৰীসকলে এইটো সম্মানজনক বুলি ধৰি লব। আমি দেখুৱাই দিম যে শক্তিৰ ব্যৱহাৰত শক্তিশালীয়ে ন্যায়বানৰূপে থাকিব পাৰে আৰু ন্যায়বিচাৰ ৰক্ষাতো ন্যায়বানেই শক্তিশালীৰ ৰূপ লব পাৰে। প্ৰতিজন লোকেই জানক যে আমি কাকো বিশেষ সুবিধা নিদিওঁ, আৰু কোনো নিৰ্যাতনো নিদিওঁ।

আমি স্বদেশত আৰু অন্যান্য দেশতো দুঃখ আৰু দাৰিদ্ৰ্য, অশিক্ষা আৰু ৰোগ-ব্যাধিৰ লগত সংগ্ৰাম অব্যাহত ৰাখিম।

আমি সমগ্ৰ জাতিৰ সেৱা কৰিম—আমি কোনো এটা সম্প্ৰদায়ৰ, নাইবা এটা অঞ্চল বা এটা গোষ্ঠীৰ নহয়, সমগ্ৰ মাৰ্কিন জনসাধাৰণৰ।

এয়ে হ'ল মাৰ্কিন যুক্তৰাষ্ট্ৰ—এটা মিলিত উদ্দেশ্যত ঐক্যবদ্ধ জনসাধাৰণ। মাৰ্কিন ঐক্য সৰ্বসম্মতিৰ ওপৰত নিৰ্ভৰশীল নহয়, মতদ্বৈধতাও আমাৰ মাজত আছে। কিন্তু আগৰ দৰে এতিয়াও আমি মতদ্বৈধতাৰ মাজৰপৰা হতাশাৰ পৰিবৰ্তে আশাব্যঞ্জক বিজ্ঞতা আৰু দুৰ্বলতাৰ পৰিবৰ্তে শক্তি আহৰণ কৰিব পাৰোঁ। তদুপৰি জনসাধাৰণ আৰু চৰকাৰ একে কৰ্মসূচীতে ঐক্যবদ্ধ হব. এই কাৰ্যসূচী যথাৰ্থ আৰু সুবিবেচনা প্ৰসূত, উজ্জ্বল আৰু সংগঠনমূলক।

যোৱা বত্ৰিশ বছৰ ধৰি কেপিটল হিলেই মোৰ কৰ্মভূমি। তাত মই আপোনালোকৰ লগত ভালেমান গৌৰৱময় মুহূৰ্তত অংশ লৈছোঁ। যি কোনো বিপৰ্যয়ৰ সময়ত, কৰ্মতৎপৰতা আৰু আমাৰ মাজৰ মতবিৰোধ দূৰীকৰণৰ শক্তিশালী ব্যৱস্থাত কংগ্ৰেছৰ গৌৰৱময় ভূমিকাৰ অংশীদাৰ হৈছোঁ।

ছুৰ্ভৰ এটি বুলেটে মোৰ ওপৰত প্ৰেচিডেণ্ট পদৰ গুৰুভাৰ আকস্মিকভাৱে আনি দিছে। ইয়াত আপোনালোকক আজি মই ইয়াকে কব খুজিছোঁ যে আপোনালোকৰ সহায়-সহযোগিতা মোৰ প্ৰয়োজন।

কাৰণ, মোৰ পক্ষে এই সকলো দায়িত্ব বহন কৰা সম্ভৱ নহয়। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সমগ্ৰ নাগৰিকৰ সহযোগিতা মোৰ কাম্য।

আমাৰ জাতি আজি এক মৰ্মান্তিক আঘাতত বিহ্বল—আৰু এই সঙ্কটময় মুহূৰ্তত আমাৰ কৰ্তব্য হব আপোনালোকৰ আৰু আমাৰ অনিশ্চয়তা দূৰ কৰা আৰু এনেকুৱা যোগ্যতা দেখুৱা যাতে আমি যি কোনো বিপৰ্যয়ৰ মীমাংসা আনিব পাৰোঁ, আমাৰ নেতাৰ মৰ্মান্তিক বিয়োগৰপৰা আমি দুৰ্বলতাৰ পৰিবৰ্তে শক্তি আহৰণ কৰিব পাৰোঁ।

প্ৰতিনিধিত্বমূলক চৰকাৰৰ এই কেন্দ্ৰৰপৰা আমি বিশ্বক জনাই দিওঁ আহক যে আমি এই চৰকাৰক জাতিসঙ্ঘৰ প্ৰতি নিৰঙ্কুশ সমৰ্থনৰ বাবে উছৰ্গা কৰিছোঁ—আমাৰ মিত্ৰবৰ্গৰ প্ৰতি উছৰ্গা কৰিছোঁ। আমি আমাৰ প্ৰতিশ্ৰুতি পুনৰ ঘোষণা কৰিছোঁ—আমাৰ অঙ্গীকাৰ সসম্মানে আৰু দৃঢ় প্ৰতিজ্ঞভাৱে পালন কৰিম—অদ্বিতীয় সামৰিক শক্তি সংৰক্ষণ কৰিম—ডলাৰৰ মূল্য আৰু স্থিতিশীলতা অটুট ৰখাৰ বাবে আমাৰ বৈদেশিক বাণিজ্য সম্প্ৰসাৰিত কৰিম—এচিয়া আৰু আফ্ৰিকাত আমাৰ পাৰস্পৰিক সাহায্য আৰু সহযোগিতাৰ কাৰ্যসূচীৰ ৰূপ দিম—আৰু এই গোলাৰ্ধত উন্নতিৰ বাবে আমাৰ মিত্ৰসকলৰ বাবে অহোপুৰুষাৰ্থ কৰিম।

১৯৬১ চনৰ ২০ জানুৱাৰীৰ দিনাখন জন এফ. কেনেডীয়ে দেশবাসীৰ উদ্দেশ্যে কৈছিল—"আমাৰ জাতীয় কাজ সহস্ৰ দিন নাইবা এই চৰকাৰৰ জীৱনকালত আনকি এই সভাগৃহত মোৰ জীৱনকালতো হয়তো শেষ নহব। তথাপি আহক, আমি আৰম্ভ কৰোঁহঁক।"

আজি এই নতুন প্ৰতিজ্ঞাৰ শুভক্ষণত মই মোৰ সহ-মাৰ্কিনবাসীসকলক আহ্বান জনাওঁ এই প্ৰচেষ্টা অব্যাহত ৰাখিবলৈ।

আমাৰ সম্মুখত আজি এক বিৰাট চ্যালেঞ্জ। এই সঙ্কটকালত আমি দ্বিধাবোধ নকৰোঁ, আমি পিছ নোহোঁহোকোঁ, লক্ষ্যপথৰপৰা আঁতৰি নপৰোঁ, নাইবা ক্ষন্তেকৰ বাবেও থমকি নৰওঁ। বৰং লক্ষ্যপথত অগ্ৰগতি অব্যাহত ৰাখিম। বুৰঞ্জীয়ে আমাৰ যি ভাগ্য নিৰূপণ কৰিছে তাক আমি সফল কৰিবই লাগিব। এতিয়া এই হিলত আমাৰ কৰ্তব্য হ'ল :

প্ৰথমতে, যি নাগৰিক অধিকাৰ বিল আইনত প্ৰণয়ন কৰিবৰ কাৰণে প্ৰেচিডেণ্ট কেনেডীয়ে ইমানদিন সংগ্ৰাম চলাই আছিছিল, তাক বিমান দূৰ শীঘ্ৰে বাস্তৱত ৰূপায়িত কৰাতকৈ তেওঁৰ স্মৃতিৰ প্ৰতি কোনো উচ্চপ্ৰশংসা মূলক বক্তৃতাৰ মাজেদি বেছি শ্ৰদ্ধা প্ৰকাশিত নহ'ব। এই দেশত সমান অধিকাৰৰ বিষয়ে আমি বহু কথাকে কৈ আহিছোঁ। এশ বছৰ বা তাতকৈ অধিক কাল সেই কথাকে কৈ আহিছোঁ। এতিয়া পৰৱৰ্তী অধ্যায় ৰচনাৰ সময়। সমান অধিকাৰক এতিয়া আইনৰ পুথিত নথিভুক্ত কৰিব লাগিব।

১৯৫৭ চন আৰু ১৯৬০ চনত মই যি অনুৰোধ কৰিছিলোঁ তাৰেই পুনৰুল্লেখ কৰি আকৌ আপোনালোকক নাগৰিক অধিকাৰ আইন প্ৰণয়ন কৰিবলৈ আহ্বান জনাই কব খোজোঁ—আহক আমি সকলো প্ৰকাৰ বৰ্ণ বৈষম্য আৰু জাতি বা বৰ্ণ ভিত্তিক অত্যাচাৰ লোপ কৰিবলৈ কৃতসংকল্প হওঁ। দেশৰ ভিতৰত বা বিদেশত জাতিৰ কাৰণে ইয়াতকৈ অধিকতৰ শক্তিৰ উৎস আৰু একোৱেই হ'ব নোৱাৰে।

দ্বিতীয়তে প্ৰেচিডেণ্ট কেনেডীয়ে যি ৰাজস্ব আইন প্ৰণয়নৰ বাবে সংগ্ৰাম চলাইছিল তাক অনতিপলমে অনুমোদন কৰিলেই আমি যোগ্যতৰভাৱে তেওঁ হাতত লোৱা কামসমূহ সমাধা কৰি যাব পাৰিম। আমাৰ জাতীয় আয় আৰু যুক্তৰাষ্ট্ৰীয় ৰাজস্ব বৃদ্ধিৰ কাৰণে আৰু বাধ্যতামূলক কৰ্মবিৰতি কালৰ ক্ষতি পূৰণৰ বাবে এই বিলখন প্ৰস্তুত কৰা হৈছিল। বিলখন যদি সোনকালে পাছ হয় তেনেহলে সি চাকৰিজীৱিসকলক নিৰাপত্তা দিব আৰু নিবনুৱা সকলৰ কাৰণে অধিকতৰ কৰ্মসংস্থানৰ ব্যৱস্থা কৰিব।

চমু কথাত, এতিয়া আৰু পলম কৰাৰ সময় নাই। এয়া কামৰ সময়। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ গাঁৱে গাঁৱে, ঘৰে ঘৰে শিক্ষাৰ পোহৰ বিস্তাৰৰ বাবে কংগ্ৰেছৰ বিবেচনাধীন শিক্ষা বিলখনৰ প্ৰণয়নত দৃঢ় ব্যৱস্থা অৱলম্বন কৰাই হ'ব আমাৰ প্ৰধান কৰ্তব্য।

বিশ্বৰ প্ৰতি থকা আমাৰ কৰ্তব্য বা দায়িত্বৰ কথা আমি অস্বীকাৰ নকৰোঁ নাইবা আমাৰ পৰৰাষ্ট্ৰ বিষয়ক নীতি পৰিচালনাত প্ৰশাসনিক সহজ বশ্যতাকো আমি উলংঘা নকৰোঁ,—বৰ্তমান বিবেচনাধীন বৈদেশিক সাহায্য বিলখন পাছ কৰাও হ'ব আমাৰ অন্যতম কৰ্তব্য।

কৰ্মতৎপৰতাৰ এই নতুন মানোভাৱত কংগ্ৰেছে প্ৰশাসন বিভাগৰ পূৰ্ণ সহযোগিতা আৰু সমৰ্থন আশা কৰিব পাৰে আৰু মই বিশেষভাৱে কথা

দিছোঁ যে আমাৰ চৰকাৰৰ খৰচ-পাতিত যথাসম্ভৱ মিতব্যয়িতা পালন কৰা হব।

মই আপ্ৰাণ চেষ্টা কৰিম যাতে এক ডলাৰৰ খৰচৰ বিনিময়ত এক ডলাৰৰ মূল্য পাব পৰা যায়। চৰকাৰে মিতব্যয়িতা আৰু অৰ্থনীতিৰ এটা দৃষ্টান্ত স্থাপন কৰিব। সেইবুলি ইয়াৰ মানে এই নহয় যে আমি আমাৰ অভাৱসমূহ দূৰ নকৰিম বা আমাৰ প্ৰতিশ্ৰুতিবোধক সন্মান নিদিম—আমি দুয়োটা কামকেই কৰিম।

কংগ্ৰেছৰ উভয় পৰিষদৰে দীৰ্ঘ দিনৰ সেৱক হিচাপে আইন পৰিষদৰ স্বাধীনতাত আৰু পবিত্ৰতাত মোৰ গভীৰ বিশ্বাস আছে। সকলো সময়তে মোৰ সেই শ্ৰদ্ধা অটুট থাকিব বুলি মই আপোনালোকক কথা দিলোঁ। ই মোৰ অস্থি-মজ্জাৰ লগত মিহলি হৈ আছে। আমাৰ জাতিগত বৈশিষ্ট্য—বিভিন্ন মতামত থকা সত্বেও আৱশ্যকীয় ক্ষণত বিচক্ষণতা, সাহসিকতা আৰু দ্ৰুততাৰে সৈতে কাম কৰাৰ শক্তি আৰু প্ৰেৰণা কংগ্ৰেছৰ আছে বুলিয়েই মোৰ দৃঢ়বিশ্বাস।

সেইখিনিৰেই প্ৰয়োজন। এতিয়াহে প্ৰয়োজন। আপোনালোকৰ সাহায্য মোক লাগে। শোকাবহ দুঃখৰ মাজত আমি গোট খাইছোঁহক। আহক, আমি নতুনকৈ আত্মোৎসৰ্গৰ সংকল্পত দীক্ষিত হওঁ, নতুন উৎসাহেৰে মিলিত হওঁ। কৰ্তব্যৰ মাজেদি, সহিষ্ণুতাৰ মাজেদি, আৰু পাৰস্পৰিক বুজাবুজিৰ মাজেদি আমি মিলিত হওঁ।

জন কেনেডীয়ে নিজৰ জীৱনকো বিপন্ন কৰি যি কৈ গৈছে, আজি তেওঁৰ মৃত্যুয়ো সেই আদেশবাণীকে শুনাইছে—আমেৰিকা সন্মুখপথত অগ্ৰগামী হবই লাগিব।

জাতি-ধৰ্ম-ৰাজনৈতিক বিশ্বাস নিৰ্বিশেষে সমগ্ৰ মাৰ্কিন জনসাধাৰণৰ পৰস্পৰক সন্মান দেখুৱাৰ সময় আহিছে। আহক, আমি ঘৃণা, অমঙ্গল, হিংসা শিক্ষাদান আৰু প্ৰচাৰ প্ৰৰোচণাৰ ওপৰত সমাপ্তিৰ নিষ্ঠুৰাঘাত কৰোঁ। আমি চূড়ান্ত বামপন্থা আৰু চূড়ান্ত দক্ষিণপন্থী গোড়ামিৰপৰা আঁতৰি আহিম, বিদ্বেষ আৰু বিৰক্তি বা তিক্ততা, আইন শৃঙ্খলাবিৰোধী আৰু জাতীয় জীৱনত বিষ প্ৰয়োগকাৰীসকলৰপৰা আঁতৰি থাকিম।

মোৰ গভীৰ বিশ্বাস যে এই মৰ্মান্তিক দুৰ্ঘটনা আৰু বিপৰ্যয়ৰ দিনবোৰে আমাক এক নতুন বন্ধুত্বৰ ডোলেৰে মেৰ খুৱাব, আৰু বিষাদ-করুণতাৰ

মাজতো আমাক এক অভিন্ন জাতিত পৰিণত কৰিব। গতিকে আহক, আজি সকলোৱে দৃঢ়ভাৱে প্ৰতিজ্ঞাবদ্ধ হওঁহক যে জন ফিট্‌জেৰাল্ড কেনেডীৰ জীৱন আৰু মৃত্যুক আমি ব্যৰ্থ হবলৈ নিদিওঁ। ঈশ্বৰৰ ওচৰত মাৰ্কিন জাতিৰ কৃতজ্ঞতা জ্ঞাপন দিবসৰ পূৰ্বাহ্নৰ এই পবিত্ৰ ক্ষণত আমি ভগবানৰ আশীৰ্বাদ তথা করুণা ভিক্ষাৰ কাৰণে সমবেত হৈছোঁ। যেতিয়া আজি আমি আমাৰ সেই চিৰপৰিচিত বাণীটোকেই মনত পেলাব পাৰোঁ :

আমেৰিকা,
হে আমেৰিকা—
বিধাতাৰ অবাৰিত করুণা বৰ্ষিত হ'ক
তোমাৰ মূৰত—
সমুদ্ৰ-মহাসমুদ্ৰ ব্যাপি
ভ্ৰাতৃত্বৰ সুদৃঢ় বন্ধনেৰে
মহিমান্বিত হ'ক তোমাৰ ঐশ্বৰ্য।